# উত্তৰ-পূৰ্ব সীমান্ত

## অশান্তিৰ মূল কাৰণ সমূহ




প্ৰফুল্ল ৰায় চৌধুৰী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড

গুৱাহাটী ★ পাঠশালা ★ কলকাতা



প্ৰকাশক
শ্ৰী গিৰিপদ দেৱ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী-৭৮১০০১

শাখা ঃ
পাঠশালা ৭৮১৩২৫
বৰপেটা

১০ কৈলাশ বোস ষ্ট্ৰীট
কলিকাতা-৭০০ ০০৬

প্ৰথম প্ৰকাশ ঃ ২০০২

বেটুপাত আৰু অলংকৰণ ঃ
দেবেন দেৱান

বেচ ঃ ৪৬ ০০ টকা।

ছপা ঃ
কাজাৰ আছাম
৩১ উদ্যোগ পাম
বামুণীমৈদাম

# সূচীপত্ৰ


| | | | |
|---|---|---|---|
| প্ৰথম অধ্যায় | : | পাতনি | ১ |
| দ্বিতীয় অধ্যায় | : | বৃটিছৰ ৰাজ্য দখল | ১২ |
| তৃতীয় অধ্যায় | : | বিশ্বাস ঘাতকতাৰ স্বৰূপ | ৩৫ |
| চতুৰ্থ অধ্যায় | : | উত্তৰ-পূবত বৃটিছৰ নীতি | ৬৩ |
| পঞ্চম অধ্যায় | : | স্বাধীনতাৰ প্ৰাক্-কালত | ৮০ |
| ষষ্ঠ অধ্যায় | : | স্বাধীনতাৰ পিছত .. | ১০০ |
| সপ্তম অধ্যায় | : | উত্তৰ-পূব ভাৰতত সশস্ত্ৰ বিদ্ৰোহ | ১৪৮ |




প্ৰথম অধ্যায়

# পাতনি

ভাৰতবৰ্ষ হ'ল বিশ্বৰ প্ৰতিবিম্ব—ভাৰত বুৰঞ্জীৰ পুৰণি পাঠ্যপুথি এখনত থকা এই প্ৰথম বাক্যটো বহুতৰে মনত থাকিব পাৰে। এই দেশখন হৈছে প্ৰাচীনতম সভ্যতাৰ লীলাভূমি, যিটো পিছত পৌৰাণিকতাত পৰিণত হৈছে আৰু এতিয়া আকৌ বৰ্তমানৰ পাৰমানবিক আৰু মহাকাশ যুগত ই অৱতীৰ্ণ হৈছেহি। এই দেশৰ প্ৰাচীনতম জনসমষ্টি আছিল খুব সম্ভৱ নিগ্ৰোটো, উত্তৰ-পশ্চিমত এওঁলোকৰ পিছত বসবাস কৰিছিল অষ্ট্ৰালয়দ, মঙ্গোলয়দ আৰু অন্যান্যসকলে। তেওঁলোকৰ সভ্যতা প্ৰকাশ পাইছিল খৃঃ পূঃ ২৯০০ বছৰতেই। "তেওঁলোকে ইয়াত বসবাস কৰিছিল আনকি দ্ৰাবিড়সকলৰো আগত। মধ্য এছিয়াৰপৰা অহা আৰ্যসকলে এই দ্ৰাবিড়সকলক দাক্ষিণলৈ খেদি পঠাইছিল। এই আৰ্যসকলে উত্তৰত স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছিল। তেওঁলোকে এই ঠাইখনৰ নাম দিছিল 'সপ্তসিন্ধু'—সাতখন নদীৰ দেশ। মানৱ জ্ঞানৰ যেই কোনো প্ৰাচীনতম লিখিত প্ৰকাশ হ'ল হিন্দুসকলৰ সংস্কৃত বেদবিলাক—চাৰিখনৰ ভিতৰত সৰ্বপ্ৰথমখন হ'ল ঋক্ বেদ। ঋক্-বেদৰ মতে, খৃষ্টপূৰ্ব ৫০০০ বছৰত ভাৰতবৰ্ষত থকা চহৰ আৰু নগৰবোৰ আৰ্য দেৱতা ইন্দ্ৰই ধ্বংস কৰিছিল আৰু সেই কাৰণেই তেওঁৰ আন এটা নাম আছিল 'পুৰন্দৰ'। ইয়াৰো বহুপিছৰ এটা কালত গ্ৰীক, শক, হুন, মোগল আৰু পাৰসীয়সকল ভাৰতবৰ্ষলৈ আহিছিল। শ শ বছৰ ধৰি বসবাস কৰাৰ পিছত উত্তৰ-পশ্চিম ভাৰতত এই গোষ্ঠীবোৰৰ মহামিলন ঘটিছিল।

আনহাতে, ভুটান আৰু দক্ষিণ-পূব এছিয়াৰ অন্যান্য অংশৰপৰা ইটোৰ পিছত সিটোকৈ অহা মঙ্গোলীয় জাতৰ জনগোষ্ঠীৰ দলবোৰ পৰ্বত আৰু সাৰুৱা উপত্যকাবিলাকলৈ গৈছিল, সময় বাগৰি যোৱাৰ লগে লগে, এই পৰ্বত আৰু উপত্যকাবিলাক বাৰ্মা, মৈতিলেণ্ড (মণিপুৰ), কামৰূপ (অসম), ত্ৰিপুৰা, ছিকিম, নেপাল, ভুটান আৰু লাহুল, হিমালয় পৰ্বতমালাত স্পিটি আৰু লাডাক নামেৰে জনাজাত হৈছিল। এই আদিম প্ৰব্ৰজনকাৰীৰ বহুতেই বঙ্গদেশত প্ৰবেশ কৰিছিলগৈ আৰু সেইবিলাক ঠাইত আগৰেপৰা বসবাস কৰি থকা দ্ৰাবিড় আৰু আৰ্যসকলৰ লগত চাৰিল হৈ

গৈছিল। সময়ৰ সোঁতত বিবাহ, সাংস্কৃতিক বিনিময়, ভাৱধাৰা আৰু মূল্যবোধৰ বিনিময়ৰ যোগেদি এই গোষ্ঠীবিলাকৰ মাজত সংমিশ্ৰণ ঘটিছিল। ইয়াৰ ফলত উৎপত্তি হৈছিল এক নতুন জাতৰ মানুহ, যিসকল পিছলৈ উৰিষ্যা, অসম, বাংলাদেশ আৰু আনকি উত্তৰ আৰু উত্তৰ-পশ্চিমলৈকো বিয়পি পৰিছিল।

আনকি পিছৰ কালতো, খৃঃ পূঃ ২০০০ বছৰৰ পিছৰপৰা, ভুটান আৰু তিব্বতবাসী-সকলৰ লগত মিল থকা, তিবেত'-বাৰ্মান আৰু মন-খেমৰ ভাষা-ভাষী, মঙ্গোলীয় গোষ্ঠীৰ মানুহবিলাক অবিৰামভাৱে প্ৰব্ৰজন কৰি আছিল। এই প্ৰব্ৰজন চলিছিল চিন্দুইন, ইৰাৱতী আৰু ব্ৰহ্মপুত্ৰৰ গতি পথেদি। পিছৰ কালত এই সমস্ত জনগোষ্ঠী-বিলাক জনাজাত হৈছিল বিভিন্ন নামেৰে, যেনে, কিৰাট, চিনে, কোচ, হাজং, ডালু, গাৰো, খাচী, মিকিৰ, ডিমাচা, আৰলেং, চুটীয়া, মৰান, কছাৰী, ত্ৰিপুৰী, লালুং, ৰাভা, মেচ, লুছাই লাখেৰ, পাৱী আৰ্কানী, পই, চাক্‌মা, মৃকী, নগা, মৈটী, আদি (আবৰ), আপাটনী, মিছমি (মিছিং), অথবা মিৰি (মিচিং), আহোম, চিংফৌ, খামটী ইত্যাদি। তেওঁলোকে উপত্যকাবিলাকত (ব্ৰহ্মপুত্ৰ, সুৰমা-মণিপুৰ) আৰু লগতে, এহাতে চট্টগ্ৰাম ওচৰত বঙ্গোপসাগৰৰ কাছাৰ আৰু অসমৰ সমতলৰপৰা আৰু আনহাতে বাৰ্মাৰপৰা উত্তৰ হোৱা পৰ্বত-পাহাৰবিলাকত তেওঁলোকে বসতি পাতিছিল। বাৰ্মীজ, আৰাকানী, ছান, কাচিন, কেৰেণ, চিন, কায়া, ৱাজ, পালুং, মন গোষ্ঠীৰ দৰে আন কিছুমান প্ৰব্ৰজনকাৰী বাৰ্মাতে থাকি গৈছিল। অৱশ্যে, এই জনগোষ্ঠীবোৰ একে জাতৰ নাছিল—এওঁলোক আছিল বিভিন্ন জনজাতি, উপজনজাতি আৰু ফৈদত বিভক্ত বিভিন্ন বৰ্ণৰ এক সংমিশ্ৰণ, এইবিলাকৰ উৎপত্তি আছিল পৃথক, চৌপাশৰ ভৌগলিক অৱস্থানৰ ওপৰত নিৰ্ভৰ কৰি ভাষা, শাৰীৰিক গঠন, চৰিত্ৰ, সংস্কৃতি আৰু সমাজ আছিল পৃথক পৃথক। অৱশ্যে, এই সমস্ত পাৰ্থক্য সত্বেও এই মানুহবিলাকৰ কিছুমান উমৈহতীয়া লক্ষণো আছিল, এই উমৈহতীয়া লক্ষণবিলাক আছিল ধৰ্মৰ বিষয়ে, কিছুমান ৰীতি-নীতি, মূল্যবোধ সম্পৰ্কে কিছুমান ভাৱধাৰা, স্বাধীনতা আৰু সজ আচৰণৰ বিষয়ে। আনকি তেতিয়াও এই মানুহবিলাক প্ৰায় সকলো সময়তে আছিল পৰস্পৰৰ বিৰুদ্ধে আৰু বহিৰাগত বুলি কোৱাসকলৰ বিৰুদ্ধে ৰণৰ কুকুৰা। খেতি কৰিব পৰা পথাৰ আৰু ঘাঁহনিৰ সন্ধানত তেওঁলোকে বিভিন্ন ঠাইত বসতি পাতিছিল। এই মানুহবিলাকৰ কিছুমানে পিছত তেওঁলোকে বাস কৰা ঠাইৰ নামেৰে নিজৰ উপজাতিৰ নাম ৰাখিছিল। এওঁলোকৰ বৰ্তমান থকা নামত পৰিচিত হোৱাৰ আগতে বহু শতিকা পাৰ হৈ যায়।

ভাৰতৰ মানচিত্ৰৰ উত্তৰ-পূব সীমান্তৰ ফালে লক্ষ্য কৰিলে আমি দেখিবলৈ পাওঁ ভালেমান বিস্তৃত ৰাজ্য আৰু ইউনিয়ন টেৰিটৰী কেন্দ্ৰশাসিত ভূখণ্ড। সেইবিলাক

হ'ল অসম, মেঘালয়, নগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, ছিকিম, মিজোৰাম আৰু অৰুণাচল প্ৰদেশ এই ৰাজ্য আৰু কেন্দ্ৰশাসিত অঞ্চলবোৰ ভাৰতৰ বাকী অংশৰ লগত সংযোজিত হৈছে, পূব বিহাৰ আৰু পশ্চিমবঙ্গত এক ঠেক কৰিডৰৰদ্বাৰা ( সংকীর্ণ পথ )। এই পথটোৰ উত্তৰে আছে নেপাল আৰু ভুটান আৰু দক্ষিণে আছে বাংলাদেশ ( কিছুদিনৰ আগলৈকে পূব পাকিস্তান )।

এই ৰাজ্য আৰু কেন্দ্ৰশাসিত অঞ্চলবিলাকৰ কেবাখনো অসমৰ প্ৰশাসনিক এলেকাধীন আছিল, যদিও তেনেকৈ ৰখাৰ পিছত কোনো যুক্তিসম্মত কাৰণ নাছিল। এইটো আছিল ভাৰতত পূৰ্বৰ বৃটিছ ঔপনিবেশিক চৰকাৰে প্ৰয়োগ কৰা স্বেচ্ছাচাৰী পদ্ধতিৰ ফল। স্বাধীনতাৰ পিছত ভাৰত চৰকাৰে প্ৰশাসনৰ অযৌক্তিক বৃটিছ পদ্ধতিৰ পৰম্পৰা ওৰ পেলাব লগীয়া হৈছিল আৰু ইয়াৰেই ফলস্বৰূপে পোৱা গ'ল অবস্থিত ৰাজ্য কেন্দ্ৰশাসিত অঞ্চল হিচাপে পৰিচিত আৰু চিহ্নিত বৰ্তমানৰ ৰাজনৈতিক প্ৰশাসনিক গোটবোৰ।

কিন্তু এইবিলাক ৰাজ আৰু কেন্দ্ৰ শাসিত অঞ্চল হিচাপে উত্তৰ-পূৰ্বাঞ্চলৰ আনকি এই পুনৰগঠনৰ পিছতো এক সুনিৰ্দিষ্ট যুক্তিসম্মত প্ৰকাৰ হিচাপে এই মানুহবিলাকৰ চিনাক্তকৰণ আৰু ভাৰতীয় জাতীয় ৰাষ্ট্ৰত সিবিলাকৰ সংহতকৰণৰ সমস্যাটো এতিয়াও প্ৰধানতঃ অসমাধানীয় হৈ আছে। এই অঞ্চলটোত বিভিন্ন ধৰণৰ আলোড়ন চলি আছে সাধাৰণ আলোড়নৰপৰা আৰম্ভ হৈ চৰমপন্থা আৰু বিদ্ৰোহৰ ৰূপ লয়গৈ, কেতিয়াবা কেতিয়াবা ইয়াৰ প্ৰকাশ পায় ভাৰতৰপৰা বিচ্ছিন্ন আৰু পৃথক হৈ যোৱাৰ কাৰণে দাবীত।

উত্তৰ-পূৰ্বাঞ্চলত এই আলোড়নবিলাকৰ বিশেষত্ব হ'ল যে এহাতে এটা অঞ্চলৰ জনসাধাৰণৰ কোনো কোনো অংশই আন এটা অঞ্চলৰ জনসাধাৰণৰ বিৰুদ্ধে আপত্তি আৰু অভিযোগ তোলে, আনহাতে কেতিয়াবা কেতিয়াবা মূল দেশখনৰ অৰ্থাৎ ভাৰতৰ বিৰুদ্ধে সকলোকে ঐক্যবদ্ধ কৰাৰো প্ৰচেষ্টা চলে। দেখা যায় যে নগা আলোড়ন-কাৰীসকলে এহাতে মণিপুৰ, অসম আৰু অৰুণাচলৰ ভূখণ্ডৰ ওপৰত তেওঁলোকৰ দাবী উত্থাপন কৰে, আনহাতে ভাৰতৰ বিৰুদ্ধে, ভাৰতৰপৰা বিচ্ছিন্ন হৈ যোৱাৰ কাৰণে তেওঁলোকৰ এক উমৈহতীয়া যুঁজত এই অঞ্চলবিলাকৰ আলোড়নকাৰীসকলৰ লগত ঐক্যবদ্ধ হোৱাৰ বিষয়েও এক সময়ত কথা-বাৰ্তা কয়। মিজোৰাম আৰু মণিপুৰৰ আলোড়নকাৰীসকলেও তেনে ধৰণৰ দৃষ্টিভঙ্গী আৰু মনোভাব প্ৰকাশ কৰে।

কেৱল সেয়ে নহয়। এই আলোড়নকাৰীসকলে আনকি বাৰ্মা আৰু বাংলাদেশৰ নিচিনা বিদেশী ৰাজ্যৰ অধীনৰ ভূখণ্ডৰ ওপৰতো দাবী তোলে।

আন কথাত কবলৈ গলে, উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্য আৰু কেন্দ্ৰ শাসিত

অঞ্চলবিলাকত আলোড়নকাৰীসকলে অকল বিচ্ছিন্নতাবাদৰে মহয়, আনকি আগ্ৰাসী জাত্যাভিমানৰ প্ৰৱণতাও প্ৰদৰ্শন কৰে।

ইও হ'ল দেশত পূৰ্ব্ব বৃটিছ ঔপনিবেশিক শাসনে এৰি থৈ যোৱা এক কুফল। এই কুফল নষ্ট কৰিবলৈ স্বাধীন ভাৰতে এতিয়াও চেষ্টা চলাব লগা হৈছে। বৃটিছে এৰি থৈ যোৱা সমস্ত বিষয়টো হ'ল অত্যন্ত জটিল আৰু আউলীয়া। বৃটিছ শাসকবিলাকে নিজৰ সুবিধা আৰু স্বাৰ্থ অনুসৰি অঞ্চলবিলাক স্বেচ্ছাচাৰীভাৱে ভাগ ভাগ কৰি পেলাইছিল। আৰু এনে বিভাজনে একে জনগোষ্ঠীয়-সম্পৰ্কীয় লোকসকলকো বিভক্ত কৰি ৰাখিছিল। উদাহৰণ স্বৰূপে, নগাসকল সামূহিকভাৱে বসবাস কৰে বৰ্তমানৰ নগালেণ্ডত, মণিপুৰৰ নগা পাহাৰবিলাকত, অসমৰ উত্তৰ-কাছৰ আৰু মিকিৰ পাহাৰ, লক্ষীমপুৰ, শিৱসাগৰ আৰু নগাঁওতে, অৰুণাচল প্ৰদেশৰ উত্তৰ পূবত আৰু বাৰ্মা ভূখণ্ডৰ ভিতৰত ছোমৰা জনপদত। কিন্তু নগাসকলক তেওঁলোকৰ গৃহভূমি দিয়া হৈছে কেৱল বৰ্তমানে নগালেণ্ড নামৰ ৰাজ্যখনতহে। গতিকে, নগাসকলৰ আপত্তি অপূৰণ হৈছে। নগাজনগাৰ আৰু এটা ঠাল আছে, কিন্তু তেওঁলোকক বোলা হয় জেলিয়ানগ্ৰোং। তেওঁলোক গঠিত হৈছে উত্তৰ কাছাৰ পাহাৰৰ জেমিয়াসকল, মণিপুৰৰ ৰংমাই আৰু লিয়াংমাই আৰু নগালেণ্ডৰ জেমাইলিয়াংমাইসকলক লৈ। তেওঁলোক এঁকে জনগোষ্ঠী পৰিয়ালৰ লোক। অথচ, বৃটিছে কৰি যোৱা ব্যৱস্থাৰ ফলতেই তেওঁলোক বিভক্ত হৈ আছে। এইখিনিতে এই কথাও উল্লেখ কৰিব পাৰি যে জেলিয়ানগ্ৰোংসকলক লৈ এখন পৃথক ৰাজ্য অথবা কেন্দ্ৰ শাসিত অঞ্চল স্থাপনৰ কাৰণে এই দাবী লৈ এই অঞ্চলত বাৰংবাৰ আলোড়ন হৈছে, নগাসকলে আৰু আনহাতে মণিপুৰে এই আলোড়নৰ বিৰোধিতা কৰিছে। কাৰণ, জেলিয়াগ্ৰোঙৰ এক নতুন ৰাজনৈতিক গোট গঠন হলে নগালেণ্ড আৰু মণিপুৰ উভয়ৰে আৰু অসমৰো অংশ বিশেষ খণ্ডিত কৰিব লাগিব।

বাৰ্মাৰ কাবু উপত্যকা সম্পৰ্কে মণিপুৰৰ অভিযোগ আছে। মণিপুৰে এই দাবীও কৰে যে এই অঞ্চলটো আগতে মণিপুৰৰ অন্তৰ্ভুক্ত আছিল। বৃটিছে কাবু উপত্যকাটো মণিপুৰৰপৰা কাটি নি ১৮৩৪ চনত বাৰ্মাৰ লগ লগাই দিছিল। সেই সময়ত ভাৰত আৰু বাৰ্মা উভয়েই বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত আছিল।

নেফাৰ ( অৰুণাচল প্ৰদেশ ) লগত অসমৰ সীমা সমস্যা আছিল আৰু এতিয়াও আছে। টিৰাপ ফ্ৰন্টিয়াৰ ডিভিজনৰ নগাসকলে দেওখালি অঞ্চলটো দাবী কৰিছিল। ছিয়াঙৰ পাছিঘাট মহকুমাৰ সীমাতে থকা জোনাই অঞ্চলটোৰ ৪০ বৰ্গ মাইলমানকে নেফাৰ আদি আৰু অসমৰ মিৰিসকলে পৰস্পৰ দাবী কৰে। লোহিতৰ নামছাই অঞ্চলত, দেউৰীসকলে নেফাৰ ৪০ বৰ্গ মাইলৰো অধিক অঞ্চল

বেদখল কৰিছে বুলি অভিযোগ উঠিছে। আনহাতে, টিৰাপ ফ্ৰন্টিয়াৰ ডিভিজনৰ নোৱা দিহিং উপত্যকাৰ মিয়াওত আৰু আন আন জনবসতিহীন ঠাইত চাকমা শৰণাৰ্থীসকলক বন্দোবস্তী দিয়াত অৰুণাচল প্ৰদেশৰ টাংছ, ছিংফৌ নগাসকল অসন্তুষ্ট হৈছিল। এই চাকমা শৰণাৰ্থীসকল তেতিয়াৰ পূৱ পাকিস্তানত চট্টগ্ৰাম পাহাৰৰ জনপদত থকা তেওঁলোকৰ বাসভূমিৰপৰা খেদা খাই ভাৰতলৈ আহিব লগা হৈছিল। ইও হ'ল জনসাধাৰণক বিভাজন কৰা বৃটিছ নীতিৰেই এটা ফল আৰু চাকমাসকল বিভাজিত হৈছিল ভাৰত আৰু তেতিয়াৰ পূৱ পাকিস্তানৰ অঞ্চলবিলাকৰ মাজত। সমস্যাটো এতিয়াও থাকি গ'ল, কাৰণ চাকমাসকল এতিয়াও বিভক্ত হৈ আছে ভাৰত আৰু বাংলাদেশৰ অঞ্চলবিলাকৰ মাজত।

ঠিক সেইদৰে মিজোসকলো বিভক্ত হৈ আছে, তেওঁলোকৰ অধিকাংশই আছে মিজোৰামত, কিন্তু প্ৰায় সকলো অংশৰ ৰাজনৈতিক পাৰ্টিবোৰে দাবী কৰে যে বৰ্তমানে ত্ৰিপুৰা, মণিপুৰ, বাৰ্মা আৰু বাংলাদেশত বাস কৰি থকা সমস্ত মিজো জনগণ মিজোৰামৰ ভিতৰলৈ আহিব লাগে আৰু সেই গতিকে সেই ভাৰতীয় ৰাজ্যকেইখন আৰু বাৰ্মা আৰু বাংলাদেশত মিজোসকল বসবাস কৰি থকা অঞ্চলবোৰ অন্তৰ্ভুক্ত কৰি মিজোৰামৰ বৰ্তমান সীমা সম্প্ৰসাৰণ কৰিব লাগে।

২৭৮৫ বৰ্গমাইলবো অধিক বনাঞ্চলৰ ওপৰত অসম-নগালেণ্ড বিৰোধৰ পৰিণতি স্বৰূপে সেই দুই ৰাজ্যৰ পুলিচ বাহিনীৰ মাজত আনকি সশস্ত্ৰ সংঘৰ্ষও চলিছে।

অসমৰ ভিতৰত কছাৰী আৰু মিকিৰসকলে দাবী কৰে যে মিকিৰসকলক নগালেণ্ডৰ অন্তৰ্ভুক্ত কৰিব লাগে। কিছুমানে দাবী কৰে যে ডিমাপুৰক নগালেণ্ডৰ পৰা কাটি আনি কছাৰীসকলক দিব লাগে, কাৰণ ডিমাপুৰ আছিল কছাৰী ৰজাসকলৰ পুৰণি ৰাজধানী।

আনফালে, অসমৰ গোৱালপাৰা, দৰং আৰু কামৰূপ জিলাৰ ৩৬২ খন গাঁওৰ ৭২ বৰ্গ মাইলত বসবাস কৰা ৬৫,০০০ জনসংখ্যাৰ বিভক্ত গাৰোসকলক মেঘালয়ৰ লগত চামিল কৰিব লাগে বুলি দাবী উঠিছে। গাৰো আৰু খাছীসকলে বাংলাদেশত অন্তৰ্ভুক্ত হৈ থকা কিছুমান সংলগ্ন অঞ্চলো দাবী কৰিছে।

১৯৫১ চনত ভাৰতীয় সংবিধানৰ ৬ষ্ঠ তপাচলৰ অধীনত মিকিৰ জিলা গঠন কৰাৰ পিছত অসম আৰু গাৰো-খাছী-জয়ন্তীয়া পাহাৰৰ মাজত আন এটা সীমা সমস্যাই দেখা দিছিল। নতুন জিলাখন গঠন কৰা হৈছিল নগাঁও জিলা আৰু শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ কিছু অংশ আৰু জয়ন্তীয়া পাহাৰৰ জোৱাই মহকুমাৰ দুটা খণ্ড লৈ। যেতিয়া নাৰ্ছ অথবা ছিন্‌টেংসকলক মিকিৰ জিলাৰ অন্তৰ্ভুক্ত কৰা হৈছিল, তেওঁলোকে এই স্থানান্তৰৰ প্ৰতিবাদ জনাইছিল।

এই অঞ্চলটোৰ সীমা সমস্যাৰ সমাধান কৰা হোৱা নাই। সত্তৰৰ দশকত পাৰো-খাছী আৰু অসমীয়াসকলৰ মাজত কাজিয়া হিংস্র সমৰল আৰু সংঘৰ্ষই অত্যন্ত বিপদজনক ৰূপে দেখা দিছিল। পৰিস্থিতিয়ে শোচনীয় ৰূপ লোৱাটো বন্ধ কৰা হ'ল আৰু সেইছোৱা কালৰ অন্ত পৰিল, কিন্তু উত্তেজনাৰ কাৰণবোৰ থাকি গ'ল।

আগতেই উল্লেখ কৰা হৈছে, বৃটিছ ঔপনিবেশিক শাসনৰ জেৰ এতিয়াও অতিক্ৰম কৰিব পৰা হোৱা নাই। অথচ, এনে কিছুমান ব্যৱস্থা গ্ৰহণ কৰা হৈছিল, যিবিলাকে সমস্যাটো কেৱল তীব্র কৰি তোলাতহে সহায় কৰিছিল। এই ক্ষেত্ৰত অসমৰ প্ৰশাসন সম্পৰ্কে পাহাৰী অঞ্চলবোৰৰ গভীৰ সন্দেহ আছিল, এই সন্দেহ দূৰ কৰাৰ কাৰণে কোনো প্ৰচেষ্টা চলোৱা হোৱা নাছিল। আনহাতে, ১৯৬০ চনত অসমে ঘোষণা কৰিলে যে অসমীয়া ভাষাই সমগ্ৰ অঞ্চলটোৰ ৰাষ্ট্ৰভাষা হব। ইয়াৰ ফলত সন্দেহ বৃদ্ধি পালে আৰু কিছু বৈৰীভাবো সৃষ্টি হ'ল। পাহাৰৰ জনসাধাৰণে আৰু আনকি অসমৰ ভৈয়াম অঞ্চলৰ জনজাতিসকলেও অনুভৱ কৰিবলৈ ললে যে তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁলোকক অসমীয়া কৰিবলৈ লোৱা হৈছে। তেওঁলোকৰ এই ধাৰণাও হ'ল যে তেওঁলোকৰ প্ৰতি অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিকভাৱে বৈষম্যমূলক আচৰণ কৰা হৈছে। সেই কাৰণে পাহাৰী জনগণৰ মাজত অসমৰ বিৰুদ্ধে সাধাৰণভাৱে এক বিক্ষুব্ধ মনোভাব জাগি উঠিল আৰু অসমৰপৰা পৃথক হোৱাৰ কাৰণে আটায়ে দাবী তুলিলে। অসমৰ ভৈয়ামৰ জনজাতিৰ মাজতো এই মনোভাব বিয়পি পৰিছে। এওঁলোক হ'ল বড়ো, কছাৰী, ৰাভা, হোজাই হাজং, দেউৰী, ভৈয়ামৰ মিৰি, লালুং ইত্যাদি। তেওঁলোকৰ জনসংখ্যা এক নিযুতৰো অধিক, তেওঁলোকে প্ৰধানতঃ বাস কৰে গোৱালপাৰা, কামৰূপ, দৰং, লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে। এই লোকসকলেও অসমৰপৰা পৃথক হবলৈ বিচাৰে। ১৯৬৭ চনত তেওঁলোকে অসমৰ ভৈয়াম জনজাতি পৰিষদ (পি টি চি) নামেৰে এটা সংগঠন গঠন কৰিলে আৰু "উদয়াচল" নামেৰে তেওঁলোকৰ এখন পৃথক ৰাজ্য অথবা কেন্দ্ৰ শাসিত অঞ্চল দাবী কৰিলে।

এই সন্দৰ্ভত উল্লেখ কৰিব পাৰি যে বড়োসকলেই আছিল অসমৰ আদিমতম বাসিন্দা। ১৮৫৪ চনত তেওঁলোকৰ শেষ ৰজা তুলাৰাম সেনাপতিৰ মৃত্যুৰ আগলৈকে তেওঁলোক আছিল স্বাধীন মানুহ, এই বড়োসকলে নিজৰ পতাকা উত্থিত কৰিছে। ত্ৰিৰঙ্গ পটভূমিৰ বিপৰীত এক অগ্নিশিখাই এই পতাকা শোভিত কৰিছে। বড়ো ভাষাৰ কাৰণে ৰোমান বৰ্ণলিপি গ্ৰহণৰ কাৰণেও তেওঁলোকে দাবী কৰিছে।[৫]

তাৰ পিছত আহিল আহোমসকলৰ প্ৰশ্ন। ১২২৮ খৃষ্টাব্দৰপৰা ১৮২৬ খৃষ্টাব্দলৈকে আগমন আৰু ৰাজ্যশাসনৰ দিন ধৰি এওঁলোক স্থানীয় জনগণৰ লগত প্ৰায় আহ গৈছে।

কিন্তু নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে আৰু, আপত্তি-অভিযোগ আৰু নৈৰাশ্যবোধ আঁতৰোৱাৰ কাৰণে তেওঁলোকেও শিৱসাগৰ, লক্ষীমপুৰ আৰু ডিব্ৰুগড় উজনী অসমৰ এই তিনিখন জিলাক লৈ তেওঁলোকৰ কাৰণে এখন পৃথক ৰাজ্য অথবা কেন্দ্ৰশাসিত অঞ্চল দাবী কৰিছে। তেওঁলোকে 'উজনী অসম ৰাজ্য পৰিষদ' নাম দি এটা সংগঠন গঢ়ি তুলিছে আৰু ইয়েই আহোম বাসভূমিৰ দাবী তুলি ধৰিছে।

ঠিক সেইদৰে আহিছে লক্ষীমপুৰৰ মিৰিসকলৰপৰা এক মিৰিভূমিৰ দাবী, অৰুণাচল প্ৰদেশৰ নামৰ্নত বাস কৰা আবৰসকলৰপৰা আবৰ ভূমিৰ দাবী। অসমৰ গোৱালপাৰা জিলাত আৰু পশ্চিমবঙ্গৰ কোচবিহাৰ আৰু জলপাইগুৰি জিলাত বসবাস কৰা ৰাজবংশীসকলেও দাবী তুলিছে তেওঁলোকৰ পৃথক বাসভূমি।

ওপৰৰ কথাবিলাকৰপৰা দেখিবলৈ পোৱা যায় দেশৰ উত্তৰ-পূব অঞ্চলৰ পৰিস্থিতি কিমান বেছি জটিল। কিন্তু কাহিনীৰ শেষ ইয়াতেই হোৱা নাই।

বৃটিছ উপনিবেশ স্থাপনকাৰীসকলে অত্যন্ত চতুৰভাৱে উত্তৰ পূবৰ জনগণৰ মাজত বিভেদৰ বীজ ৰইছিল, কেৱল সেয়ে বিচ্ছিন্নতাবাদী প্ৰৱণতাৰ ভূমণ্ড লিবিলাকে প্ৰস্তুত কৰিছিল। বৃটিছ ঔপনিবেশিক শাসকসকলে কেতিয়াও ভাৰতৰ বাকী অংশৰ জনগণৰ লগত উত্তৰ-পূবৰ জনগণৰ যোগাযোগৰ সুযোগ দিয়া নাছিল। উত্তৰ-পূৰ্বাঞ্চল আৰু ইয়াৰ জনগণক সযত্নে ভাৰতীয় মূল সোঁতৰপৰা আঁতৰাই ৰখা হৈছিল। বৃটিছ উপনিবেশ স্থাপনকাৰীসকলৰদ্বাৰা সৃষ্ট আৰু ৰক্ষিত এই বিচ্ছিন্ন খণ্ডবোৰত খৃষ্টান মিছনাৰীসকলে জনগণৰ ওপৰত জাপি দিছিল পশ্চিমীয়া ভাৱধাৰা আৰু জীৱন-নিৰ্বাহ পদ্ধতি। ইয়াৰ ফল হৈছিল এই যে উত্তৰ-পূবৰ জনগণ ব্যাপক অ-ভাৰতীয় হৈ পৰিছিল, ভাৰতীয় পৰম্পৰা, আৰু ভাৰতীয় সকলো বিষয় সম্বন্ধে হৈ তেওঁলোকক অজ্ঞ কৰি ৰখা হৈছিল।

খৃষ্টিয়ান মিছনাৰীসকলৰ কাৰ্যকলাপৰ বিষয়ে ইয়াত কৰা মন্তব্যৰ উদ্দেশ্য কাৰো ধৰ্মীয় মনোভাব আৰু বিশ্বাসৰ ওপৰত আঘাত দিয়াটো নহয়। এইবিলাক হ'ল ব্যক্তি বিশেষৰ বিষয়। কথাটো হ'ল, কোনো কোনো ব্যক্তি বা দলৰ কাম-কাজৰ ফলাফল, এনেবোৰ কাৰ্যকলাপৰ অভিপ্ৰায় আৰু এই কাৰ্যকলাপবিলাকৰপৰা উদ্ভৱ হোৱা সামগ্ৰিক চিত্ৰখন বাস্তৱানুগভাৱে উপলব্ধি কৰা।

ফেলিক্স গ্ৰীনে মন্তব্য কৰিছে, "য'তে সাম্ৰাজ্যবাদী অনুপ্ৰবেশ ঘটিছিল, তাতে আপুনি দেখিবলৈ পাব যে ইয়াৰ অগ্ৰদূত আছিল ধৰ্মীয় মিছনাৰীসকল।" গ্ৰীনে নেপ'লিয়ানৰ উক্তি দিছে। তেওঁ কৈছিল, "ধৰ্মীয় মিছনবিলাক এচিয়া, আফ্ৰিকা আৰু আমেৰিকাত মোৰ কাৰণে অতি লাগতিয়াল হব, কাৰণ তেওঁলোকে ভ্ৰমণ কৰা সকলো দেশৰ বিষয়ে সবিশেষ মই তেওঁলোকৰপৰা পাম। তেওঁলোকৰ পোছাকৰ

পৰিত্ৰতাই যে কেৱল তেওঁলোকক ৰক্ষাই কৰিব এনে নহয়, তেওঁলোকৰ ৰাজনৈতিক আৰু বাণিজ্যিক অনুসন্ধানবোৰ গোপন ৰখাতো সহায় কৰিব।" গ্ৰীনে আৰু লিখিছে, "নেপ'লিয়ানেই একমাত্ৰ নহয়, যদিও তেওঁ আন বহুততকৈ কথাবিলাক খোলাখুলিকৈ কয়। স্পেন, বেলজিয়াম, বৃটেন, মাৰ্কিন যুক্তৰাষ্ট্ৰ—আটায়েই এই ঈশ্বৰ-ভক্তসকলৰ সদব্যৱহাৰ কৰে।"(৬)

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলত জনসাধাৰণৰ মাজত শিক্ষা প্ৰচাৰৰ কাৰণে তেতিয়াৰ বৃটিছ শাসকসকলে খৃষ্টিয়ান মিছনাৰীসকলৰ ওপৰত দায়িত্ব অৰ্পন কৰিছিল। এনেকৈয়ে, বছৰৰ পিছত বছৰ ধৰি বৃটিছৰ অধীনত উত্তৰ-পূৰ্বাঞ্চলত শিক্ষাৰ চৰকাৰী এজেন্সীবোৰ আছিল এই খৃষ্টিয়ান মিছনবিলাক। ইয়াৰ ফলত উত্তৰ-পূৰ্বাঞ্চলৰ জনগণক শিক্ষাদানৰ উদ্দেশ্য প্ৰকৃতপক্ষে সফল হৈছিল নে নাই সেইটো হ'ল এটা প্ৰশ্ন, যিটোৰ বিশদ বিচাৰৰ প্ৰয়োজন আছে। কিন্তু এই নীতিৰ এটা ফল আছিল যে সেই সময়ৰ বৃটিছ শাসকসকল এটা অতি বৃহৎ খৰচৰ বোজাৰপৰা বাচি গৈছিল। কাৰণ, চৰকাৰী নথীপত্ৰত স্বীকৃতি পোৱা গৈছে, মিছনৰ কাৰ্যকলাপৰ প্ৰসাৰে এনে এটা পৰিস্থিতি সৃষ্টি কৰিব পাৰিছিল, য'ত "দুৰ্গ সৈন্য নিৰাপদে হ্ৰাস কৰিব পৰা হৈছিল।"(৭) ভাৰতৰ অন্যান্য অংশৰ মানুহৰ দৰেই, উত্তৰ-পূৰ্বাঞ্চলৰ মানুহেও বৃটিছ প্ৰভুৰ ভাল পোৱা নাছিল আৰু প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰিছিল, গতিকে, প্ৰায়েই সশস্ত্ৰ প্ৰতিৰোধৰ পথ লোৱা মানুহবোৰক "শান্ত কৰি ৰখাৰ" কাৰণে ব্যৱস্থা গ্ৰহণৰ প্ৰয়োজন হৈ পৰিছিল। খৃষ্টিয়ান মিছনাৰীসকলেও বৃটিছ শাসকবৰ্গৰ হৈ "শান্ত কৰি ৰখাৰ" এজেন্সী হিচাপে কাম কৰিছিল।

বৃটিছ শাসকসকলে উত্তৰ-পূবৰ জনগণক নিজৰ ভিতৰত বিভক্ত, প্ৰায়েই পৰস্পৰৰ প্ৰতি বৈৰী কৰি ৰাখিছিল। ইয়াৰ বাহিৰেও বৃটিছ নীতিৰ তিনিটা বিশেষ ফল দেখিবলৈ পোৱা গৈছিল। প্ৰথমতে, ভাৰতৰ বাকী অংশত প্ৰবাহিত ৰাজনৈতিক বিকাশৰ ধাৰাৰ সোঁতৰপৰা উত্তৰ-পূবৰ মানুহক বিচ্ছিন্ন কৰি ৰাখিছিল। ইয়াৰ ফলত এই মানুহবিলাকে ভাৰতীয়ত্ব কাক কয় জনা নাছিল। দ্বিতীয়তে, নিজৰ ইচ্ছামতে এই অঞ্চলৰ সমাজখন পৰিবৰ্তনৰ কাৰণে খৃষ্টিয়ান মিছনাৰীবিলাকে একচেটীয়া সুবিধা পাইছিল আৰু সিবিলাকে পশ্চিমীয়া জীৱন যাত্ৰাৰ পদ্ধতি আৰু মূল্যৰ বিদেশী ৰূপৰেখা প্ৰৱৰ্তন কৰিছিল। ই এই সমাজৰ লগত খাপ খোৱা নাছিল। নতুন মূল্য সম্পৰ্কত সমাজক ধৰি ৰাখিব পৰা কিবা এটা সৃষ্টি নকৰাকৈয়ে নিজৰ পৰম্পৰাৰপৰা এই জনগণক মূলোচ্ছেদ কৰিবলৈ এই মিছনবিলাক সক্ষম হৈছিল। আনকি এজন বৃটিছ লিখকেও ইয়াৰ বিৰুদ্ধে কঠোৰ ভাষাৰে লিখিছিল। এ জি. মেক্‌কলে সঠিকভাৱেই কৈছিল, "এই নতুন আৰু অপ্ৰতিৰোধ্য বৃটিছ আক্ৰমণকাৰীসকলৰ আগত তেওঁ-

লোকৰ ( উত্তৰ পূবৰ জনগণৰ ) শক্তিৰ স্তম্ভ লজ্জা আৰু অৱমাননাত ভূপতিত হৈছিল। প্ৰকৃতপক্ষে, ব্ৰিটিছবিলাকে গঢ়িব পৰাখিনিতকৈ ধ্বংস কৰিছিল বেছি। আকৌ মেকৃকলৰ ভাষাতে কবলৈ গলে, "অৱশ্যে, নিৰ্মাণ কৰাটো আৰু গঢ়ি তোলাটো দুটা পৃথক কথা।"[৮] তৃতীয়তে, উত্তৰ-পূৰ্বাঞ্চলৰ সমাজত বৃটিছে প্ৰবৰ্তন কৰা মুদ্ৰা অৰ্থনীতিয়ে মানুহৰ মনত অৰ্থনৈতিক বিকাশৰ কাৰণে এটা আকাঙ্ক্ষা জগাই তুলিছিল আৰু বৃটিছ শাসকসকলে এনে কোনো অৰ্থ নৈতিক উপাদান দিবলৈ কেতিয়াও চেষ্টা কৰা নাছিল, ইয়াৰ ফলত মানুহৰ মাজত এক সাধাৰণ নৈৰাশ্যভাৱে দেখা দিছিল। মুঠতে, বৃটিছে এইভাবেই পৰম্পৰাগত ভিত্তিবপৰা মূলোচ্ছেদ হোৱা এই অশান্ত, কিন্তু সামাজিক, অৰ্থ নৈতিক আৰু ৰাজনৈতিক সমতাৰ কাৰণে চেষ্টা কৰা উত্তৰ-পূবৰ জনগণক, ভাৰতৰ বাকী অংশৰপৰা ৰাজনৈতিক সংস্কৃতিৰ ধৰ তল স্তৰত ৰাখিছিল।[৯]

এই সমস্ত বিকৃত আৰু ধ্বংসমূলক কামবোৰ কৰিও আনকি বৃটিছ উপনিৱেশবাদী-সকল সন্তুষ্ট হোৱা নাছিল। ১৯৪৭ চনত ভাৰতৰপৰা লজ্জাকৰ পশ্চাৎপসৰণ কৰিব লগা হোৱাৰ আগতে তেওঁলোকে উত্তৰ পূব সম্পৰ্কে আন এটা ষড়যন্ত্ৰ ৰচনা কৰিছিল। এইটো আছিল সমগ্ৰ উত্তৰ-পূব অঞ্চলক ভাৰতৰপৰা বাহিৰ কৰি নিয়াৰ ষড়যন্ত্ৰ। নিৰ্দিষ্ট প্ৰস্তাৱটো আছিল যে উত্তৰ পূব অঞ্চলটোক লৈ ভাৰত আৰু বাৰ্মাৰ-পৰা এটা পৃথক স্বাধীন ৰাজনৈতিক গোট গঠন কৰা আৰু এই অঞ্চলটোক ইংৰাজ ৰজাৰ প্ৰত্যক্ষ অধীনত এক বিশেষ উপনিৱেশলৈ ৰূপান্তৰ কৰা।[১০] এই পৰিকল্পনাৰ পিছত থকা মানুহজন আছিল এজন বৃটিছ "বিশাৰদ", আৰ কুপলেও। তেওঁ চাৰ ষ্টাফ'র্ড ক্ৰীপছৰ সচিব হিচাপে ভাৰতলৈ আহিছিল। ক্ৰমশঃ এই প্ৰস্তাৱে সমৰ্থন লাভ কৰিছিল, বহুদিন ধৰি অসমৰ গভৰ্ণৰ হৈ থকা ৰবাৰ্ট ৰীডে, লুচাই পাহাৰত দীৰ্ঘদিন ধৰি অধীক্ষক হৈ থকা এল্ পেটাৰ্ছ আৰু অন্যান্য গুৰুত্বপূৰ্ণ বৃটিছ ৰাজনৈতিক বিষয়া-সকলৰপৰা।

প্ৰস্তাৱটোৰ পিছত থকা তত্ত্বগত ভাৱধাৰাটো আছিল যে উত্তৰ পূব খণ্ডটোৰ অঞ্চলবিলাক আছিল ভাৰত আৰু বাৰ্মা উভয়ৰপৰা পৃথক আৰু গতিকেই এই অঞ্চল-বিলাক ভাৰত অথবা বাৰ্মা ক'তোৱেই অন্তৰ্ভুক্ত কৰিব নোৱাৰি। উপনিৱেশবাদৰ বৃটিছ আদৰ্শবিদসকলৰ এই ভাৱধাৰাটোৱে প্ৰকৃতপক্ষেই উত্তৰ পূবত বিচ্ছিন্নতাবাদী প্ৰৱণতাৰ কাৰণে ক্ষেত্ৰ প্ৰস্তুত কৰিছিল।

পিছত, এই বৃটিছ ভাৱধাৰাটোৱে প্ৰকাশ পাইছিল আন আন বিভিন্ন তত্ত্বত, যিবিলাকৰ বিশদ ৰূপ দিছিল মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু চীনৰ মুখপাত্ৰসকলে। মাৰ্কিন যুক্তৰাষ্ট্ৰই প্ৰকৃতপক্ষেই উত্তৰ-পূব অঞ্চলক ভাৰতৰপৰা বিচ্ছিন্ন কৰাৰ কাৰণে এক

আঁচনি প্ৰস্তুত কৰিছিল, এয়া আছিল তথাকথিত ব্ৰহ্মপুত্ৰ প্ৰকল্প। ইয়াৰ লগতে পোৱা হৈছিল 'স্বভূমিৰ সন্তান' ইত্যাদি চিন্তাধাৰাত ভালেমান আমেৰিকান লিখকৰদ্বাৰা ৰচিত তত্ত্বগত ৰচনা,—তত্ত্বৰ পিছত থকা প্ৰধান ভাৱধাৰাটো আছিল মূলতঃ বৃটিছ ঔপনিবেশিক ভাৱধাৰাৰ লৈতে একেই: যে উত্তৰ-পূৱ খণ্ডটো ভাৰতৰ বাকী অংশবপৰা স্বকীয়া আৰু পৃথক। এইভাৱে দেখা লৈছিল যে উত্তৰ-পূৱ সম্পৰ্কে ভালেমান প্ৰস্তাৱ উত্থাপন কৰা হৈছে। কিছুমানে কৈছিল উত্তৰ পূৱ অঞ্চলৰ অন্যান্য-বিলাকৰ লৈতে নেপাল আৰু ভূটানকো লৈ এখন সাৰ্বভৌম আৰু পৃথক স্বতন্ত্ৰ পাহাৰী ৰাষ্ট্ৰ গঠন কৰাৰ কথা। এই আঁচনিত তিব্বতকো অন্তৰ্ভুক্ত কৰাৰ বিষয়ে কিছুমানে কল্পনা কৰিছিল। আন কিছুমানে এই ভাৱধাৰাটো প্ৰচাৰ কৰিছিল যে উত্তৰ-পূৱৰ পৰা এখন পৃথক খৃষ্টিয়ান ৰাজ্য ফালি উলিয়াব লাগে আৰু সেইখনো হব ভাৰত আৰু বাৰ্মা উভয়ৰপৰা স্বতন্ত্ৰ। আকৌ কিছুমানে প্ৰস্তাৱিত পাহাৰী ৰাষ্ট্ৰৰ ভিতৰত দাৰ্জিলিং আৰু উত্তৰবঙ্গৰ আন আন অংশকো অন্তৰ্ভুক্ত কৰাৰ ৰঙীন ভাৱধাৰা তুলি ধৰিছিল। আৰু তাৰ পিছত আছিল ভাৰতৰ সমগ্ৰ উত্তৰ-পূৱ দিশেদি এটা বাট (কৰিডৰ) তৈয়াৰ কৰাৰ চীনা পৰিকল্পনা—এই বাটে তিব্বতক চীনৰ লগত সংযোগ কৰিব। উত্তৰ-পূৱ অঞ্চলত বৰ ককাইৰ লগতে সৰু ককাইবোৰেও উজান দিবলৈ চেষ্টা কৰিছিল। সেই কাৰণেই আমি দেখিবলৈ পাইছো উত্তৰ-পূৱৰ আহুকালত পাকিস্তান, বাংলাদেশ আৰু থাইলেণ্ডৰ হাত।

আৰু বিভিন্ন ভাৰত-বিৰোধী ভাৱধাৰাৰ প্ৰচাৰত পোৱা গৈছিল বিভিন্ন ৰঙৰ স্থানীয় অনুগামী: বৃটিছ সমৰ্থক, আমেৰিকান সমৰ্থক, চীনাপন্থী, পাকিস্তানপন্থী আৰু থাইলেণ্ড-পন্থী মানুহ। গতিকেই, ভাৰতৰ সমগ্ৰ উত্তৰ-পূৱ খণ্ডটো হৈ পৰিছিল ষড়যন্ত্ৰৰ সাৰুৱাভূমি।

আগতে, গণ্ডগোল সৃষ্টি কৰা হৈছিল বিচ্ছিন্ন আৰু সৰু-সুৰা অঞ্চলত, প্ৰথমতে নগালেণ্ডত, তাৰ পিছত মিজোৰাম আৰু মণিপুৰত, তাৰ পিছত ভাৰতৰ কেন্দ্ৰত কিছুদিনৰ কাৰণে জাতীয়-বিৰোধী জনতা শাসন চলিছিল আৰু এই কালছোৱাতেই ভাৰতীয় জাতি গঠনৰ প্ৰক্ৰিয়াটো ওভটা মুখী হ'ল আৰু দেখিবলৈ পোৱা গ'ল "জাতি-ভঙাৰ" প্ৰক্ৰিয়া। এই কালছোৱাতেই অসমত আহুকাল বৃদ্ধি হ'ল, অসমেই হ'ল উত্তৰ-পূৱৰ লাইখুটা আৰু অৰ্থনীতিৰ বিচাৰত ইয়াৰ আছে অত্যন্ত তাৎপৰ্যপূৰ্ণ সম্ভাৱনা। এই কালছোৱাতে বৃদ্ধি পালে ত্ৰিপুৰাত গণ্ডগোল। অৰুণাচল প্ৰদেশ আৰু মেঘালয়কো এই গণ্ডগোলৰ জালত পেলাবলৈ চেষ্টা চলিল।

মানচিত্ৰখনলৈ মন কৰিলেই স্পষ্টৰূপে ধৰিব পৰা যায় যে উত্তৰ-পূৱৰ ৰাজ্যবিলাক আৰু কেন্দ্ৰ শাসিত অঞ্চলবোৰ ভাৰতৰ প্ৰতিৰক্ষাৰ কাৰণে অতিশয় গুৰুত্বপূৰ্ণ, এই

আটাইবোৰ ৰাজ্য আৰু অঞ্চলৰ সীমাই কোনো নহয় কোনো বিদেশী ৰাষ্ট্ৰৰ সীমা স্পৰ্শ কৰিছে, আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু স্পৰ্শকাতৰ সীমান্ত হ'ল আমাৰ উত্তৰৰ চুবুৰীয়া চীনৰ সীমা।

গতিকে, ভাৰতীয় জাতীয় ঐক্যৰ পৰিপ্ৰেক্ষিত আৰু ভাৰতৰ আঞ্চলিক অখণ্ডতাৰ প্ৰতিৰক্ষাৰ সম্পৰ্কত এই খণ্ডটোৰ এক সূক্ষ্ম বিচাৰ হ'ল গুৰুত্বপূৰ্ণ আৰু প্ৰাসংগিক।

## টীকা আৰু প্ৰসঙ্গ


1 Essays in Political Geography : Edited by Charles A Fisher, London, 1968 p 161–176

2 Rising Nagas by Asoso Yonus Delhi 1974, P 1

3 Nagas struggle Against British Rule by Asoso Yonuo, Delhi 1982, P 173

4 The Boundaries of Manipur by Dr L Chandramani Singh Imphal 1970, p 9—10

5 Economic and Political Weekly Bombay, December 21, 1974

6 The Enemy by Felix Greene Calcutta, 1974 p 109

7 Administrative Report of the Lushai Hills for the year 1898—99 Govt of Assam, Shillong, 1899 p 14

8 Lushai Chrysalis by A G McCall, London, 1949 p 199

9 Mizoram Dynamics of Change by Dr Animesh Ray, Calcutta, 1982 p 286

10 Future of India by R Coupland London, 1944, p 160

## দ্বিতীয় অধ্যায়

# বৃটিছৰ ৰাজ্য দখল

১৭০৭ চনটো আছিল ভাৰতৰ ইতিহাসত এক নিৰ্ণয়ক সন্ধিক্ষণ। সম্ৰাট আউৰংজেবে দাক্ষিণাত্য বিজয় আৰু বিজাপুৰ আৰু গোলকুণ্ডা দখলৰ পিছত, এই বছৰটোতেই মোগল ক্ষমতাই দেশত শীৰ্ষ বিন্দুত উপনীত হৈছিল গৈ। নিজৰ দুৰ্বল অস্তিত্ব কোনো ৰকমে ধৰি ৰখা এক ক্ষুদ্ৰ স্বাধীন মাৰাঠা ৰাজ্যৰ বাহিৰে এই বৃহৎ ভাৰতীয় উপ মহাদেশখনত মোগল শক্তিক কোনো ৰকমে প্ৰত্যাহ্বান জনাব পৰা আন কোনো সংগঠিত শক্তি নাছিল। কিন্তু ঠিক এই বছৰতেই সেই প্ৰবল প্ৰতাপী সম্ৰাটজনৰ মৃত্যু ঘটিছিল। আৰু তেওঁৰ মৃত্যুৰ লগে লগেই পতন আৰম্ভ হৈছিল কেৱল মোগল শক্তিৰেই নহয়, আনকি ভাৰতত কেন্দ্ৰীয় কৰ্তৃত্বৰো।

আউৰংজেবৰ মৃত্যুৰ লগে লগে, মাৰাঠাসকলে বিদ্ৰোহ কৰিছিল আৰু দাক্ষিণাত্য আৰু দক্ষিণ ভাৰত, উত্তৰলৈ গুজৰাট, মধ্যপ্ৰদেশ আৰু উৰিষ্যা সহ ভাৰতৰ এক বৃহৎ অংশৰ ওপৰত তেওঁলোকৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিছিল। পিছত বঙ্গ, অযোধ্যা আৰু দাক্ষিণাত্যৰ দৰে প্ৰদেশবিলাকৰ প্ৰশাসকসকলে স্বাধীনতা ঘোষণা কৰিলে। ১৭৩৯ চনত নাদিৰ ছাহৰ আক্ৰমণদ্বাৰা এই ভাঙোন সম্পূৰ্ণ কৰা হ'ল।

ওঠৰ শতিকাত ভাৰতত কেন্দ্ৰীয় কৰ্তৃত্বৰ ভাঙোনে বিদেশী প্ৰকৃতপক্ষে প্ৰতিফলিত কৰিছিল এক আপদীয়া কাল, যিটোৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল বিদেশী আক্ৰমণকাৰী-সকলে। এই বিদেশীসকলে আঢৈশৰো অধিক বছৰ ধৰি দেশখনৰ চাৰিওফালে লণ্ড ভণ্ড কৰি ফুৰিছিল। সেই সময়ৰ ইউৰোপীয় সমুদ্ৰ শক্তি পৰ্তুগাল, নেদাৰলেণ্ড, ফ্ৰান্স আৰু বৃটেনে ইতিমধ্যেই ভাৰতক পুঁজিৰ আদিম সংগ্ৰহৰ উৎস হিচাপে গণ্য কৰিছিল। উপকূলীয় বস্তিবিলাক জলদস্যুৰ বলি হৈছিল। ১৪৯৮ চনৰপৰাই গোৱা, বোম্বাই আৰু সিংহলৰ পইণ্টডে গালেত পৰ্তুগীজ সদাগৰসকলৰ উপনিবেশ স্থাপিত হৈছিল। এশ বছৰৰ পিছত ওলন্দাজবিলাকে (ডাটচ) বৰ্তমানৰ কলিকতা মহানগৰীৰ ওচৰত বসতি অঞ্চল পাতিছিল। আৰু তাৰ পিছত ১৬০০ খৃষ্টাব্দত লণ্ডন চহৰৰ সদাগৰী সংস্থা 'লণ্ডন ইষ্ট ইণ্ডিয়া কোম্পানী' প্ৰতিষ্ঠিত হৈছিল।

১৬০০ চনৰ ৩০ ডিচেম্বৰত, ইংলণ্ডৰ ৰাণী এলিজাবেথে এখন চনদৰ যোগেদি ইয়াক প্ৰাচ্যৰ লগত পাট, কপাহ আৰু মূল্যবান পাথৰৰ বেপাৰ কৰিবলৈ কৰ্তৃত্ব

দিছিল। ইষ্ট ইণ্ডিয়া কোম্পানী পৰিচালিত হৈছিল এজন গভর্ণৰ আৰু ২৪টা কমিটিৰদ্বাৰা। তেওঁলোকৰ প্ৰথমখন জাহাজ ভাৰতলৈ যাত্ৰা কৰিছিল ১৬০১ চনত। মোগল সম্ৰাট জাহাঙ্গীৰে ইংৰাজ সদাগৰসকলক চুৰাটত এটা বাণিজ্য বন্দৰ প্ৰদান কৰিছিল। ১৬৩৪ চনত সম্ৰাট চাহাজাহানৰ এক অনুমতি পত্ৰৰ যোগেদি বঙ্গদেশত প্ৰথমটো কাৰখানা স্থাপন কৰা হৈছিল।[১]

বঙ্গদেশৰ সম্পৰ্কত আৰু সমগ্ৰ ভাৰত আৰু ইয়াৰ ইতিহাস সম্পৰ্কত ১৬৫৪ চনটো আছিল অত্যন্ত গুৰুত্বপূৰ্ণ বছৰ। কাৰণ লৰ্ড পামাৰষ্টনে অত্যন্ত সঠিকভাৱেই মন্তব্য কৰাৰ দৰে: "প্ৰথমৰ বাসীন্দাসকলে এটা কাৰখানা আৰম্ভ কৰিলে, কাৰখানাটো দুৰ্গলৈ ৰূপান্তৰিত হ'ল, দুৰ্গটো এখন জিলালৈ আৰু জিলাখন এক প্ৰদেশলৈ সম্প্ৰসাৰিত হ'ল।"[২] ভাৰতত ঘটা ঘটনাৱলীৰ প্ৰকৃত পৰিণতি সম্পৰ্কে ইয়েই আছিল সত্য। ৬৮২ খৃষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰিচালকমণ্ডলীৰ 'কৰ্ট' বঙ্গদেশক এটা পৃথক প্ৰেছিডেন্সীৰূপে (সেই সময়ত প্ৰেছিডেন্সীৰ অৰ্থ আছিল সমগ্ৰ প্ৰদেশতে সিঁচৰতি হৈ থকা কেইটামান কাৰখানা আৰু বাণিজ্য স্থান) গঠন কৰিছিল। কলিকতাত ইয়াৰ এজন গভৰ্ণৰ আৰু কাউন্সিল আছিল। চুৰাটৰ ইংৰাজ কাৰখানাৰ সভাপতিৰ কথা-বতৰাতো সেই একে মনোভাব আৰু দৃষ্টিভঙ্গী প্ৰকাশ পাইছিল, এই কাৰখানাৰ সভাপতি জেৰাল্ড আউঙ্গিয়েৰ বোম্বাই প্ৰেছিডেন্সীৰো গভৰ্ণৰ আছিল। তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰিচালকমণ্ডলীৰ কৰ্টলৈ লিখিছিল যে "আপোনালোকৰ হাতত তৰোৱাল লৈ আপোনালোকৰ সাধাৰণ বাণিজ্য চলোৱাৰ সময় আহি পৰিছে।" পৰিচালকসকলৰ কৰ্টে, ১৬৮৭ চনৰ ১২ ডিচেম্বৰত তেওঁলোকৰ সভাপতি আৰু কাউন্সিললৈ লিখিছিল, "অসামৰিক আৰু সামৰিক ক্ষমতাৰ এনে এক বাহিনী গঠন কৰিবলৈ আৰু উভয়ৰ নিৰাপত্তাৰ কাৰণে এনে এক বৃহৎ পৰিমাণৰ ৰাজহ সৃষ্টি আৰু লাভ কৰিবলৈ যিটো চিৰকালৰ কাৰণে ভাৰতত এক বৃহৎ, সুসংগঠিত, নিৰাপদ ইংৰাজ আধিপত্যৰ ভিত্তি হব পাৰে।"[৩]

সমস্ত দুঃসাহসী অভিযানৰ ক্ষেত্ৰতেই এই একে মনোভাব আৰু দৃষ্টিভঙ্গী দেখিবলৈ পোৱা গৈছিল। পৰ্তুগীজ গোৱাৰ গভৰ্ণৰে ১৫৪৫ চনত লিখিছিল: "তেওঁলোকে ভাৰতকৈ আহিছিল এখন হাতত ক্ৰছৰ আহি আৰু আনখন হাতত এটা কথা লৈ আৰু তেওঁলোকৰ শাসনৰ প্ৰকৃত মনোভাব প্ৰকাশিত হৈছিল গোৱাত ৰাজপ্ৰতিনিধিৰ প্ৰাসাদৰ সন্মুখত খোদিত এটা ভাস্কৰ্যৰ যোগে—এই ভাস্কৰ্য হ'ল এজন সন্ন্যাসীৰ প্ৰতিমূৰ্তি যাৰ এখন ভৰি আছিল দীঘল দিগাৰি থকা এজন ভাৰতীয়ৰ ডিঙিৰ ওপৰত আৰু যাৰ হাতত আছিল ভাৰতৰ ফালে টোঁৱাই থকা এখন খোলা তৰোৱাল।"[৪]

এই নীতিৰ প্ৰতি অনুগত থাকি বৃটিছে ক্ৰমান্বয়ে সিবিলাকৰ বেদখল চলাই গৈছিল আৰু ১৬৮৮ খৃষ্টাব্দত কলিকতাৰ প্ৰতিষ্ঠাতা জব চাৰ্ণকক এনে অভিযোগত অপৰাধী সাব্যস্ত কৰা হৈছিল। মোগলসকলে তেওঁক বঙ্গদেশৰপৰা বহিষ্কাৰ কৰিছিল আৰু তেওঁ মৃত্যুৰ ভয়ত, বহিষ্কৃত সদাগৰসকলৰ লৈতে নদীয়েদি পলাই গৈছিল। কিন্তু ১৬৯০ খৃষ্টাব্দত আউৰংজেবে "কুকুৰবিলাকক", অৰ্থাৎ "কোম্পানীক" নিৰ্বাসনৰপৰা ঘূৰি আহিবলৈ অনুমতি প্ৰদান কৰিছিল। আৰু এইবাৰ চাৰ্ণকে কলিকতাত স্থায়ী বসতি স্থাপন কৰিছিল, দুৰ্গ তৈয়াৰ কৰি তাত সৈন্য ৰাখিছিল। "কুকুৰবিলাকে" পুনৰ আউৰংজেবৰ অনুমতি লৈ কলিকতা, সুতানুটি আৰু গোবিন্দপুৰ এই তিনিখন গাঁও কিনিছিল আৰু এই গাঁও কেইখন সুৰক্ষিত কৰিছিল। নতুন সুৰক্ষা ব্যৱস্থাৰ নাম দিছিল ফৰ্ট উইলিয়াম।[৫]

তেওঁলোকৰ ব্যৱসায় সংক্ৰান্ত কাৰ্যকলাপ চলোৱাৰ কাৰণে ইংৰাজবিলাকক আউৰংজেবে অনুমতি দিলেও তেওঁ তেওঁলোকক বৰ বেয়া পাইছিল। আউৰংজেবৰ দ্বাৰা নিযুক্ত বঙ্গদেশৰ গভৰ্ণৰ, মুৰছিদ কুলিখানেও একে মনোভাবকে পোষণ কৰিছিল। প্ৰকৃতপক্ষে, মুৰছিদ কুলিখানে "মৃদুভাষী" বৃটিছবিলাকক ঘিণ কৰিছিল। আউৰংজেবৰ মৃত্যুৰ পিছত, কলিকতাৰ ইংৰাজ সদাগৰসকলে মুৰছিদ কুলিখানৰ বিৰুদ্ধে আপত্তি জনাবলৈ তেতিয়াৰ দিল্লীৰ মোগল শাসকৰ ওচৰলৈ এটা প্ৰতিনিধি দল পঠাইছিল।

মুৰছিদ কুলিখানৰ মৃত্যু হৈছিল ১৭২৫ খৃষ্টাব্দত। তেওঁৰ পিছত গভৰ্ণৰ হয় তেওঁৰ পুতেক ছুজাউদ্দিন। তেওঁৰ দিনবোৰ বিশেষ ঘটনাবহুল নাছিল যদিও, ইংৰাজৰ সম্প্ৰসাৰণ অব্যাহত আছিল। তেওঁৰ মৃত্যুৰ পিছত বঙ্গদেশৰ গভৰ্ণৰ আছিল আলিবৰ্দী খান। তেওঁ তিনিখন প্ৰদেশ—বঙ্গ, বিহাৰ আৰু উৰিষ্যাক তেওঁৰ অধীনত পুনৰ ঐক্যবদ্ধ কৰিছিল। আলিবৰ্দীয়েও বৃটিছবিলাকক ঘিণ কৰিছিল। কিন্তু তেওঁ সংঘৰ্ষৰ হাত সাৰি থাকিবলৈ চেষ্টা কৰিছিল। আলিবৰ্দীৰ পিছত অধিষ্ঠিত হোৱা তেওঁৰ নাতি ছিৰাজ-উ-দ্দৌল্লা তেনে ধৰণৰ নাছিল। ক্ষমতাত অধিষ্ঠিত হোৱাৰ প্ৰায় ঠিক পিছতেই ছিৰাজে বৃটিছৰ লগত কাঁজিয়া আৰম্ভ কৰি দিছিল। অপৈনত আৰু কৰ্মোৎসাহী বঙ্গৰ নবাবজনক চতুৰ আত্মসাৎকাৰী হিচাপে বৃটিছসকল বেছি পাকৈত আছিল। নিজৰ শিবিৰতে বিশ্বস্ততাৰ অভাৱৰ কাৰণেও ছিৰাজৰ অসুবিধা হৈছিল। অৱশেষত, কিছুমান ভাৰতীয়ৰে সাহায্যত ৰবাৰ্ট-ক্লাইভে তেওঁৰ বঙ্গ দখলত সফলতা লাভ কৰিলে। সেইটো আছিল ১৭৫৭ চন।

বঙ্গদেশৰ ধৰণটোকেই অন্যান্য ঠাইতো খটোৱা হৈছিল। মহীশূৰত, বৃটিছ অগ্ৰগতি ৰোধ কৰাৰ কাৰণে হাইদৰ আলি আৰু টিপু চুলতানে চেষ্টা কৰিছিল, কিন্তু সফলতা লাভ কৰিব নোৱাৰিলে। এই ক্ষেত্ৰতো আভ্যন্তৰীণ শত্ৰুবিলাকৰ বিভিন্ন

ষড়যন্ত্ৰৰ সহায়তেই এইটো ঘটিল। তাৰ পিছত আহিল মাদ্ৰাজ আৰু ইও বৃটিছৰ শাসনাধীন। তাৰ পিছত এখন এখনকৈ ভাৰতৰ অন্যান্য স্বাধীন ৰাজ্যবোৰ বৃটিছৰ অধীনলৈ গ'ল।

ভাৰতৰ ঘটনাৱলীৰ, বিশেষকৈ বঙ্গ আৰু মহীশূৰত, ইউৰোপৰ এক তাৎপৰ্যপূৰ্ণ ঘটনাৰ পৰিপ্ৰেক্ষিত কিছু প্ৰাসঙ্গিকতা আছিল। ১৭৪৪ চনত ইংলণ্ড আৰু ফ্ৰান্সৰ মাজত এক বিৰাট যুদ্ধ চলিছিল। এইটো প্ৰতিফলিত হৈছিল মাদ্ৰাজত ইংৰাজ আৰু ফৰাচীৰ মাজত প্ৰতিদ্বন্দ্বিতাত। ফৰাচী সেনা বাহিনীৰ কমাণ্ডাৰ লাবৰডনেইছে বৃটিছক পৰাজয় কৰি মাদ্ৰাজ অধিকাৰ কৰিছিল। কিন্তু ৰবাৰ্ট ক্লাইভৰ দৰে মানুহে স্বদেশৰ চৰকাৰৰপৰা সকলো প্ৰকাৰৰ সাহায্য পাইছিল, ফৰাচীসকলে পোৱা নাছিল। ভাৰতত থকা ফৰাচীসকলৰ নিজৰ মাজতে কাজিয়া আছিল। গতিকে দেখা গৈছিল যে পণ্ডিচেৰীৰ ফৰাচী গভৰ্ণৰ ডুপ্লেই লাবৰডনেইছৰ লগত কাজিয়া কৰিছিল আৰু এই বিবাদৰ অন্ত পৰিছিল ভাৰতত ফৰাচীৰ পতনত। মহীশূৰত ভাৰতত থকা সমস্ত ফৰাচী নেতাৰ ভিতৰত আটাইতকৈ চতুৰ বুছীক নিৰ্বোধ ফৰাচী সম্ৰাট পঞ্চদশ লুইয়ে অৱজ্ঞা কৰি তেওঁৰ ঠাইত লালিক সেনাপতি পাতিলে। লালি আছিল এজন ভাল সৈনিক, কিন্তু সেনাপতি নাছিল। কিন্তু লালিকো বিশ্বাসঘাতকতা কৰিলে তেতিয়াৰ ফৰাচী এডমিৰালজনে। তেওঁ লালিক নিজ ভাগ্যৰ ওপৰত এৰি থৈ নৌবাহিনীৰ সৈতে মৰিছাছলৈ গুচি গ'ল।[৭] হাইদৰ আলি আৰু টিপু চুলতান উভয়েই আৰু কৰ্ণাটিকৰ স্বাধীন শাসকসকলে তাৰ মূল্য দিব লগা হ'ল, কাৰণ বৃটিছৰ বিৰুদ্ধে তেওঁলোকৰ যুদ্ধত তেওঁলোকে ফৰাচীক ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিছিল।

বঙ্গদেশৰ সম্পৰ্কৰ আমাৰ বিচাৰত মনোনিবেশ কৰি কব পৰা যায় যে বঙ্গদেশত বৃটিছৰ শাসন প্ৰতিষ্ঠা হৈছিল প্ৰকৃতপক্ষে বিদেশী শক্তিৰ বিজয়ৰ ফল স্বৰূপে নহয়—ই আছিল আভ্যন্তৰীণ অৰাজকতা আৰু অব্যৱস্থাৰ ফল মাথোন। ইতিহাসত এইটো এটা সাধাৰণ বিধান যে যেতিয়াই কেন্দ্ৰীয় কৰ্তৃত্বত ভাঙোন ধৰে তেতিয়াই অৱশিষ্ট থকা সংগঠিত শক্তিবিলাকৰ মাজত সংঘৰ্ষ আৰু সংগ্ৰাম আৰম্ভ হয়। আৰু এনে এক পৰিস্থিতিত, বিদেশী ভাৰতীয়া সৈন্যয়েই প্ৰায়ে প্ৰশ্নটোৰ মীমাংসা কৰে। মোগল সম্ৰাজ্যৰ অৱনতিৰ পিছত ভাৰতত এয়ে ঘটিছিল। যেতিয়া এটা থিতাপি লগা চৰকাৰ ভাঙি পৰে, সেই সময়ত ৰাজনৈতিক অৰাজকতা আৰম্ভ হয়। এই ঐতিহাসিক সত্যটো ভাৰতত অত্যন্ত সঠিকভাবেই প্ৰযোজ্য। এজন ইংৰাজ ইতিহাসবিদে কৈছিল, "ভাৰতক কোনো বিদেশীয়ে জয় কৰিছে বুলি মুঠেই কব নোৱাৰি। বৰং ই নিজেই নিজক জয় কৰিছে"।[৮]

বঙ্গদেশত ক্লাইভৰ ক্ষমতা দখল সফল হব পৰাৰ কাৰণ আছিল অভ্যন্তৰীণ

কাঁজিয়া আৰু মিৰজাফৰৰ দৰে মানুহবিলাকে আৰু জগৎ শেঠৰ দৰে মানুহে প্ৰতিনিধিত্ব কৰা আটাইতকৈ ধনী মানুহবোৰে সৃষ্টি কৰা দ্বন্দ্ব। আৰু তাৰ পিছত আহিছিল ইংৰাজ বণিকসকলৰদ্বাৰা লুটপাত। কাৰ্লমাৰ্ক্সে কৈছিল, "সদাগৰী পুঁজিয়ে যেতিয়া প্ৰাধান্য লাভ কৰে, ই সকলো ঠাইতে দস্যুগিৰি ব্যৱস্থাৰ সমৰ্থন কৰে।"[৯] এই কথাটো অত্যন্ত স্পষ্টৰূপে প্ৰদৰ্শিত হৈছিল বঙ্গদেশত ইংৰাজবিলাকৰদ্বাৰা ৰবাৰ্ট ক্লাইভৰ অধীনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰাধান্যৰ অৱস্থা লাভ কৰাৰ পিছত। দস্যুগিৰিৰ এই ব্যৱস্থাত ইংৰাজবিলাকে ইমান নিৰ্লজ্জভাৱে অহমিকা প্ৰকাশ কৰিছিল যে আনকি মিৰজাফৰৰ জোঁৱাই মিৰকাছিমৰ দৰে এজন নৰমপন্থী শাসকৰো ধৈৰ্যচ্যুতি হৈছিল। মিৰকাছিম কলিকতাত বাস কৰিছিল আৰু সকলো সময়তে ইংৰাজক তেওঁৰ ২০০,০০০ পাউণ্ডৰ কৰ আদায় দিছিল। মেদিনীপুৰ, বৰ্ধমান আৰু চট্টগ্ৰাম জিলাৰ দৰে তিনিখন জিলাৰ আকাৰত তেওঁৰ অঞ্চলৰ এক তৃতীয়াংশ কোম্পানীক এৰি দিছিল। কিন্তু ব শীটাৰ্টৰ হস্তক্ষেপৰ কাৰণে মিৰজাফৰ বিৰক্ত হৈ পৰিছিল, তেওঁ নিজৰ কৰ্তৃত্ব সাব্যস্ত কৰিবলৈ আৰু ই ৰাজবিলাকে কৰা লুটপাত বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। এই বংশীটাৰ্ট ক্লাইভৰ পিছত বঙ্গদেশত কোম্পানী গভৰ্ণৰ হিচাপে নিযুক্ত হৈছিল। আমদানীকৃত সামগ্ৰীৰ কাৰণে কৰ ৰেহাই পোৱাৰ কোম্পানীৰ "অধিকাৰ" (আগৰ এজন মোগল সম্ৰাটৰপৰা কোম্পানীয়ে এই "অধিকাৰ" আদায় কৰিছিল) সম্পৰ্কতেই সংকট শীৰ্ষ বিন্দু পাইছিলগৈ। এই কোম্পানী "অধিকাৰ"ক নিজৰ ব্যক্তিগত অধিকাৰ হিচাপে ভোগ কৰিবলৈ সমস্ত ব্যক্তিগত বৃটিছ বণিকে চেষ্টা কৰিছিল। কৰ আদায় নকৰা সমস্ত আমদানীকৃত সামগ্ৰী হস্তগত কৰাৰ কাৰণে মিৰকাছিমে তেওঁৰ বিষয়া-সকলক আদেশ দিছিল, কিন্তু কোম্পানীৰ চাকৰবিলাকে তেওঁলোকক অপমান কৰিলে, কাছিমৰ বিষয়াসকলক আনকি গ্ৰেপ্তাৰ কৰিবলৈ আৰু জেলত ৰাখিবলৈ কোম্পানী কৰ্তৃপক্ষই নিজৰ মানুহবিলাকক নিৰ্দেশ দিলে। তেতিয়া মিৰকাছিমে এক আদেশৰ যোগে বন্দৰৰ সকলো ভাৰতীয় বণিকক এই অনুমতি প্ৰদান কৰিলে যে তেওঁলোকেও বিনা মাচুলে তেওঁলোকৰ সামগ্ৰীবোৰ পঠাব পাৰে, ইয়াৰ যোগেদি তেওঁ ভাৰতীয়-সকলক ইংৰাজ কেৰাণীবোৰৰ সমপৰ্যায়লৈ আনিলে অৱশেষত মিৰ কাছিমক ক্ষমতাচ্যুত কৰা হ'ল (১৭৬৩ চন)। তাৰ পিছত আৰম্ভ হ'ল এক প্ৰকাশ্য যুদ্ধ আৰু মিৰকাছিমেও তেওঁৰ ফালৰপৰা সকলো ইংৰাজ বন্দী আৰু মুৰ্ছিদাবাদৰ বেংকাৰ-সকলক শেষ কৰি দিলে। ১৭৬৪ চনত তেওঁক চূড়ান্তভাৱে পৰাস্ত কৰা হ'ল। এই বছৰটো আছিল পাটনাত বৃটিছৰ বিৰুদ্ধে প্ৰথম চিপাহী বিদ্ৰোহৰো বছৰ। মেজৰ মনৰোৱে বিদ্ৰোহীসকলক পৰাস্ত কৰিলে আৰু ইয়াৰ নেতাসকলক কামানেৰে হত্যা কৰা হ'ল। এইটো আছিল বৃটিছ মহানুভৱতাৰ প্ৰথম সোৱাদ।

বৃটিছে মিৰজাফৰক পুনৰ বঙ্গদেশৰ গভৰ্ণৰ পাতিলে, এই দয়া কামৰ কাৰণে তেওঁ দিব লগা হ'ল ৫৩ লাখ টকাৰ কৰ। ইতিমধ্যে, ৰবাৰ্ট ক্লাইভক লৰ্ড উপাধি প্ৰদান কৰা হৈছিল আৰু তেওঁক কোম্পানীৰ গভৰ্ণৰ, কাউন্সিলৰ প্ৰেছিডেণ্ট আৰু প্ৰধান সেনাপতি পতা হ'ল, এজনৰ ওপৰতে সকলোবোৰ ভাৰ দিয়া হ'ল (১৭৬৫) কোম্পানীৰ সম্পদ আৰু সম্পত্তি বৃদ্ধি কৰাৰ কাৰণে তেওঁ ততালিকে ব্যৱস্থা গ্ৰহণ কৰিলে। ক্লাইভৰ গুণতেই, ১৭৬৬ চনৰ ভিতৰত কোম্পানীয়ে ২৫ নিযুতবো অধিক মানুহৰ ওপৰত সম্পূৰ্ণ চৰকাৰ আৰু ৪ কোটি টকাৰ বছেৰেকীয়া ৰাজহ লাভ কৰিলে।

কিন্তু ১৭৬৬ চনৰ বছৰটো আছিল ক্লাইভৰ পতনৰ সূচনাৰ বছৰ। সেনা বাহিনীৰ বিষয়াসকলে পোৱা অতিৰিক্ত খ'নচ তেওঁ বন্ধ কৰি দিলে। বঙ্গৰ বিষয়াসকলে বিদ্ৰোহ কৰিলে। আন ঠাইৰ বৃটিছ সেনাসকলেও বিদ্ৰোহত যোগ দিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। কিন্তু আশ্চৰ্যৰ বিষয়টো হ'ল যে বৃটিছ বিষয়া আৰু সেনাসকলক বাধা দি ৰাখিলে ভাৰতীয় চিপাহীবিলাকে। অৱশেষত ১৭৭৪ চনত ৰবাৰ্ট ক্লাইভে আত্মহত্যা কৰিলে।

কোম্পানীৰ কৰ্মচাৰীসকলৰ প্ৰচুৰ সম্পদ দেখিবলৈ পাই খাচ ইংলণ্ডতেই ব্যাপক ঈৰ্ষা প্ৰকাশ পাইছিল এই প্ৰভূত সম্পদৰ উৎসবিলাক আছিল ভাৰতীয় ৰাজকুমাৰ-সকলক পাইকাৰীভাৱে ক্ষমতাচ্যুত, নিপীড়ন আৰু শোষণৰ নিৰ্লজ্জজনক ব্যৱস্থা। বৃটিছ পাৰ্লিয়ামেণ্টত এই কাম-কাজবোৰ সম্পৰ্কত কিছু সমালোচনা হৈছিল। কিন্তু তাৰ সংশোধনৰ কাৰণে একোকেই কৰা নহ'ল। বৰং কোম্পানীৰ এজন সঞ্চালকৰ পদ লাভ কৰাৰ ক্ষেত্ৰত ব্যাপক দুৰ্নীতিহে দেখিবলৈ পোৱা গ'ল। এবাৰ মিঃ ছুলিভানক কেৱল সঞ্চালকৰ পদ এটালৈ নিৰ্বাচিত কৰাৰ কাৰণে লৰ্ড ছেলবৰ্ণে ১০০,০০ পাউণ্ড খৰচ কৰিছিল। ইণ্ডিয়া হাউছ "আছিল ষড়যন্ত্ৰ আৰু চাকৰী-চিকাৰৰ এক স্থায়ী মঞ্চ।"[১০]

এয়া এনে নহৈ নোৱাৰে। মাৰ্ক্সে কৈছিল, "আমেৰিকাত সোণৰ আৰু ৰূপৰ খনি আৱিষ্কাৰ, আদিম অধিবাসীসকলৰ খনিত ধ্বংস, গোলামী আৰু অপমৃত্যু, ইষ্ট ইণ্ডিজৰ বিজয় আৰু লুটপাতৰ সূচনা, ক'লা-চালৰ বাণিজ্যিক চিকাৰৰ এক গড়ালৈ আফ্ৰিকাৰ ৰূপান্তৰে পুঁজিবাদী উৎপাদনৰ যুগৰ গোলাপী প্ৰভাত সূচিত কৰিছিল। এই কাহিনীৰ বিৱৰণী হ'ল আদিম মজুতৰ প্ৰধান মুহূৰ্তবোৰ।"[১১]

লুটপাত অধিক ব্যাপক কৰি তোলাৰ উদ্দেশ্যে বৃটিছে নতুন বিধিবিধান জাৰি কৰিছিল। ই ভাৰতীয় ভূ-স্বামীসকলক (জমিদাৰ) কেৱল খাজনা সংগ্ৰাহক কৰি পেলাইছিল আৰু অনাদায়ৰ অপৰাধত তেওঁলোকক গ্ৰেপ্তাৰ কৰিব আৰু শাস্তি বিহিব

পাৰিছিল, ইংৰাজ বিচাৰকসকলে এই বিধিটো অতি উত্তমেৰে অনুসৰণ কৰিছিল, প্ৰায়েই প্ৰতাপী জমিদাৰ, আনকি ৰজাকো সামান্য ক্ৰটীৰ কাৰণে ধৰি বান্ধি জেলত ভৰাইছিল আৰু তেওঁলোকক সৰ্বসাধাৰণ অপৰাধীৰ দৰে ব্যৱহাৰ কৰিছিল। এইভাবে জমিদাৰৰ সম্মান লঘু কৰা হৈছিল, ৰায়তে প্ৰায়েই তেওঁলোকক খাজনা দিবলৈ অস্বীকাৰ কৰিছিল, তেওঁলোকৰ পালত জমিদাৰসকলে ৰায়তক স্বেচ্ছাচাৰী-ভাৱে হাৰাশাস্তি কৰিছিল আৰু তেওঁলোকৰ পৰা বলেৰে খাজনা আদায় কৰিছিল। শেষ পৰ্যন্ত ৰায়তসকলৰ ওপৰতেই চৰম দুভোগৰ বোজা পৰিছিল গৈ। অৱশ্যে কিছুদিনৰ পিছত এই বিধিৰ পৰিবৰ্তন ঘটোৱা হৈছিল আৰু এই পৰিবৰ্তনৰ যোগেদি জমিদাৰসকলক বংশানুক্ৰমিক জমিদাৰ হিচাপে স্বীকৃতি দিয়া হৈছিল।

কৰ্ণাটিকত ইংৰাজ মহাজনসকলে চলোৱা লুণ্ঠনৰ কাহিনী আছিল এক নিৰ্মম আৰু লজ্জাকৰ কাহিনী, কুৰি বছৰৰ ভিতৰত ৪০ নিযুতৰো অধিক টকা মূল্যৰ ধন কৰ্ণাটিকৰপৰা লুটি নিয়াৰ কাৰণে বৃটিছ চৰকাৰে নিজেই এই দস্যুবোৰক সহায় কৰিছিল। এয়া আছিল কেৱল মহাজনী ঋণৰ লুট।

বঙ্গদেশত, ইংৰাজ আৰু ভাৰতীয়, উভয় বিধ মহাজনকেই জমিদাৰী হিচাপে মাটিৰ গৰাকী হবলৈ পূৰ্ণ সুযোগ দিয়া হৈছিল। বৃটিছ চৰকাৰৰ এক আইনৰ যোগেদি সকলোবিলাক ৰায়তী মাটি জমিদাৰৰ হকে বাজেয়াপ্ত কৰা হৈছিল। তাৰ পিছত আহিছিল লৰ্ড কৰ্ণৱালিছৰ কুখ্যাত স্থায়ী বন্দোবস্তী ব্যৱস্থা। ইয়াৰ যোগেদি বঙ্গদেশৰ সমস্ত মাটি জমিদাৰবিলাকৰ ব্যক্তিগত সম্পত্তি হিচাপে স্বীকৃতি দিয়া হৈছিল। প্ৰধানমন্ত্ৰী উইলিয়াম পিটৰ নেতৃত্বত বৃটিছ পাৰ্লিয়ামেণ্টে এখন আইন গ্ৰহণ কৰিছিল। এই আইনৰদ্বাৰা "ভাৰতৰ জমিদাৰসকলৰ বংশানুক্ৰমে স্থায়ী জমিদাৰ প্ৰতিষ্ঠা কৰা হ'ল।"[১২] দেশত ৰায়তসকলে যাতে সদায়েই অসহণীয় বোজা বহন কৰিব লগা হয় তাৰ কাৰণে বিভিন্ন পদ্ধতি গ্ৰহণ কৰা হৈছিল। মাৰ্ক্সে কৈছিল: "এইভাবে কৰ্ণৱালিচ আৰু পিটসকলে কৃত্ৰিমভাবে বঙ্গদেশৰ গাঁৱৰ জনগণক লুট কৰিছিল।"[১৩] পিছত জমিদাৰসকলকো, তেওঁলোকৰ বৃহৎ অংশক, দুখ লগা অৱস্থালৈ ঠেলি পঠাইছিল। পদ্ধতি আছিল আগতে কৰ্ণাটকৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা পদ্ধতিৰ লগতে একে ধৰণৰ। ৰায়তসকলে স্থানীয় ক্ষেত্ৰত ন্যায়সঙ্গতভাৱে ভালেমান বিদ্ৰোহ চলাইছিল, কিন্তু অৱশেষত, প্ৰায়বিলাক ক্ষেত্ৰতে জমিদাৰসকলক বহিষ্কাৰ কৰা হৈছিল আৰু ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকৰ মাটিৰ মালিক হিচাপে তেওঁ-লোকৰ স্থান গ্ৰহণ কৰিছিল। বহু ক্ষেত্ৰত জমিদাৰসকলৰ দুৰৱস্থা চলোৱা হৈছিল আৰু বাকী পৰা খাজনা আৰু ব্যক্তিগত ঋণ পৰিশোধৰ কাৰণে তেওঁলোকৰ মাটি স্বেচ্ছাকৃতভাৱে বিক্ৰী কৰা হৈছিল। এইদৰে, জমিৰ বৃহত্তৰ অংশ চহৰৰ পুঁজিপতি-

সকলৰ হাতত পৰিছিলগৈ।[১৪] ইয়াৰ ফল আছিল অনুপস্থিত জমিদাৰসকলৰ ঘটনা।

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এই সকলোবিলাক কৰিব লগীয়া হৈছিল ইয়াৰ অসামৰিক বিষয়াসকলৰ সহায়ত। ইয়াৰ ফলত সৃষ্টি হৈছিল কোম্পানীৰ সামৰিক আৰু অসামৰিক বিষয়াসকলৰ মাজত পাৰ্থক্য আৰু স্বাৰ্থৰ সংঘাত। অসামৰিক বিষয়াসকলক সামৰিক বিষয়াসকলতকৈ বেছি দৰমহা দিয়া হৈছিল। কলিকতাত কোম্পানীৰ সামৰিক বিষয়াসকলৰ এটা বিদ্ৰোহৰ এয়ে আছিল কাৰণ। তেওঁলোকে দৰমহা বৃদ্ধি আদিৰ দাবী তুলিছিল (১৭৯৬)। ১৭৬৬ চনত ক্লাইভৰ অধীনত হোৱা বিদ্ৰোহৰ পিছত এইটো আছিল দ্বিতীয় বিদ্ৰোহ।[১৫] কোম্পানীয়ে অৱশেষে শিক্ষা গ্ৰহণ কৰিলে আৰু তেতিয়াৰপৰা কোম্পানীৰ সামৰিক বিষয়াসকলৰ প্ৰতি যথোপযুক্ত দৃষ্টি দিয়া হ'ল আৰু অসামৰিক সেৱাৰ দৰেই সামৰিক সেৱাকে কোম্পানীৰ স্বাৰ্থৰ কাৰণে কাৰ্যকৰীভাৱে উপযোগী কৰি তোলা হ'ল।

শতিকা বাগৰাৰ সময়লৈকে যেতিয়া বঙ্গদেশ আৰু ভাৰতৰ অন্যান্য অংশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ সম্পূৰ্ণ দখললৈ আহিল, বৃটিছৰ দৃষ্টি ঢাল খালে উত্তৰলৈ, বিশেষকৈ আউধৰ (অযোধ্যা) প্ৰতি। লৰ্ড ৱেলছলিয়ে ক্ৰমে ক্ৰমে, অংশ অংশকৈ অযোধ্যা দখলৰ খেলা আৰম্ভ কৰিছিল।

কিন্তু বিশ্বৰ এই অংশৰ সামগ্ৰিক পৰিস্থিতিয়ে কোম্পানীক গভীৰভাৱে চিন্তিত কৰি তুলিছিল। সেই সময়ত (১৮০০) কাবুলৰ শাসক আছিল আহ্মদ খাঁ আবদালিৰ নাতি জামান। আহ্মদ খাঁই ১৭৬১ চনত পানীপটৰ যুদ্ধৰ পিছত দিল্লী লুটপাত কৰিছিল। তেওঁ টিপু চুলতানৰ লগত আলাপ-আলোচনা চলাইছিল আৰু এই কথাত কোম্পানীৰ কাৰণে ভয় খোৱাৰ কাৰণ আছিল। জামানে তেওঁৰ সেনা-বাহিনী কেবাবাৰো সীমান্তলৈ আনিছিল, এই দেশৰ হিন্দু আৰু মুছলমান উভয়ৰ পৰাই তেওঁ সহায় পোৱাৰ প্ৰতিশ্ৰুতি পাইছিল। সেই সময়ত নেপ'লিয়ানেও চক্ৰান্ত আৰু পৰিকল্পনা কৰিছিল। ফ্ৰান্স, পাৰস্য আৰু আফগানিস্তান—এই সমন্বয় আছিল প্ৰকৃতপক্ষেই ভয়াবহ। টেহৰানৰ দূতাবাসত থকা কেপ্টেইন মেলকমৰ অধীনত বৃটিছে পাৰস্যৰ ছাহক কিনি পেলোৱাৰ কাৰণে প্ৰচুৰ ধন দিছিল। টেহৰানত এখন চুক্তি স্বাক্ষৰ কৰা হৈছিল। এই চুক্তিৰ অধীনত ছাহে পাৰস্যৰপৰা সকলো ফৰাচীক বহিষ্কাৰ কৰিব, ভাৰতৰ ওপৰত সকলো আক্ৰমণক বাধা দিব আৰু সশস্ত্ৰ শক্তিৰে বিৰোধিতা কৰিব আৰু ইংৰাজসকলক বৈদেশিক বাণিজ্যৰ কাৰণে সকলো প্ৰকাৰৰ সাহায্য আৰু পৃষ্ঠ-পোষকতা দিব।[১৬]

ভাৰতত বৃটিছ শাসন সংহত কৰাৰ কাৰণে লৰ্ড ৱেলেছ্লিয়ে আন আন ব্যৱস্থাও

গ্ৰহণ কৰিছিল। এই ব্যৱস্থাৱলীৰ ফলস্বৰূপে সকলো ঠাইতে প্ৰশাসনৰ সকলো ক্ষেত্ৰতে ইংৰাজ অংশটো বৃদ্ধি পাইছিল। বঙ্গদেশত তেওঁ ফৰ্ট উইলিয়াম কলেজ স্থাপন কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল (ক) ইংলণ্ডৰপৰা পঠিওৱা অল্প ডেকা চিভিলিয়ানসকলৰ কাৰণে এটা শিক্ষানুষ্ঠান খোলা, আৰু (খ) ভাৰতীয়সকলৰ মাজত আইন আৰু ধৰ্ম সম্পৰ্কীয় বিষয়ত আলোচনাৰ কাৰণে এটা ভৱনৰ ব্যৱস্থা কৰা। পিছত, ফৰ্ট উইলিয়াম কলেজতে এক ধৰণৰ বাংলা ভাষা শিকাৰ (প্ৰধানতঃ ইংৰাজ বিষয়াসকলৰ কাৰণে) ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছিল। ই অৱশ্যে, প্ৰকৃতপক্ষে ভাষা হিচাপে বাংলা ভাষাৰ স্বাভাবিক বৃদ্ধি আৰু বিকাশ নষ্ট কৰিছিল। ই আছিল এক ধৰণৰ বিকৃত ভাষা, খিচুৰী ভাষাৰ গাঁথনি ৰূপৰ। পিছত ইংৰাজে বিকৃত কৰা ভাষাৰপৰা ইয়াক মুক্ত কৰিবলৈ বঙালী পণ্ডিতসকলে বহুখিনি কৰিব লগীয়া হৈছিল। কিন্তু সইটো হ'ল এক সুকীয়া কাহিনী।

বেলেছলিৰ উত্তৰাধিকাৰীসকলৰ দিনতো ইষ্ট ইণ্ডিয়া কোম্পানীৰ ক্ষমতাৰ সংহতকৰণৰ কাম এক পৰিকল্পিত উপায়ে চলি আছিল। এই খেলত ইংৰাজ-সকলে অত্যন্ত সতৰ্কতা আৰু চতুৰতাৰ সৈতে ভাৰতীয়সকলৰ এক অংশক আন এটা অংশৰ বিৰুদ্ধে খেলিছিল। যেতিয়া মাৰাঠা চৰ্দাৰসকলে ইংৰাজৰ বিৰুদ্ধে যুঁজ কৰিবলৈ ঐক্যবদ্ধ হৈছিল, অনৈক্যৰ বীজ কাৰ্যকৰীভাৱে ৰোপন কৰা হৈছিল আৰু মাৰাঠা চৰ্দাৰসকলে নিজৰ ভিতৰতে কাজিয়া কৰিছিল। বাকী থকা ৰজবা-সকলৰ লগত যুঁজ কৰা হৈছিল আৰু অন্যৰ, যেনে পঞ্জাবৰ ৰণজিৎ সিঙৰ সহায়ত পৰাস্ত কৰা হৈছিল। এই শিখ ৰজাজনে পিছত নিজৰ শাসন সংহত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কোম্পানীৰ অনুৰোধ ক্ৰমে, তেওঁৰ কামৰ প্ৰতি বিশ্বস্ত থাকিবলৈকো তেওঁ সিদ্ধান্ত কৰিছিল। আনকি, তথাপি শিখ ৰাজ্য সাৰি নগ'ল, অন্যান্যবিলাকৰ দৰেই ইয়াকো কোম্পানীয়ে গ্ৰাস কৰিলে।

কিন্তু ফ্ৰান্সৰ ভীতি থাকি গৈছিল। ইয়াৰ লগতে আছিল ৰাছিয়াৰ ভয়। সেই কাৰণে আফগানিস্তানক পক্ষলৈ অনাৰ কাৰণে বৃটিছে চেষ্টা কৰিছিল। লৰ্ড মিণ্টোৰ কাবুললৈ এটা মিছন পঠাইছিল, ইয়াৰ দূত আছিল মণ্ট ষ্টুৱাৰ্ট এলফিনষ্টাইন। কিন্তু মিছন অকৃতকাৰ্য হ'ল, সেই সময়ৰ আফগান শাসকে (মাহমুদ) ফ্ৰান্স আৰু ৰাছিয়াৰ আশ্ৰয় গ্ৰহণ কৰিলে। এই হতাশাৰ ক্ষতিপূৰণ হিচাপেই যেন লৰ্ড মিণ্টোৱে মাকাওত থকা পৰ্তুগীজ উপনিবেশ ধ্বংস কৰিবলৈ জাহাজ পঠাইছিল। এই উপনিবেশটো চীনা সম্ৰাটৰ ৰক্ষণাবেক্ষণত আছিল। ইয়াতো বৃটিছ হতাশাৰ সম্মুখীন হৈছিল। তাৰ পিছত আৰম্ভ হৈছিল ফৰাচী উপনিবেশ মৰিছাছ অভিযান। তেওঁলোকে মৰিছাছ দখল কৰিছিল। তাৰ পিছত চাঁপছিল জাভা আৰু ইষ্ট ইণ্ডীজৰ

অন্যান্য ঠাইলৈ অভিযান। ইষ্ট ইণ্ডিয়া কোম্পানী আছিল লুভীয়া আৰু সেই অঞ্চলত ডাটচ্ বাণিজ্যৰ প্ৰতি ঈৰ্ষান্বিত।

লৰ্ড মিণ্টোৰ ঠাইত আহিল মাৰ্কুইচ অব্ হেষ্টিংছ (১৮১৩)। এই বছৰতেই ইংলণ্ডত ইষ্ট ইণ্ডিয়া কোম্পানীৰ বাহিৰত থকা ভকাইটসকলৰ প্ৰতিনিধিসকলে ভাৰতত কোম্পানীৰ একচেটিয়া ক্ষমতাৰ প্ৰতি এক প্ৰত্যাহ্বান সংগঠিত কৰিছিল। বৃটিছ সংসদত উত্তপ্ত বিতৰ্ক চলিছিল। ইণ্ডিয়া হাউছৰ সঞ্চালকসকলৰ বৰ্ডে যুক্তি দিছিল যে জয় কৰা দেশখন অধিকাৰৰ ফালৰপৰা কোম্পানীৰহে, ৰজাৰ নহয়। প্ৰতিবাদীৰ যুক্তি আছিল যে ভাৰতবৰ্ষ ইংলণ্ডৰহে, কোম্পানীৰ নহয়। আৰু যুক্তি দিয়া হৈছিল যে ভাৰতীয় বাণিজ্য সকলো বৃটিছ প্ৰজাৰ কাৰণে মুক্ত কৰি দিব লাগে, আৰু কোম্পানীৰ একচেটিয়া অধিকাৰ ধ্বংস হওক, কাৰ্যতঃ, কোৱা হৈছিল, ভাৰতৰ চৰকাৰটো সম্পূৰ্ণৰূপে ৰজাৰ হাতলৈ অনাটোৱেই শ্ৰেয় হব।

অৱশেষত কোম্পানীৰ চনদ, অৱশ্যে আৰু কুৰি বছৰলৈ বঢ়াই দিয়া হ'ল, চীনা বাণিজ্যত কোম্পানীৰ একচেটিয়া অধিকাৰ থাকিল, কিন্তু ইষ্ট ইণ্ডিয়া কোম্পানীৰ ক্ষতিসাধন নকৰাকৈ আৰু কিছু বিধি-নিষেধৰ ভিত্তিত ভাৰতীয় বাণিজ্য বিশ্বৰ কাৰণে মুকলি কৰি দিয়া হ'ল, কোম্পানীৰ হাতত থাকিল সেনাবাহিনীৰ ওপৰত অধিকাৰ আৰু অসামৰিক আৰু অন্যান্য কৰ্মচাৰী নিয়োগৰ ক্ষমতা।

আৰু সেই একে বছৰতে কলিকতাৰ গীৰ্জাত এজন বিছপ নিয়োগৰ যোগেদি ভাৰতত খ্ৰীষ্টধৰ্ম প্ৰকাশ্যে প্ৰবৰ্তন কৰা হৈছিল।[১৭]

ইতিমধ্যে বৃটিছ দেশদখলকাৰীসকলে নেপালৰ ফালে তেওঁলোকৰ দৃষ্টি নিক্ষেপ কৰিছিল। তাত গোৰ্খাসকলে সৰ্বাত্মকৰূপে প্ৰথমতে বৃটিছসকলক প্ৰতিৰোধ কৰিছিল। ডেভিদ অকটাৰলনীয়ে এক নিৰ্মম নৃশংস আক্ৰমণ চলাইছিল আৰু অমৰ সিঙৰ নেতৃত্বত পৰিচালিত গোৰ্খা ঘাটিবোৰৰ ওপৰত এমাহ জুৰি বোমাবৰ্ষণ অব্যাহত ৰাখিছিল। অৱশেষত নেপাল জয় কৰা হ'ল, (নেপালৰ এই হত্যাকাৰী অকটাৰলনীৰ সন্মানত কলিকতাত এটা স্মৃতিস্তম্ভ স্থাপন কৰা হৈছিল। ১৯৬৯ চনত পশ্চিম বঙ্গত পূৰ্বৰ যুক্ত ফ্ৰণ্ট চৰকাৰৰ গড়কাপ্তানী মন্ত্ৰী প্ৰয়াত সুবোধ বেনাৰ্জীৰ উদ্যোগত এই স্মৃতিস্তম্ভৰ নাম 'শ্বহীদ মিনাৰ' ৰখা হয়।) পৰিহাসৰ কথা যে গোৰ্খা-বিলাকে পিছত ইংৰাজ সেনাবাহিনীত যোগদান কৰে আৰু শিখসকলৰ দৰেই ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধত (১৮৫৭) ইংৰাজসকলক সৰ্বোচ্চ সেৱা আগ বঢ়ায়।

চুবুৰীয়া দেশ বাৰ্মাৰ ৰজাই নিজক "শ্বেতহস্তীৰ প্ৰভু, সমুদ্ৰ আৰু পৃথিৱীৰ ৰজা" আখ্যা দিছিল। ১৮১৮ খৃষ্টাব্দত ইয়াৰ ৰজা আৰু আভাত (ৰাজধানী) থকা তেওঁৰ ৰাজসভাই উপলব্ধি কৰিছিল যে বৃটিছে তেওঁলোকৰ লুভীয়া চকু বাৰ্মা ৰাজ্যৰ

ফালেও দিব। বাৰ্মাই প্ৰথমতে আক্ৰমণ আৰম্ভ কৰিবলৈ বিচাৰিছিল। বাৰ্মী-সকলেও বিশ্বাস কৰিছিল যে তেওঁলোক অজেয়। সেই কাৰণে বাৰ্মাৰ ৰজাই কলিকতাৰ ইষ্ট ইণ্ডিয়া কোম্পানীলৈ লিখিছিল যে কোম্পানীয়ে চট্টগ্ৰাম আৰু আন কিছুমান জিলা বাৰ্মালৈ হস্তান্তৰ কৰিব লাগে, কাৰণ, তেওঁ কৈছিল, এইবিলাক হ'ল তেওঁৰ অধীনস্থ আৰাকান অঞ্চলৰ অংশবিশেষ। কোম্পানীৰপৰা এটা উত্তৰ আহিছিল, কিন্তু চাৰি বছৰ পিছলৈকে তেওঁলোকে বিচৰাখিনি আদায় কৰাৰ কাৰণে বাৰ্মীসকলে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাছিল। অৱশেষে, ১৮২২ খৃষ্টাব্দত তেওঁলোকৰ মহাবান্দুলাৰ (প্ৰধান সেনাপতি) অধীনত বাৰ্মী সেনাই অসম জয় কৰে। তেওঁলোকে আৰাকান আৰু কাছাৰো দখল কৰে। সেই সময়ত লৰ্ড আমহাষ্ট আছিল কোম্পানীৰ গভৰ্ণৰ-জেনেৰেল। তেওঁ বাৰ্মীসকলৰ বিৰুদ্ধে সেনা পঠাইছিল আৰু তেওঁলোকক মণিপুৰলৈ খেদি দিছিল। এই সফলতাৰ ঠিক পিছতেই বৃটিছে কলিকতাৰপৰা দুটা অভিযান পঠাইছিল—এটা অসমলৈ আৰু আনটো ৰেঙ্গুন আৰু বাৰ্মাৰ অন্যান্য সমুদ্ৰ বন্দৰ অধিকাৰ কৰিবলৈ। বাৰ্মী মহাবান্দুলা (প্ৰধান সেনাপতি) এটা ৰকেটৰ আঘাতত নিহত হ'ল। বৃটিছে সহজতে ৰেঙ্গুন দখল কৰিলে। তাৰ পিছত ক্ৰমে ক্ৰমত ৰংপুৰ আৰু শ্ৰীহট্ট অধিকাৰ কৰিলে। বাৰ্মী-সকল পৰাজিত হ'ল। য়াণ্ডাবুত চুক্তি স্বাক্ষৰিত হ'ল। বাৰ্মাৰ ৰজা বৃটিছৰ ওচৰত শৰণাপন্ন হ'ল। এনেকৈয়ে অৱসান ঘটিল ১৮২৪-২৬ৰ ইঙ্গ-বাৰ্মী যুদ্ধখনৰ। আৰু য়াণ্ডাবু চুক্তি অনুসৰি বাৰ্মাৰ ৰজাই কোম্পানীক অসম, টেনাছেৰিম আৰু আৰাকানৰ অংশ বিশেষ এৰি দিলে। কাছাৰ প্ৰদেশৰ সম্পৰ্কত হস্তক্ষেপ নকৰিবলৈ তেওঁ প্ৰতিশ্ৰুতি দিলে আৰু যুদ্ধৰ খৰচ হিচাপে ১ নিযুত পাউণ্ড পৰিশোধ কৰিবলৈ সম্মত হ'ল। এই প্ৰথম ইঙ্গ-বাৰ্মী যুদ্ধখনত বৃটিছ চৰকাৰৰ ১৩ নিযুত পাউণ্ড খৰচ হৈছিল। গতিকে এইটো ইংলণ্ডত সহৃদয়তাৰ চকুৰে চোৱা হোৱা নাছিল, বৰং আমহাষ্টে বৃটিছ পাৰ্লিয়ামেণ্টৰপৰা ধন্যবাদ লাভ কৰিছিল আৰু তেওঁক লৰ্ড উপাধি প্ৰদান কৰা হৈছিল।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতত অসম পৰাৰ পিছত এখন এখনকৈ সকলোবোৰ চুবুৰীয়া অঞ্চল দখল কৰাৰ কাৰণে এক নিয়মীয়া অভিযান আৰম্ভ হৈছিল। এয়ে আছিল উত্তৰ-পূবৰ ঘটনা। উত্তৰ আৰু উত্তৰ পশ্চিমতো এখন এখনকৈ অঞ্চল গ্ৰাস কৰাৰ একে নীতি অবিৰামভাৱে অনুসৰণ কৰা হৈছিল। কাশ্মীৰ বৃটিছৰ হাতত পৰিছিল। দক্ষিণ আৰু ভাৰতৰ পশ্চিমতো একে ধৰণৰ ঘটনাকেই দেখিবলৈ পোৱা গৈছিল। তাৰ পিছত আহিছিল কৰ্ণাটক আৰু মাৰাঠা অঞ্চলবোৰ চূড়ান্তভাৱে অধিকাৰ। পিছত পঞ্জাবো বৃটিছৰ হাতত পৰিছিল। এই কালটো আছিল সম্পূৰ্ণ-

ৰূপে বৃটিছ বিশ্বাসঘাতকতা আৰু চতুৰালিৰ নিলজ্জতাৰ দৃষ্টান্তৰ কাল। উত্তৰ-পূৰ্ব সম্পৰ্কত এই বিষয়ে বিতংকৈ আমি পিছত আলোচনা কৰিম। এই কালছোৱা চিহ্নিত হৈছিল দ্বিতীয় ইঙ্গ-বাৰ্মা যুদ্ধৰ কাল ( ১৮৫২—৫৩ ) হিচাপে, আৰু এই যুদ্ধৰ যোগেদি বৃটিছে পেগু অধিকাৰ কৰিছিল।

পলাছী যুদ্ধৰ ( ২৩ জুন, ১৭৫৭ ) পিছত মাত্ৰ এশ বছৰ কালৰ ভিতৰত, প্ৰায় সমগ্ৰ হিন্দুস্থান বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতত পৰিছিল। বৃটিছ আধিপত্যৰ বিৰুদ্ধে ভাৰতীয় জনগণে—বিভিন্ন সময়ত বিভিন্ন অংশই—বিদ্ৰোহ ঘোষণা কৰিছিল, আক্ৰমণকাৰীবিলাকৰ বিৰুদ্ধে ভাৰতীয় জনগণে অসংখ্য অভ্যুত্থান আৰু বিদ্ৰোহ ঘোষণা কৰিছিল, কোনো দিনেই এই বিদ্ৰোহবিলাকক এক জাতীয় বিপ্লৱৰ একেটা ঐক্যবদ্ধ সোঁতলৈ সংযোজিত কৰিব পৰা হোৱা নাছিল। সেই কাৰণেই এই বিদ্ৰোহবিলাক প্ৰধানতঃ আছিল বিক্ষিপ্ত আৰু বিচ্ছিন্ন। সেই ঘটনাই কেৱল বৃটিছকহে সহায় কৰিছিল।

বৃটিছৰ বিৰুদ্ধে ভাৰতীয় জনগণৰ এই বিদ্ৰোহবোৰ আহি উপনীত হৈছিল ১৮৫৭ৰপৰা ১৮৫৮ চনত মহান চিপাহী যুদ্ধত, যিটোক মাৰ্ক্স আৰু এঙ্গেলছে প্ৰথম ভাৰতীয় স্বাধীনতাৰ যুদ্ধ বুলি বৰ্ণনা কৰিছে। এই ক্ষেত্ৰতো ভাৰতীয় জনগণৰেই পৰাজয় ঘটিছিল। আৰু ১৮৫৮ চনৰ ২ আগষ্টত বৃটিছ পালিয়ামেণ্টত ভাৰত আইন গৃহীত হৈছিল। ই ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিলুপ্তি ঘটাইছিল। ভাৰত হৈ পৰিছিল ইংলণ্ডৰ ৰাণী ভিক্টোৰিয়াৰ সাম্ৰাজ্যৰ এটা অংশ।[১৮]

কিন্তু বৃটেনৰ কাৰণে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কি কাম সাধন কৰিলে? ইমান পৰিমাণৰ ধনলৈ ৰূপান্তৰিত কৰা ভাৰতীয় জনগণৰ ঘাম, চকুলো আৰু তেজ হৈছিল বৃটেনত পুঁজিৰ আদিম সংগ্ৰহৰ অন্যতম প্ৰধান উৎস। ই বৃটেনত পুঁজিবাদৰ বিকাশৰ গতি খৰতকীয়া কৰিছিল আৰু সেই সময়ত সেই দেশখনক বিশ্বৰ প্ৰধান ঔদ্যোগিক শক্তি কৰি তোলাৰ প্ৰভূত পৰিমাণে বৰঙণী যোগাইছিল। বৃটেনলৈ ভাৰতৰ সম্পদ কঢ়িয়াই নিয়াত ইষ্ট ইণ্ডিয়া কোম্পানী আছিল বাহন। ইয়াৰ ফলস্বৰূপে, এহাতে ভাৰতৰ অৱনতি ঘটিল আৰু আনহাতে বৃটেনৰ ক্ষমতা আৰু শক্তি বৃদ্ধি পালে। এটা দৃষ্টান্ত দিলেই কথাটো পৰিষ্কাৰ হব। দেখ্‌দেখকৈ কমকৈ দেখুৱা পৰিসংখ্যান অনুসৰিয়েই, ৫৫ বছৰত ( ১৭৫৭—১৮১২ ), বৃটিছ উপনিবেশবাদীসকলে প্ৰত্যক্ষ আয় লাভ কৰিছিল ১০০০ ০০০০০ পাউণ্ডৰ বেছি।[১৯]

এই সময়ত ১৮ শতিকাৰ শেষৰ ফালে ভাৰতৰ বৃটিছ শোষণত এক নতুন পৰ্যায়ৰ লক্ষণবিলাক দেখিবলৈ পোৱা গৈছিল। বৃটেনত পুঁজিবাদে উল্লেখযোগ্য অগ্ৰগতি লাভ কৰিছিল। যথা সম্ভৱ সৰ্বোচ্চ লাভ বিচাৰি বৃটিছ প্ৰস্তুতকাৰীসকলে দাবী

কৰিছিল ভাৰতক শিল্পজাত বস্তুৰ এক বজাৰ আৰু কেঁচা মালৰ এক উৎসলৈ ৰূপান্তৰ কৰাৰ কাৰণে। এই দৰেই দেখিবলৈ পোৱা গৈছিল ভাৰতলৈ বৃটিছ বস্ত্ৰৰ জাহাজ প্ৰেৰণৰ সূচনা। কুৰি বছৰত, ১৭৯৪ ৰপৰা ১৮১৩ খৃষ্টাব্দৰ ভিতৰত প্ৰাচ্যলৈ প্ৰধানতঃ ভাৰতলৈ বৃটেনৰ কপাহী সামগ্ৰীৰ ৰপ্তানী ৭০০ গুণ বৃদ্ধি পাই ১ ১৩ চনত মুঠ ১০৯০০০ পাউণ্ড হৈছিলগৈ।

সেই সময়ৰ ভিতৰত উপনিবেশবাদীসকলে এই কথাও উপলব্ধি কৰিছিল যে ভাৰতত শোষণ এনে ধৰণে নিয়ন্ত্ৰিত আৰু বিধিবদ্ধ কৰিব লাগিব যাতে স্থায়ী ৰাজহ সুনিশ্চিত হয়, এতিয়া অ-গোপন সামৰিক পদ্ধতি আৰু প্ৰকাশ্য হিংসাৰদ্বাৰা দখলীকৃত অঞ্চলবোৰৰ লুট কেবা দশকো ধৰি চলিছিল। এনেকৈ দেখা গৈছিল যে বৃটিছ উপনিবেশবাদীসকলে এক তিনি মুখীয়া লক্ষ্য অনুসৰণ কৰিছিল: (ক) ভাৰতীয় জনগণৰ বহিঅৰ্থ নৈতিক লুটৰ ব্যৱস্থাটোৰ সংহতকৰণ, (খ) বৃটিছ পুঁজিৰদ্বাৰা ভাৰতৰ ধাৰাবাহিক অৰ্থ নৈতিক শোষণৰ কাৰণে প্ৰয়োজনীয় "শান্তি আৰু শৃংখলাৰ' ভিত্তি স্থাপন কৰা, (গ) আৰু বৃটিছৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল সামন্তবাদী ভূস্বামীসকলৈ শ্ৰেণী সমৰ্থন সৃষ্টি কৰা। আটাইতকৈ গুৰুত্বপূৰ্ণ ভাৱধাৰাটো আছিল ভাৰতীয় সামন্তবাদক বৃটিছ পুঁজিৰ সেৱাত নিয়োগ কৰা।

ভাৰতত বৃটিছ ক্ষমতাৰ এই সংহতকৰণে আৰু এক ধৰণে ভাৰতীয় সামাজিক-অৰ্থ নৈতিক ব্যৱস্থাৰ ধ্বংস সাধন কৰিছিল। মোগল সাম্ৰাজ্যৰ পূৰ্ণ পয়োভৰ কালত, এই শক্তিশালী কেন্দ্ৰীভূত স্বৈৰাচাৰৰ সাৰ্বভৌমত্ব অত্যন্ত প্ৰবলৰূপে প্ৰকাশিত হৈছিল ৰাষ্ট্ৰীয় ভু-সম্পত্তিত, যদিও ব্যক্তিগত ভু সম্পত্তিও তাত আছিল। ভূমি আৰু জলত ৰাষ্ট্ৰীয় সম্পত্তি হ'ল কম বেছি পৰিমাণে প্ৰকৃত সামাজিক সম্পৰ্কৰ এক প্ৰতিফলন। মোগল ক্ষমতাৰ পতনৰ লগে লগে মাটি আৰু পানীত, এই ৰাষ্ট্ৰীয় সম্পত্তি ক্ৰমবৰ্ধমান ৰূপে জাগিৰৰ মালিকসকলে হস্তান্তৰিত কৰিছিল। ভাৰতবৰ্ষত আভ্যন্তৰীণ প্ৰক্ৰিয়া-বিলাকৰ যোগেদি জমি সম্পত্তিৰ ৰাষ্ট্ৰীয় ৰূপৰ ভিত্তিত বিকশিত হোৱা সামন্তবাদী ধৰণ নিঃশেষিত হবলৈ ধৰিছিল। এই কালছোৱাতেই ভূমিত ৰাষ্ট্ৰীয় সম্পত্তিয়ে শ্ৰমৰ সামাজিক বিভাজন গভীৰতৰ কৰা আৰু স্বতন্ত্ৰ উদ্যোগবোৰৰ উপাদানবোৰ সংহত কৰাৰ, অৰ্থাৎ, সমগ্ৰভাৱে সমাজৰ অধিকতৰ অৰ্থ নৈতিক অগ্ৰগতি শ্লথ হবলৈ আৰম্ভ কৰিছিল। গতিকেই এই কালটো আছিল সমগ্ৰ দেশত অবধাৰিত সামন্তবাদী ভাঙোনৰ যুগ। সেইটোৱেই আছিল দেশৰ কাৰণে বিৰাট দুৰ্দিন যে এই কালছোৱাতেই ঘটিছিল বৃটিছ উপনিবেশবাদীসকলৰ অনুপ্ৰবেশ। ফল হ'ল যে, ভাৰতীয় সমাজত স্বাধীন সামাজিক-অৰ্থ নৈতিক ৰূপান্তৰ ব্যাহত হ'ল, দেশত বৃটিছ ক্ষমতাৰ অৱস্থিতিয়ে ভাৰতৰ পৰৱৰ্তী বিকাশ বহু দিনৰ কাৰণে ঔপনিবেশিক পথেদি

নির্ণয় কৰিলে। ইয়াৰ কাৰণেই দেশৰ অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক বিকাশ অত্যন্ত গুৰুতৰৰূপে বিকৃত হ'ল।

ভাৰতীয় সমাজৰ ওপৰত যিটো বস্তু জাপি দিয়া হৈছিল সেইটো আছিল "আইৰিছ মধ্য-স্বত্বী ব্যৱস্থাৰ, ভূস্বামীক কৰ সংগ্ৰাহকলৈ ৰূপান্তৰ কৰা অষ্ট্ৰীয় ব্যৱস্থা, বাষ্টক প্ৰকৃত ভূস্বামী কৰা এচীয় ব্যৱস্থাৰ ইংৰাজ জমিদাৰী প্ৰথাৰ লগত" সংযুক্তি সাধনৰ এক অদ্ভূত ব্যৱস্থা। এই আটাইবিলাক ব্যৱস্থাৰ সুলক্ষণবোৰ ভোগ নকৰাকৈ ইয়াৰ ক্ৰটীবিলাক তেওঁৰ ( বৃটিছে সৃষ্টি কৰা জমিদাৰ ) ওপৰত জাপ খাইছিল"।[২০] এনেকৈ ভাৰতত বৃটিছ ঔপনিবেশিক ক্ষমতাৰ অধীনত সামন্তবাদে নতুন বৈশিষ্ট্য লাভ কৰিছিল, যিবিলাকে শোষণ তীব্ৰতৰ কৰি তুলিছিল। ভাৰতত বৃটিছ নিয়ন্ত্ৰিত সামন্তবাদৰ আন এটা বৈশিষ্ট্য আছিল খাজনা আৰু মহাজনী স্বাৰ্থৰ পথৰ যোগেদি কৃষিজাত বস্তুৰ বাণিজ্যকৰণ, এইটোৱে কৃষিত উৎপাদনৰ বাণিজ্যকৰণৰ বিৰুদ্ধে কাম কৰিছিল, কাৰণ ই উৎপাদনকাৰীক উদ্বৃত্ত উৎপাদনৰ সেই অংশটোৰপৰা বঞ্চিত কৰিছিল, যিটো বজাৰত বিক্ৰীৰ পিছত তেওঁ উৎপাদনৰ আহিলা কিনাৰ কাৰণে বিনিময় কৰিব পাৰিলেহেঁতেন আৰু বৰ্ধিত উৎপাদনৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰিলে হেঁতেন।"

এনেকৈ বৃটিছৰ দেশ জয়ে ভাৰতীয় সামন্তবাদৰ ৰূপান্তৰ ঘটাইছিল। কেৱল সেয়ে নহয়, ই দেশখনক নিঃশেষ কৰি পেলাইছিল। ১৭৫৭ আৰু ১৮৫৭ চনৰ মাজত, সেই সময়ৰ হিচাপ অনুসৰি, বৃটেনৰ ধনী শ্ৰেণীয়ে ভাৰতৰপৰা ৫০০-১০০০ নিযুত পাউণ্ড লাভ কৰিছিল।[২১] ভাৰতত বৃটিছ আধিপাত্যৰ তৃতীয় গুৰুত্বপূৰ্ণ দিকটো আছিল তেওঁলোকে ভাৰতক পৰাধীন আৰু শোষণ কৰি থকাৰ আহিলা হিচাপে যিটো বস্তু বিকশিত কৰিছিল সেইটো আছিল ঔপনিবেশিক আমোলাতন্ত্ৰ। ভাৰতৰ শাসন যন্ত্ৰটোৰ এনে কিছুমান লক্ষণ আছিল, যিবিলাক ইউৰোপৰ স্বাধীন পুঁজিবাদী দেশবিলাকত থকা লক্ষণবোৰৰপৰা পৃথক, এই লক্ষণবিলাকে "ঔপনিবেশিক" শব্দটোৰ যুক্তিযুক্ততা সাব্যস্ত কৰে।

ঔপনিবেশিক শাসনযন্ত্ৰটো ভাৰতত অথবা বৃটেনত সামাজিক উৎপাদিকা সম্পৰ্কৰ কেৱল এক উপফলেই নাছিল। ইয়াৰ উৎপত্তি আৰু বিকাশ আছিল সামন্তবাদী-ভাৰত আৰু পুঁজিবাদী বৃটেনৰ মাজত জটিল বিপৰীত পাৰস্পৰিক ক্ৰিয়াৰ ফল। ই আছিল দুটা পৃথক সামাজিক-অৰ্থনৈতিক গোট-প্ৰসূত ফল আৰু উভয়ৰে মাজত যোগাযোগৰ এক অতিশয় গুৰুত্বপূৰ্ণ আহিলা। একে সময়তে ইয়াৰ উদ্ভাৱন বৃটেন আৰু ভাৰতৰ পাৰস্পৰিক সম্পৰ্কৰপৰা হোৱা নাছিল, ই উদ্ভৱ হৈছিল সিবিলাকৰ নিৰ্দিষ্ট বিৰোধৰপৰা আৰু ই প্ৰতিফলিত কৰিছিল এই বিৰোধবিলাকৰ সামঞ্জস্যহীনতা।

ঔপনিবেশিক ৰাষ্ট্ৰ, ইয়াৰ আমোলাতন্ত্ৰ আৰু বলপ্ৰয়োগৰ হাতিয়াৰ-সামৰিক বাহিনী আছিল এই তথ্যৰ অত্যন্ত চকুত লগা আৰু নিৰ্দিষ্ট প্ৰকাশ যে ভাৰত হ'ল এখন পৰাধীন আৰু শোষিত দেশ আৰু বৃটেন হ'ল পদানতকাৰী আৰু শোষক।

গতিকে চমুকৈ কবলৈ গলে, বৃটিছৰ দেশ জয়ৰ নিৰ্দিষ্ট অৰ্থ হ'ল বৃটিছ শোষণ। এতিয়া এই শোষণৰ প্ৰকৃত চেহেৰা অস্পষ্ট যেন লাগে। ৮৭০ চনত দাদাভাই নৌৰজীয়ে আমাৰ আগত তুলি ধৰা দাপোনৰ যোগেদি এই চেহেৰাৰ কিছু আভাস লোৱাটো কামত আহিব। তেওঁ কৈছিল:

ভাৰতৰ সমস্ত উৎপন্ন বস্তু আহে ইয়াৰ মাটিৰপৰা। '৮৭০-৭১ৰ কাৰণে মুঠ ভূমিৰ কৰ হ'ল ২১০০০০০০ পাউণ্ডৰ সামান্য বেছি। এতিয়া মোৰ ধাৰণা, মই যদি কওঁ যে চৰকাৰে এই ভূমিকৰ গড় হিচাপে, মুঠ উৎপাদনৰ, বেছি নহলেও, এক অষ্টমাংশ ধৰিছে মই সঠিকভাৱে কোৱা হব। এই হিচাপত দেশৰ মুঠ উৎপাদন হয়, ধৰক প্ৰায় ১৬৮০০০০০০ পাউণ্ড, ইয়াৰ লগত যোগ দিয়ক খনি ৰাজহ প্ৰায় ১০০০০০০ পাউণ্ড, মুঠ নিমখৰ ৰাজহ ৬০০০০০০ পাউণ্ড, মুঠ বনাঞ্চলৰ ৰাজহ ৬০০০০০ পাউণ্ড। এই হিচাপে দেশৰ মুঠ কেঁচা উৎপাদনৰ পৰিমাণ হয় ১৮২০০০০০০ পাউণ্ড—আধা নিযুত টন কয়লা, জমি হস্তান্তৰ আৰু অন্যান্য আয়কো ইয়াৰ লগত যোগ দি বেছি সঠিকভাৱে কবলৈ গলে, ধৰক ২০০০০০০০০ পাউণ্ড। এতিয়া সমগ্ৰ বৃটিছ ইণ্ডিয়াৰ জনসংখ্যা হ'ল প্ৰায় ১৫০০০০০০০, গতিকে সমগ্ৰ মানুহৰ বছেৰেকীয়া নিৰ্ভৰতাৰ কাৰণে জনমূৰি ২৭ চিলিঙতো কম।[২১]

প্ৰস্তুতকাৰী শিল্পৰ মূল্য, স্পিৰিটৰ ওপৰত শুল্ক আৰু অন্তৰ্ভুক্ত নোহোৱাবিলাকৰ বাবদ এক বৃহৎ পৰিমাণৰ ধনকো ধৰি মুঠ উৎপাদনৰ হিচাপ ২০০০০০০০০ পাউণ্ডৰ পৰা ৩,০০০,০০০০০ পাউণ্ডলৈ বৃদ্ধি কৰা আৰু এক উচ্চ হিচাপে ভাৰতৰ মুঠ উৎপাদন গাইপতি ৪০ চিলিং কৰাটো ১৮৭৬ চনত দাদাভাই নৌৰজীয়ে প্ৰয়োজন বুলি বিবেচনা কৰিছিল।

আৰু পাঁচ বছৰৰ পিছত (১৮৮১) কাৰ্লমাৰ্ক্সে লিখিছিল, "খাজনা, ভাৰতীয় মানুহৰ কাৰণে সম্পূৰ্ণ অনুপযোগী ৰেলপথৰপৰা লভ্যাংশ, সামৰিক আৰু অসামৰিক বিষয়াসকলৰ পেঞ্চন, আফগান যুদ্ধ আৰু অন্যান্য যুদ্ধ ইত্যাদিৰ ৰূপত বৃটিছে যিখিনি শোষণ কৰি নিয়ে, তেওঁলোকে নিজৰ কাৰণে খাচ ভাৰততে তেওঁলোকে যিখিনি খৰচ কৰে, সেইখিনি হিচাপত নধৰাকৈয়ো, কোনো অনুৰূপ নোহোৱাকৈ তেওঁলোকৰ পৰা তেওঁলোকে যিখিনি নিয়ে, সেইখিনি হ'ল কেৱল বিনামূলীয়া উৎপাদন, যিটো ভাৰতীয়সকলে প্ৰতি বছৰে বৃটেনলৈ পঠাবই লাগে, সেইখিনি হ'ল ভাৰতৰ ষাঠি নিযুত কৃষি আৰু শিল্প শ্ৰমিকৰ মুঠ আয়তো অধিক। এইটো হ'ল এক ৰক্ত-পিপাসু

দুষ্কৰ্ম। ইটোৰ পিছত সিটোকৈ দুৰ্ভিক্ষ লাগিয়েই আছে আৰু এই দুৰ্ভিক্ষৰ এনে পৰিমাণ, যিটো ইউৰোপে এতিয়াও ধাৰণা কৰিব নোৱাৰে।"[২২]

বৃটেনৰদ্বাৰা ভাৰত জয়ৰ যোগেদি এই দেশখনক কৃষি আৰু কেঁচামালৰ সহযোগী, পুঁজিবাদী বৃটেন আৰু বহু পৰিমাণে মাকিন যুক্তৰাষ্ট্ৰৰ বজাৰলৈ পৰিণত কৰা হৈছিল। একে সময়তে সামন্তবাদী শোষণ, আৰু লগতে বণিক আৰু ঋণদাতা মহাজনৰ ওচৰত দাসত্বই অব্যাহতভাবে ভাৰতীয় গাঁওবিলাকত প্ৰাধান্য বিস্তাৰ কৰি আছিল। ইয়াৰ উপৰি প্ৰত্যক্ষ বহিঅৰ্থনৈতিক বাধ্যবাধকতা ব্যৱহাৰ কৰাৰদ্বাৰা বৃটিছে ঔপনিবেশিক যন্ত্ৰৰ যোগেদি প্ৰকাশ্য লুটৰপৰা বৃহৎ পৰিমাণৰ ৰাজহ আদায় কৰিছিল।

ভাৰতৰ অৰ্থনৈতিক লুটৰ কাৰণে কলা-কৌশল অতিশয় সুবিকশিত, প্ৰায় নিখুঁত আৰু ই দেশখনৰ কাৰণে বিপৰ্যয়মূলক প্ৰমাণিত হৈছিল। এই কলা কৌশলৰ বিভিন্ন অংশৰ পাৰম্পৰিক ক্ৰিয়াৰ এক সঠিক ছবি মাৰ্ক্সে দত্তই তুলি ধৰিছিল। তেওঁ কৈছিল,

> গ্ৰেট বৃটেনলৈ বছেৰেকীয়া অৰ্থনৈতিক সোঁত ভাৰতৰ ৰাজহৰপৰা পূৰণ কৰা হয়। ভাৰতৰ ৰাজহৰ এক বিৰাট অংশ পোৱা হয় মাটিৰ খাজনা ৰূপত মাটিৰপৰা। সাধাৰণতে, মাটিৰ খাজনা আদায় কৰা হয় দক্ষিণ ভাৰতৰ খেতিয়কসকলৰপৰা আৰু উত্তৰ ভাৰতৰ জমিদাৰসকলৰপৰা, তেওঁলোকে আকৌ খাজনা আদায় কৰে ৰায়তসকলৰপৰা। খেতিয়ক-সকলে তেওঁলোকৰ ৰাজহ বা তেওঁলোকৰ খাজনা আদায় কৰে নিজে খোৱাৰ কাৰণে যথেষ্ট পৰিমাণে নৰখাকৈয়ে তেওঁলোকৰ উৎপাদিত শস্যৰ বিৰাট অংশ বিক্ৰী কৰি। খেতিয়কসকলে যিখিনি বিক্ৰী কৰিবলৈ বাধ্য হয়, সেইখিনি কিনাৰ কাৰণে ৰপ্তানীকাৰী বণিকসকলৰ সমগ্ৰ দেশজুৰি এজেণ্ট থাকে, এই ক্ৰয় কৰা সামগ্ৰীবোৰ ৰেলেৰে দ্ৰুত গতিত সমুদ্ৰ বন্দৰলৈ অনা হয় আৰু ইয়াৰপৰা সেইবোৰ ইউৰোপলৈ ৰপ্তানি কৰা হয়। শীতকালত ভূ-পৰ্যটকসকলে ভাৰতত ব্যস্ততাপূৰ্ণ দৃশ্য দেখিবলৈ পায়, যেতিয়া প্ৰতিখন বৃহৎ নগৰ আৰু বজাৰত এই লেন-দেনবোৰ চলে, কিন্তু সজীৱ শস্য বেপাৰৰ প্ৰফুল্লিত মুখত লুকাই থাকে এই তথ্য যে ভাৰতৰ-পৰা ইংলণ্ডই দাবী কৰা বছেৰেকীয়া কৰ পূৰণৰ কাৰণে এক কৃষিজীৱী জাতিৰ ঘৰ-বাৰী আৰু গাঁৱবিলাকে মাৰাত্মক পৰিমাণে খাদ্যৰ অভাৱত থাকিব লাগে।[২৩]

ভাৰতৰ শোষণৰ বৃটিছ যন্ত্ৰ আৰু কলা-কৌশলৰ ভিতৰত ৰেলপথো পৰিছিল।

ভাৰতত ৰেলপথ, বিশেষকৈ বন্দৰপৰা মূল কপাহ খেতি অঞ্চলবিলাকলৈ ৰেলপথ নিৰ্মাণৰ কাৰণে কি ব্যৱস্থা গ্ৰহণ কৰা হৈছে, সেই সম্পৰ্কে মিঃ ব্ৰাইটে ১৮৪৭ চনৰ শেষৰ ফালে এবাৰ পাৰ্লিয়ামেণ্টত প্ৰশ্ন উত্থাপন কৰিছিল। তেওঁ কৈছিল, এইটো যথেষ্ট গুৰুত্বপূৰ্ণ, কাৰণ আমেৰিকাত কপাহ খেতি ভাল নোহোৱাৰ কাৰণে, ৰেলপথ নিৰ্মাণৰ খৰচতকৈ বেছি ধন লাংকাশ্বায়াৰত হা ন হৈছিল।[২৪] সেই কাৰণে ভাৰতলৈ ৰেলপথ আহিছিল দুটা ব্যক্তিগত বৃটিছ কোম্পানীৰ অধীনত। ১৮৫৩ চনত মাত্ৰ ২০ মাইল ৰেলপথ পতা হৈছিল, আচলতে বৃহদাকাৰৰ নিৰ্মাণ আৰম্ভ হৈছিল কেৱল ১৮৫৭ চনৰ গণ অভ্যুত্থানৰ পিছতহে, যেতিয়া সিবিলাকৰ আধিপত্য বজাই ৰখাৰ কাৰণে যোগাযোগ পথৰ তাৎপৰ্য উপনিবেশবাদীসকলে সম্পূৰ্ণৰূপে উপলব্ধি কৰিছিল। ৰেলপথৰ স্থান নিৰ্ণয় কৰা হৈছিল সামৰিক গুৰুত্বৰ আৰু আটাইতকৈ ভাল বজাৰ আৰু কেঁচামালৰ উৎস লাভৰ হেপাহৰ কথা বিবেচনা কৰি। ১৯১৩-১৪ত ৰেলপথৰ মুঠ দৈৰ্ঘ্য আছিল ৩৪৬০০ মাইল (১০৬০০ মাইল ব্ৰডগজ, ১৪৪০০ মাইল মিটাৰ গজ আৰু ২৬০০ মাইল নেৰো গজ।)

বৃটিছ নিয়োগকাৰীসকলৰ কাৰণে ৰেলপথবোৰে আছিল লাভৰ ভাল উৎস। সেইবোৰে অ-প্ৰণ্যজাত উৎপাদনক দুৰ্বল কৰিছিল, পণ্য মুদ্ৰা সম্পৰ্ক প্ৰণোদিত কৰিছিল আৰু ৰপ্তানিৰ কাৰণে কেঁচা মালৰ উৎপাদনত উদগনি দিছিল। ভাৰতৰ বিভিন্ন অংশ প্ৰধানতঃ একক-শস্য অঞ্চল হৈ পৰিছিল। পঞ্জাৱৰ বিশেষ খেতি আছিল ঘেঁহু, বঙ্গদেশৰ মৰাপাট, মহাৰাষ্ট্ৰৰ কপাহ, অসমৰ চাহ আৰু মাদ্ৰাজৰ খোৱা তেল ইত্যাদি। প্ৰধান ৰেলপথবোৰ গৈছিল বৃহৎ সমুদ্ৰ বন্দৰৰপৰা কেঁচামালত চহকী অঞ্চলবোৰলৈ, যিবিলাক আকৌ বৃটেনৰ প্ৰস্তুত সামগ্ৰীৰ বজাৰ হৈ পৰিছিল। এই ৰেলপথবোৰ নিৰ্মাণ কৰা হৈছিল ভাৰত আৰু ইয়াৰ জনসাধাৰণক শোষণৰ উদ্দেশ্যে, গতিকে ৰেলপথ নিৰ্মাণে প্ৰকৃততে ভাৰতৰ সৰ্বাঙ্গীন ঔদ্যোগিক বিকাশ নাকচ কৰিছিল। ডি বুচনানৰ মতে, ৰেলপথবিলাকে "ভাৰতৰ পণ্য সামগ্ৰীক বিশ্ব বজাৰৰ স্পৰ্শলৈ আনিলে আৰু ভাৰত নিজে প্ৰস্তুতকাৰী হোৱাতকৈ বৰং ভাৰতৰ কাৰণে প্ৰস্তুতকাৰী হোৱাত ইউৰোপকহে (বৃটেন) সহায় কৰি ছল।"[২৫] তদুপৰি, বৃটিছে এনে এক জটিল শুল্ক ব্যৱস্থা প্ৰবৰ্তন কৰিছিল যে ই সমুদ্ৰ বন্দৰৰপৰা অভ্যন্তৰলৈ মালৰ যাতায়ত প্ৰণোদিত কৰে আৰু আভ্যন্তৰীণ পৰিবহনত বিধি-পথালি দিয়ে। বন্দৰৰপৰা আৰু বন্দৰলৈ অনা নিয়া কৰা মালৰ ভাৰাৰ হাৰ কম আৰু দেশৰ ভিতৰত চলাচলৰ ভাৰাৰ হাৰ বেছি।

আৰু এটা বাধা আছিল সৰুতনেৰে ব্যৱস্থা কৰা বহু-গজী ৰেল ব্যৱস্থা। বন্দৰৰ পৰা কেঁচামালৰ উৎসলৈ যোৱা প্ৰধান লাইনৰ পুতল এক ধৰণৰ আৰু আভ্যন্তৰীণ

পৰিবহনৰ কাৰণে সংযোগী-লাইনৰ পুতলা আৰু আন ধৰণৰ। এনেকৈ, দেশৰ এটাৰপৰা আন এটা অংশলৈ কঢ়িয়াই নিয়া মাল কেৰাবাৰো স্থানান্তৰ কৰিব লগা হৈছিল আৰু প্ৰতিটো স্থানান্তৰতে উচ্চ মাল, ভাৰা জড়িত আছিল। ইয়াৰ ফল স্বৰূপে, দেশৰ এখন চুবুৰীয়া প্ৰদেশৰপৰা কয়লা অনা খৰচতকৈ বৃটেনৰপৰা আমদানী কৰা খৰচ প্ৰায়েই কম পৰিছিল।

পিছত ভাৰতৰ সহযোগী গাথনিৰ বিকাশত ৰেলপথ এক প্ৰধান সংযোগ লাইন হৈ পৰিছে, কিন্তু সেইটো হৈছে বৃটিছ উপনিবেশবাদীবোৰৰ উপস্থিতি সত্ত্বেও। অতীতক সোঁৱৰি, এই কথা উল্লেখ কৰিব লাগিব যে ভাৰতৰ বিভিন্ন অংশৰ অত্যন্ত অসম আৰু অসমান বিকাশৰ ঘটনাটো আছিল দেশখন শোষণ কৰাৰ সেই সমস্ত বৃটিছ কলা-কৌশল আৰু পদ্ধতিৰ ফল। সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰৰ দৰেই এই ক্ষেত্ৰত, বৃটিছৰ ঔপনিবেশিক অতীতৰ জেৰ এতিয়াও অতিক্ৰম কৰিবলৈ বাকী আছে।

ভাৰতত বৃটিছে প্ৰয়োগ কৰা শোষনৰ আন এটা গুৰুতৰ ( আৰু অত্যন্ত বিপদ-জনক ) কৌশল আছিল বিনিময়, মুদ্ৰা আৰু বিত্তীয় ব্যৱস্থাত সংস্কাৰ সাধন। ৰূপৰ সোণমূল্য হ্ৰাস পোৱাৰ লগে লগে সংস্কাৰ সম্ভৱপৰ কৰি তোলা হৈছিল এনে এটা সময়ত, যেতিয়া পুঁজিবাদী বিশ্বৰ অৰ্থনীতিৰ, প্ৰধানতঃ বৃটেনৰ অৰ্থনীতিৰ লগত ভাৰতৰ অৰ্থনীতিৰ শক্তিশালী সংযোগ আছিল। ১৮৭০ ৰ দশকত ৰূপৰ বিশ্বমূল্য হ্ৰাস পাইছিল, সত্তৰৰ দশকত থকা ইয়াৰ মূল্যৰ আধালৈ। ইয়াৰ ফলত, ভাৰতীয় জনগণে ৰূপৰ মুদ্ৰা, অলংকাৰ আদি পৰম্পৰাগত ৰূপত যি সঞ্চয় কৰিছিল তাৰ মূল্যৰ অৱনতি ঘটিছিল। বাহিৰত ৰূপৰ মূল্য দ্ৰুতগতিত হ্ৰাস পাইছিল, আনহাতে এইবিলাকৰ মূল্য কমিছিল অধিক ধীৰে ধীৰে। গতিকে ভাৰতক মূল্য হ্ৰাসপ্ৰাপ্ত ৰূপ ব্যাপক পৰিমাণে বিক্ৰী কৰি বৃটিছ ব্যৱসায়ীসকলে বিৰাট পৰিমাণৰ অতিৰিক্ত লাভ অৰ্জন কৰিছিল।

১৮৮৩ চনৰ জুন মাহত ঔপনিবেশিক চৰকাৰে টাকশাল বন্ধ কৰি দিছিল, এনেকৈ ৰূপৰ মুক্ত মুদ্ৰাৰ ব্যৱস্থাটো বিলুপ্ত কৰা হৈছিল। এই সম্পৰ্কে ৰাইজক কোনো আগতীয়া জাননী দিয়া হোৱা নাছিল, কিন্তু বৃটিছ কোম্পানীবিলাকে আৰু কোনো ব্যতিক্ৰম নোহোৱাকৈ সকলোবোৰ বিনিময় বেংকে তেওঁলোকৰ পুঁজি ইংলণ্ডলৈ পঠিয়াই দিছিল, কাৰণ সিবিলাকে ৰূপৰ মানক অবিশ্বাস কৰিছিল। মুক্ত মুদ্ৰাৰ বিলুপ্তিকৰণে ভাৰতক লুট কৰাৰ হাতিয়াৰ হিচাপে কাম কৰিছিল আৰু বৃটিছ লগ্নী পুঁজিৰদ্বাৰা ভাৰতক আৰু বেছিকৈ শোষণৰ কাৰণে পথ মুকলি কৰি দিছিল।

ইয়াৰ ওপৰত মন্তব্য দি আৰ চি দত্তই কৈছিল, "খুব সহজভাৱে নিজৰ ঋণৰ বোজা খহোৱাৰ উদ্দেশ্যে ভাৰতৰ দুখীয়াসকলৰ প্ৰকৃত জাতীয় সম্পদ ভাৰতৰ

চৰকাৰে কলমৰ এটা খোচতে হ্ৰাস কৰি পেলাইছিল।" প্ৰকৃতপক্ষে জনসাধাৰণৰ সঞ্চয়ৰ এক-তৃতীয়াংশ সঞ্চয় বাজেয়াপ্ত কৰা হৈছিল। সেই সময়ত বিশ্বৰ ৰূপৰ প্ৰায় এক চতুৰ্থাংশ ( প্ৰায় ২০০০ নিযুত আউন্স ) ভাৰতত কেন্দ্ৰীভূত আছিল।[২৬]

এইটো আছিল প্ৰকৃতপক্ষে ভাৰতৰ বিৰুদ্ধে বৃটিছে চলোৱা লুণ্ঠনকাৰী অভিযান। এই অভিযানৰ ভয়াবহ পৰিণতি অনুভূত হৈছিল পিছৰ ঢুভিক্ষৰ বছৰবোৰত। এই ঢুভিক্ষবোৰৰ ক্ষয়ংকৰী প্ৰকৃতিৰ বিষয়ে বিশ্বৰ বাকী অংশৰ মানুহক জানিবলৈ দিয়া হোৱা নাছিল, কিন্তু ই বৃটিছ ভাৰতৰ লজ্জাজনক ইতিহাসৰ অঙ্গ হৈ আছে। শিক্ষিত ভাৰতীয়সকলৰ কাৰণে এই টাকশাল বন্ধ কৰা আৰু পৰিণতিৰূপে খাদ্য ঢুভিক্ষ আছিল ভূমিকম্পতকৈ, প্লেগ বেমাৰতকৈ আৰু সীমান্তত যুদ্ধতকৈ বেছি ভয়াবহ।

এইবিলাক বিত্তীয় সংস্কাৰৰ পিছত, টকাৰ হাৰ ঠিক কৰা হৈছিল ১ ছিঃ ৪ পেন্সত। এইটো আছিল কৃত্ৰিম আৰু ইয়াৰ ফলত অন্যান্য কথাৰ লগতে, দেশত বস্তুৰ মূল্য বৃদ্ধি হৈছিল। সমগ্ৰভাৱে, এই সংস্কাৰবিলাকে ভাৰতীয় মুদ্ৰা সোণৰমানত স্থাপন নকৰাকৈ ৰূপৰ মানৰপৰা আঁতৰাই নিয়া হৈছিল, ইয়াৰ স্বাধীনতা হৰণ কৰা হৈছিল, এছিয়াৰ যিবোৰ দেশৰ লগত ভাৰতৰ দীৰ্ঘদিনীয়া বাণিজ্যিক বন্ধন আছিল, সেই দেশবিলাকৰ মুদ্ৰাবোৰৰপৰা ইয়াক বিচ্ছিন্ন কৰা হৈছিল আৰু বৃটিছ পাউণ্ডৰ লগত ইয়াক সাঙুৰি দিয়া হৈছিল।

আচল কথা হ'ল, সংস্কাৰে ভাৰতৰ নিপীড়নৰ প্ৰথম পৰ্যায়ৰ সামৰণী পেলাইছিল আৰু দ্বিতীয় পৰ্যায় মুকলি কৰিছিল। এই পৰ্যায় আছিল অধিকতৰ নিপীড়ণৰ পৰ্যায়, বৃটিছ একচেটিয়া পুঁজিপতিসকলৰ স্বাৰ্থত দেশৰ অৰ্থনৈতিক বন্ধনৰ কাৰণে দৃঢ় ভিত্তি প্ৰতিষ্ঠাৰ পৰ্যায়। এই নতুন পৰ্যায়ৰ অত্যন্ত বিশিষ্ট লক্ষণ আছিল ভাৰতলৈ ব্যাপকভাৱে বৃটিছ পুঁজিৰ আগমন। এই কথাটো প্ৰতিফলিত হৈছিল ঔপনিবেশিক চৰকাৰৰ এক আলোচনীয়ে কৰা মন্তব্যৰ যোগেদি : "ভাৰতত শিল্প উদ্যোগবিলাকত বৃটিছ পুঁজিৰ বিনিয়োগ উৎসাহিত কৰাটো হ'ল চৰকাৰৰ ঘোষিত লক্ষ্য"।[২৭]

বৃটিছৰদ্বাৰা ভাৰত দখলৰ ( ১৭৫৭ চনত ৰবাৰ্ট ক্লাইভৰ ক্ষমতা দখলত আৰম্ভ হোৱা ) ফলশ্ৰুতিবোৰ ধনৰ হিচাপত ভোগ কৰিছিল পৰৱৰ্তী কালৰ বৃটেনৰ একচেটিয়া পুঁজিপতিসকলে। লুটৰ পৰিমাণ কিমান বিৰাট আছিল, সেই কথাটো অনুমান কৰিব পৰা যায় মাত্ৰ এটা তথ্যৰ যোগেদিয়েই, মাত্ৰ এটা বছৰত পোৱা সংখ্যাৰ পৰাই। আৰ্ পামে দত্তই হিচাপ দিছে যে কেৱল ১৯১৩-১৪ৰ বছৰটোতেই বৃটিছ সাম্ৰাজ্যবাদীবিলাকে ভাৰতৰপৰা লুটি নিছিল অন্ততঃ ৫৮০০০০০ পাউণ্ড, ইয়াৰে

ভিতৰত ৫০০০০০০০ পাউণ্ড আছিল বিনিয়োগৰপৰা লাভ আৰু প্ৰত্যক্ষ কৰ-কাটল।[২৮]

ৰবাৰ্ট ক্লাইভৰ ( যেচেৰাই পিছত আত্মহত্যা কৰিব লগীয়া হৈছিল ) দখলৰ ফলত বৃটিছ দস্যুদলৰ হাতত সমগ্ৰ ভাৰত কেৱল যে হাতে ভৰিয়ে বন্ধাই পৰিছিল এনে নহয়, আনকি ভাৰতৰ লগত সংযোগে ইউৰোপৰ সেই ক্ষুদ্ৰ দ্বীপটোক পিছত বিশ্বত ভূখণ্ডৰ এক চতুৰ্থাংশ ভূমি, মানুহৰ মুঠ জনসংখ্যাৰ এক-পঞ্চমাংশ আৰু আটাইবিলাক সমুদ্ৰ দাবী কৰিবলৈ যিখিনি প্ৰয়োজন সেই সকলোখিনি পোৱাৰ সুবিধা কৰি দিছিল। এই ভাবেই নিৰ্মিত হৈছিল বৃটিছ সাম্ৰাজ্য, য'ত পুৰণি প্ৰবচন মতে "সূৰ্য কেতিয়াও ডুব নাযায়", যিটোৰ লগত ইংলণ্ডৰ বিপ্লৱী কবি আৰ্ণেষ্ট জোনছে যোগ দিছিল "আৰু য'ত তেজ কেতিয়াও নুশুকায়"।

বৃটিছ স্কুলবিলাকৰ দেৱালত ওলোমাই ৰখা মানচিত্ৰবোৰে "আমাৰ কাৰণে এক আচৰিত ধৰণৰ উত্তেজনা আনে যেতিয়া ভবা যায়, বিশ্বৰ চাৰিওফালে বিক্ষিপ্ত হৈ থকা এই আটাইবোৰে আমাৰ পতাকাৰ প্ৰতি নমস্কাৰ জনায় আৰু গায় 'ঈশ্বৰে ৰজাক কুশলে ৰাখক'—আমাৰ ৰজাক" "তাৰ পিছত আমি শুনো সাম্ৰাজ্য চলোৱাৰ খৰচৰ বিষয়ে আৰু ইয়াৰ কাৰণে আমাৰ অশেষ প্ৰচেষ্টাৰ বিষয়ে ( ইয়াক আমি কওঁ 'শ্বেতাঙ্গ মানুহৰ বোজা' )। কিন্তু সুত আৰু লাভৰ ৰূপত প্ৰতি বছৰে বৃটিছ নিয়োগকাৰী-সকলৰ হাতলৈ লাখ লাখ পাউণ্ড ষ্টালিং উভতি যোৱাৰ কথা অথবা ইয়াৰ সকলোবোৰ ধনৰ যোগান ধৰা বেংকাৰ সকলে আৰু বীমা কোম্পানী আৰু জাহাজ কোম্পানী-বিলাকে লাভ কৰা লাখ লাখ পাউণ্ডৰ বিষয়ে অথবা ঔপনিবেশিক নিখিৰপৰা বৃটিছসকলক দিয়া দৰ্মহা আৰু পেঞ্চনৰ কথা আমি কেতিয়াও শুনা নাই। এই কথা আমাক কোনেও বজাই কোৱা নাই যে সাম্ৰাজ্যৰ খৰচ উপনিবেশৰ জনসাধাৰণে নিজেই বহন কৰে"।[২৯]

ওপৰৰ কথা উদ্ধৃত কৰা হৈছে ফেলিক্স গ্ৰীনৰ লিখনিৰপৰা। যিসকল বৃটিছ দস্যুৱে উপনিবেশৰ জনসাধাৰণৰ তেজ, ঘাম আৰু চকুলোৰ সৈতে বন্দুক হুইস্কী ( এবিধ বিলাতী মদ ) আৰু বাইবেলৰ ব্যৱসায় কৰে সেই একেবোৰ ডকাইতৰদ্বাৰা বৃটিছ ল'ৰা-ছোৱালীবিলাকৰ মগজু সযতনে ধোলাই কৰা হয়। সেই বিষয়ে তেখেতে বৰ্ণনা দিছে। বৃটিছ স্কুলৰ স্কুলীয়া লৰা-ছোৱালীবিলাককেই কিয়। বৃটিছ সৰ্বহাৰা শ্ৰেণী শ্ৰমিকসকলৰো মগজু ধোলাই কৰা হৈছিল আৰু ঔপনিবেশিক জনগণৰ লগত তেওঁলোককো জড়িত কৰিবলৈ বিচাৰিছিল। এই দিকটো ভি আই লেনিনে সুন্দৰৰূপে ব্যাখ্যা কৰিছিল।

লেনিনে কৈছিল: "সমগ্ৰ সমাজক পুহি থকা সৰ্বহাৰা শ্ৰেণীয়েইহে মাত্ৰ সমাজ

বিপ্লব সাধন কৰিব পাৰে। কিন্তু উপনিবেশবাদ বিকশিত হোৱাৰ লগে লগে, ইউৰোপীয় ( বৃটিছ )[30] সৰ্বহাৰাশ্ৰেণী আংশিকভাৱে এনে এটা অৱস্থানত পতিত হয়, যেতিয়া তেওঁৰ শ্ৰমে নহয়, উপনিবেশবোৰৰ প্ৰায় দাস হৈ পৰা সকলৰ শ্ৰমেইহে সমগ্ৰ সমাজক পালন কৰে। উদাহৰণ স্বৰূপে, বৃটিছ বুৰ্জোৱা শ্ৰেণীয়ে বৃটিছ শ্ৰমিক-সকলতকৈ ভাৰত আৰু অন্যান্য উপনিবেশৰ কোটি কোটি জনগণৰপৰাহে বেছি লাভ আহৰণ কৰে। ঘটনা তেনে হোৱাৰ কাৰণ, কোনো কোনো দেশত ঔপনিবেশিক জাত্যাভিমানৰ সৈতে সৰ্বহাৰা শ্ৰেণীক দূষিত কৰাৰ কাৰণে বৈষয়িক আৰু অৰ্থ নৈতিক ভিত্তি সৃষ্টি কৰা হয়" [31]

উপনিবেশবোৰত বিশেষকৈ ভাৰতত, আমাৰ আলোচনাৰ পৰিপ্ৰেক্ষিতত বৃটিছ সাম্ৰাজ্যবাদীসকলে তেনে ধৰণৰ মানুহৰ দল, যদিও বহু কম সুবিধাভোগী, সৃষ্টি কৰিছিল এই ধাৰণাৰ সৈতে যে এই দলবোৰে বৃটিছৰ গুণ কীৰ্তন কৰি আৰু সময়ত, ভাৰতৰ অনিষ্ট সাধন অব্যাহত ৰখাৰ কাৰণে বৃটিছে ৰচনা কৰিবলৈ বিচৰা পৰিকল্পনা কাৰ্যকৰী কৰিব। এহাতে, "ঔপনিবেশিক জাত্যাভিমানী দলৰ" আৰু আনহাতে, বৃটিছৰদ্বাৰা বৌদ্ধিক আৰু আদৰ্শগত দাসৰ সৃষ্টিয়ে তেওঁলোকক প্ৰকৃতপক্ষে ভালকৈয়ে সহায় কৰে। গতিকে আচৰিত হোৱাৰ একো নাই যে গ্ৰেট বৃটেনত বিপ্লৱীআন্দোলন —কমিউনিষ্ট আন্দোলন—ইমান দুৰ্বল আৰু ক্ষীণ, আৰু একে সময়তে, এইটো ইতিহাসৰ তথ্য যে কমিউনিষ্ট পাৰ্টিবিলাক আৰু তেওঁলোকৰ আন্দোলনে গা কৰি উঠিব পৰা নাই, ঠিক সেইবোৰ দেশত, যিবিলাক দেশ বৃটিছৰ পূৰ্বৰ উপনিবেশ আছিল।

অৰ্থ নৈতিক, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক, বৌদ্ধিক আৰু আত্মিক সকলো দিশতে ঐতিহাসিকভাৱে নিৰ্ধাৰিত পথেদি ভাৰতৰ স্বতন্ত্ৰ বিকাশৰ সুযোগ বৃটিছসকলে নষ্ট কৰিছিল। ভাৰতৰ জনগণৰ কোনো কোনো অংশৰ মাজত বৃটিছে সৃষ্টি কৰা মানসিক দাসত্ববোধ এতিয়াও বৰ্তি আছে আৰু এই মানুহবিলাকৰ কাৰণে কোনো এটা অ-বৃটিছ কথা আনকি চিন্তা কৰাটোও কঠিন হয়। ভাৰতে ইয়াৰ জেৰ এতিয়াও অতিক্ৰম কৰিব লাগিব। বহু ক্ষেত্ৰত, বৃটিছৰদ্বাৰা মন জয় কৰাটোৱে আন যেই কোনোতকৈ বেছি অনিষ্ট সাধন কৰে।

উপনিবেশবাদৰ স্বাৰ্থৰ প্ৰতি বিশ্বস্ত থাকি, বৃটিছে তেওঁলোকৰ ভাৰত জয়ৰ পিছত, তেওঁলোকৰ প্ৰত্যক্ষ অৰ্থ নৈতিক অনুপ্ৰৱেশৰ কাৰণে দেশত কিছুমান বিচ্ছিন্ন ঘাটি সৃষ্টি কৰিছিল। আমি আগতেই আলোচনা কৰিছো, এয়েই আছিল ভাৰতত অসমান আৰু বিষম, বিকৃত বিকাশৰ প্ৰধান কাৰণ। প্ৰসঙ্গতঃ, ভাৰতৰ যিবিলাক অঞ্চলে প্ৰথমতে বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ সোৱাদ পাইছিল, পিছত সেইবিলাক অঞ্চলতে দেখা যায় পৃথকতাবাদ আৰু বিচ্ছিন্নতাবাদৰ ফালে স্পষ্ট প্ৰবণতা।

ওপৰত উল্লেখ কৰা অৰ্থনৈতিক স্বাৰ্থই বঙ্গদেশত মৰাপাট শিল্পৰ ওপৰত আৰু মৰাপাট খেতিৰ ওপৰত মনোনিৱেশ কৰিবলৈ বৃটিছক বাধ্য কৰিছিল। কয়লাত বিনিয়োগ আছিল বৃটিছ ৰেল কোম্পানীবিলাকৰ চাহিদাৰ ফলত। ঠিক সেইদৰে, চাহখেতি কেন্দ্ৰীভূত কৰা হৈছিল অসম আৰু উত্তৰ-পূব ভাৰতৰ অন্যান্য অংশত। প্ৰথম বৃটিছ চাহ কোম্পানীবিলাকৰ অন্যতম অসম চাহ কোম্পানীৰ জন্ম হৈছিল ১৮৩৯ চনত, ইষ্ট ইণ্ডিয়া কোম্পানীৰদ্বাৰা অসম দখলৰ তেৰ বছৰৰ পিছত।

অসমত চাহ খেতিয়কসকলৰ স্বাৰ্থই উত্তৰ পূবত সমগ্ৰ বৃটিছ নীতি প্ৰভাৱিত আৰু নিৰ্ধাৰিত কৰিছিল। এই এই অঞ্চলটোৰ সমস্যাবিলাকো প্ৰধানতঃ সেই নীতিৰেই সাধাৰণ ফল।

খাজনাৰ (মাটিৰ) কাৰণে বৃটিছৰ স্বাৰ্থই অসমত আন এটা সমস্যাৰ সৃষ্টি কৰিছিল, সেইটোৰ সমাধানৰ কাৰণে দেশে অৰ্থনৈতিকভাৱে আৰু ৰাজনৈতিকভাৱে উভয় ক্ষেত্ৰতে প্ৰচণ্ড যান্ত্ৰণা ভোগ কৰিব লগীয়া হৈছিল।

এই সকলোবোৰ দিক আমি পৰৱৰ্তী অধ্যায়বোৰত আলোচনা কৰিম।

## টীকা আৰু প্ৰসঙ্গ

1 Notes on Indian History Karl Marx, Moscow p 55
2 History of the Freedom Movement in India—Vol I Dr R C Majumdar Calcutta, p 4
3 Indian Office Record, O C 4258 (quote in History of British India) P E Roberts London, p 43 44
4 Modern India and the West L S S O' Malley (ed) p, 44
5 Notes on Indian History , Karl Marx , p 57
6 ibid , p 72
7 ibid p 79
8 Expansion of England Seeley ; p 209
9 Capital—Vol 3 Karl Marx Moscow , p, 325
10 Notes of Indian History do p 34-89
11 Capital Vol I do „ p 751
12 Notes on Indian History do „ p, 110-112
13 ibid
14 ibid, p 116 120
15 ibid, p 87
16 ibid, p 135
17 ibid, p 139

18 ibid, p 186

19 Hansard's Parliamentary Debats, Vol, 25, p 28, quoted in Capitalism in India. A L Levkovsky, Delhi, p. 10

20 The war Question—Doings of Parliament—India. Karl Marx, Daily Tribune, New York, Aug, 5 1833

21 Poverty and Un-British Rule in India Dadabhai Naoroji, London, p 14

22 Selected Works Marx and Engels, vol 27 Moscow, p 113

23 The Economic History of India R C Dutt, p 348-349

24, Quoted in Capitalism in India A L Levkovsky, p 46

25 The Development of Capitalist Enterprises in India. D Buchanan, New York, p 179

26 Quoted in Capitalism in India. A L Levkorsky p 50

27 ibid p 51

28 India Today R. Palme Dutta

29 The Enemy Felix Greene, Calcutta, p 52

30 The addition of the word British' in the bracket is by the author

31 Against Revisionism V I Lenin, Moscow, p 91

## তৃতীয় অধ্যায়

# বিশ্বাসঘাতকতাৰ স্বৰূপ

বৃটিছৰদ্বাৰা ভাৰত বিজয়ৰ সমগ্ৰ ইতিহাস হ'ল বিশ্বাসঘাতকতা আৰু চাতুৰীৰ ইতিহাস। এই বিষয় সম্পৰ্কত অসম আৰু উত্তৰ-পূবৰ অন্যান্য অঞ্চলৰ সম্পৰ্কে আমি অলপ সূক্ষ্মভাৱে আৰু কিছু বিশদৰূপে আলোচনা কৰিম। ভাৰতৰ কাৰণে উত্তৰ-পূব অঞ্চলটো অতিশয় গুৰুত্বপূৰ্ণ আৰু অসম হ'ল অঞ্চলটোৰ মধ্যমণি। এই অঞ্চলটোত বৃটিছ দেশ-বিজেতাসকলে কেনেকৈ নিজক প্ৰতিষ্ঠা কৰিলে? কি স্বাৰ্থ পূৰণৰ উদ্দেশ্যত তেওঁলোকে এই অঞ্চলটোৰ সমস্ত ভূখণ্ড এখন এখনকৈ দখল কৰিলে?

অসমৰ অতীত ইতিহাসৰ ফালে দৃষ্টি দিলে দেখিবলৈ পোৱা যায় যে প্ৰকৃত অসম, অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকাটো আহোমসকলে প্ৰায় ছশ বছৰ ধৰি শাসন কৰিছিল। আহোমসকল আছিল ছান বংশৰ এটা ঠাল। তেওঁলোকে তেৰ শতিকাত তেওঁলোকৰ নেতা চুকাফাৰ ( ১২২৮-১২৬৮ ) নেতৃত্বত উজনী বাৰ্মাৰ ছান প্ৰদেশৰ পৰা অসমলৈ আহিছিল আৰু ক্ৰমে সমগ্ৰ উপত্যকাটোৰ দখলকাৰী হিচাপে নিজক প্ৰতিষ্ঠা কৰিছিল।[১]

সমগ্ৰ কালছোৱা আছিল আহোম শাসকসকল আৰু প্ৰধানতঃ উত্তৰ-পূবৰ পাহাৰী অঞ্চলত বসবাস কৰা জনজাতীয় লোকসকলৰ মাজত সম্পৰ্ক পৰিবৰ্তনৰো কাল। ডফলাসকলৰ বাহিৰে এই জনজাতিবিলাকে অসমৰ আহোম শাসকসকলৰ কৰ্তৃত্ব স্বীকাৰ কৰি লৈছিল—এই কথাটো তুলি ধৰাৰ কাৰণে ছাৰ যদু নাথ চৰকাৰে মোগল ইতিহাসবিদ ছাহাবুদ্দিন তালিছৰ উক্তি দিছিল।[২]

আহোমসকলৰ ৰাজত্বকালত শাসনভাৰ আছিল ৰজাৰ হাতত। তেওঁক স্বৰ্গদেৱ বোলা হৈছিল। শাসনত তেওঁক সহায় কৰিছিল বুঢ়া গোহাঁই, বৰপাত্ৰ গোহাঁই, বৰগোহাঁই আৰু বৰবৰুৱাক ( অথবা মুখ্য সচিব ) লৈ গঠিত পৰিষদে। তেওঁলোকৰ অধীনত আছিল খোৱা গোঁহাই, মৰঙ্গী খোৱা আৰু ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়া আৰু বৰাসকলৰ দৰে ডাঙৰীয়াসকল।[৩] মুছলমানসকলৰ আক্ৰমণ ৰোধ কৰাৰদ্বাৰা আহোমসকলে ইতিহাসত কৃতিত্ব অৰ্জন কৰিছিল, এই যুদ্ধখন পৰিচালনা কৰিছিল বিখ্যাত লাচিত বৰফুকনে। আনকি আজিও অসমীয়া মানুহে লাচিত

বৰফুকনৰ নামত গৌৰব বোধ কৰে আৰু অনুপ্ৰেৰণা লাভ কৰে। অসম আন্দোলনৰ কালছোৱাত ( ১৯৭৯-৮২ ) "লাচিত সেনা" নাম ধাৰী আন্দোলনকাৰীসকলৰ এটা সংগঠিত দল ওলাইছিল।

আহোমসকলৰ শাসনকালত অসমৰ নিম্নশ্ৰেণীৰ খেতিয়কসকলৰ অৱস্থা বঙ্গদেশৰ বৃটিছ শাসনাধীন অঞ্চলৰ নিম্নশ্ৰেণীৰ খেতিয়কতকৈ ভাল আছিল। ইয়াৰ সাক্ষ্য পোৱা যায়, অসমত গভৰ্ণৰ জেনেৰেলৰ ( ইষ্ট ইণ্ডিয়া কোম্পানী ) এজেণ্ট হৈ থকা ডেভিদ স্কটৰ নিচিনা এজন মানুহৰপৰা। স্কটে লিখিছিল, " অসমৰ খেতিয়ক-সকলে তেওঁলোকৰ কৃষি শ্ৰমৰ উৎপাদনৰ অধিকতৰ অংশ ( বঙ্গদেশৰ তুলনাত ) স্পষ্টতঃ ভোগ কৰিবলৈ পাইছিল"[৪] আনকি অন্যভাৱেও, অসমত জীৱন আৰু জীৱন নিৰ্বাহৰ অৱস্থা বঙ্গদেশৰ তুলনাত ভাল আছিল।

যেতিয়া মানসকলে অসম, কাছাৰ আৰু মণিপুৰ সহ অন্যান্য অঞ্চলত হস্তক্ষেপ কৰি আক্ৰমণ চলাইছিল, সেই সময়ত পৰিস্থিতিৰ অৱশ্যে, পৰিবৰ্তন ঘটিছিল আৰু অৱস্থা শোচনীয় হৈ পৰিছিল। সেই সময়ৰ অসমৰ ঘটনাৱলী আছিল ইতিহাসৰ এক পুনৰাবৃত্তি—ৰাজসভাত গৃহ কন্দলৰ ফলত এক পক্ষৰদ্বাৰা মানসকলৰপৰা হস্তক্ষেপৰ আমন্ত্ৰণ। তাৰ পিছত ৰজা চন্দ্ৰকান্ত সিংহৰ ৰাজত্বকালত ( ১৮১৮ ) অসম কাৰ্যতঃ বাৰ্মাৰ অধীনলৈ গৈছিল। তাৰ পিছত চন্দ্ৰকান্ত আৰু তেওঁৰ প্ৰতিদ্বন্দ্বী পুৰন্দৰ সিংহ, উভয়ে ইষ্ট ইণ্ডিয়া কোম্পানী আৰু ইয়াৰ ফোৰ্ট উইলিয়ামক প্ৰভাবিত কৰিবলৈ চেষ্টা কৰিছিল, যাতে মানসকলৰ বিৰুদ্ধে তেওঁলোকৰ যুঁজত বৃটিছৰপৰা সামৰিক সাহায্য পাব পাৰে। এনেকৈ বৃটিছক তেওঁলোকৰ প্ৰয়োজনীয় সুৰুঙা দিয়া হ'ল আৰু তেওঁলোকে এই সুযোগৰ পৰিপূৰ্ণ ব্যৱহাৰ কৰিলে, চন্দ্ৰকান্ত অথবা পুৰন্দৰ সি হৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে নহয়, বৰং কোম্পানীৰ স্বাৰ্থ পৰিপূৰণৰ কাৰণেহে। তেতিয়া বঙ্গদেশ হৈ পৰিছিল বৃটিছৰ অভিযানৰ ঘাটি।

মানসকলেও তেওঁলোকৰ ফালৰপৰা বৃটিছক সুযোগ আনি দিছিল: নিজৰ ক্ষমতা সম্পৰ্কে তেওঁলোকৰ এক অতিৰঞ্জিত ধাৰণা আছিল আৰু সেই কাৰণেই ভয়ানকৰূপে অহমিকা প্ৰকাশ কৰিছিল। তাৰ উপৰি, দখল কৰা অঞ্চলবিলাকত লুটপাতৰ যোগেদি তেওঁলোকে অসম, মণিপুৰ আৰু কাছাৰৰ মানুহবিলাকক তেওঁলোকৰ বিৰোধী কৰি তুলিছিল। চট্টগ্ৰামৰ ফালৰ আৰাকান অঞ্চল আগতেই মানসকলৰ হাতত পৰিছিল, আৰু তেওঁলোকে অসম দখল কৰাত বৃটিছ আৰু মানসকলৰ মাজত সংঘৰ্ষ অৱধাৰিত হৈ পৰিছিল। ১৮২৪ চনৰ জানুৱাৰী মাহত দুই শক্তিৰ মাজত খণ্ড যুদ্ধ চলিছিল আৰু মাৰ্চ ( ৪ ) মাহত আনুষ্ঠানিকভাৱে যুদ্ধ ঘোষিত হৈছিল। ১৯২৬ চনত যুদ্ধৰ অন্ত পৰিল আৰু বাৰ্মাই পৰাজয় বৰণ কৰিলে

আৰু য়াণ্ডাবু সন্ধি অনুসৰি, বাৰ্মাই অসম আৰু উত্তৰ পূবৰ অন্যান্য অঞ্চল ইষ্ট-ইণ্ডিয়া কোম্পানীক এৰি দিলে।

যুদ্ধত সফলতা লাভ কৰাৰ ঠিক পিছতেই, বৃটিছ অফিচাৰবিলাকে কামৰূপ, দৰং আৰু নগাঁওৰ দৰে অসমৰ জিলাবিলাকত জৰীপৰ কাম আৰম্ভ কৰি দিছিল। জৰীপ অভিযানৰ অৰ্থ আছিল খাজনা সংগ্ৰহৰ কাৰণে এটা যন্ত্ৰ গঢ়ি তোলা। আহোম ৰজাসকলৰ পুৰণি ব্যৱস্থাৰ বিশেষ পৰিবৰ্তন নঘটোৱাকৈ, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে, অৱশ্যে হাৰ বৃদ্ধি কৰিছিল আৰু জনসাধাৰণৰ নতুন নতুন অংশক জালত আবদ্ধ কৰিছিল। ফলাফল আছিল উৎসাহজনক, কুৰি হাজাৰ টকা শুল্ক মাচুলৰ উপৰিও এক লাখ পয়সত্তৰ হাজাৰ টকা প্ৰথম বছৰতেই লাভ কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বাৰ্মাৰপৰাও ক্ষতিপূৰণ হিচাপে এক কোটি টকা লাভ কৰিছিল, আৰু অসম, মণিপুৰ, কাছাৰ আৰু জয়ন্তীয়াৰ উপৰিও মানসকলে আৰাকান আৰু টেনাছেৰিম প্ৰদেশ ইষ্ট ইণ্ডিয়া কোম্পানীক এৰি দিছিল। পূৰ্বৰ মানসকলৰদ্বাৰা অধিকৃত অঞ্চলবিলাকৰ বহু মানুহক স্থানীয় ৰক্ষী বাহিনীত অন্তৰ্ভুক্ত কৰাৰ উদ্দেশ্যে পুনৰ বন্দোবস্তী দিয়া হৈছিল। লক্ষ্য আছিল ডফলা, গাৰো, খামটি, খাছী ইত্যাদি জনজাতিৰ মানুহবিলাকক আক্ৰমণ কৰা। এনেকৈ পৰ্বত আৰু ভৈয়ামৰ জনসাধাৰণৰ মাজত বিৰোধৰ প্ৰথম বীজ সিঁচা হৈছিল।

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পৰৱৰ্তী আমোলৰ অৱস্থান আৰু সেই হিচাপে আহোম ৰজাসকলে বহন কৰিব লগীয়া সকলো দায়িত্ব গ্ৰহণ কৰিছিল। এই কথা উল্লেখ কৰা ৰহস্যব্যঞ্জক হব যে সেইদৰে, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকে দখল কৰা কামাখ্যা মন্দিৰৰ সেবাইত হিচাপে আহোম ৰজাসকলৰ অৱস্থানো মূৰ পাতি লৈছিল। তেওঁলোকে পূজাৰ খৰচৰ কাৰণে সময়ে সময়ে এটা ক্ষুদ্ৰ অনুদানো আগবঢ়াইছিল, কিন্তু যেহেতু ক্ষুদ্ৰ অনুদানে পূজাৰ সকলো খৰচ পূৰণ কৰা নাছিল। মন্দিৰত পূজা দিবলৈ অহা তীৰ্থযাত্ৰীসকলৰ ওপৰত কৰ বহুৱাব পৰা অধিকাৰ কোম্পানীয়ে পূজাৰীসকলৰ ওপৰত অৰ্পণ কৰিছিল। ইংৰাজবিলাকে অসম দখলৰ সময়ত, মন্দিৰটো কালীচৰণ ভট্টাচাৰ্য নামৰ এজন বঙালী ব্ৰাহ্মণৰ তত্বাৱধানত আছিল। আহোম ৰজাসকলৰ দিনতো তেওঁৰ পৰিয়ালৰ মানুহৰ ওপৰতেই এই দায়িত্ব ন্যস্ত আছিল।[৫]

ইঙ্গ-বাৰ্মীজ যুদ্ধৰ কালছোৱাত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে আনুষ্ঠানিকভাৱে ঘোষণা কৰিছিল যে অসমৰপৰা মানসকলক খেদি পঠোৱাৰ পিছত, এই অঞ্চলটো আহোম সিংহাসনৰ বৈধ উত্তৰাধিকাৰীৰ হাতত ঘূৰাই দিয়া হব "যদিও অধিকাৰৰ ফালৰ পৰা এই অঞ্চলটোৰ মালিক কোম্পানীহে হোৱা উচিত।" অসমৰ আভ্যন্তৰীণ

বিষয়ত হস্তক্ষেপ নকৰে বুলিও তেওঁলোকে প্ৰতিশ্ৰুতি দিছিল। কিন্তু কাৰ্যক্ষেত্ৰত কোম্পানীয়ে সম্পূৰ্ণ পৃথক আচৰণ কৰিলে।

অসমৰ মানুহে ব্ৰহ্মপুত্ৰৰ ওপৰত কাষ্টমছ হাউছৰ যোগেদি আমদানি কৰা বঙ্গৰ নিমখৰ ওপৰত প্ৰধানতঃ নিৰ্ভৰ কৰিছিল। আহোম চৰকাৰে আমদানিকৃত নিমখৰ ওপৰত উচ্চ শুল্ক মাচুল বহুৱাইছিল। ইয়াৰ ফলত বঙ্গ নিমখৰ চাহিদা ক্ৰমে হ্ৰাস পাইছিল আৰু বঙ্গৰ ইংৰাজ সদাগৰসকলৰ বিৰাট ক্ষতি হৈছিল। গতিকে বাৰ্মাৰ লগত যুদ্ধৰ সফল সমাপ্তিৰ পিছত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমত গ্ৰহণ কৰা অন্যতম প্ৰথম পদক্ষেপ আছিল আহোম চৰকাৰৰ শুল্ক বিধিৰ পৰিবৰ্তন কৰা। এইটো আছিল হস্তক্ষেপ নকৰাৰ এক প্ৰকৃত দৃষ্টান্ত।

প্ৰতিশ্ৰুতিৰ আনটো অংশও ( বৈধ আহোম উত্তৰাধিকাৰীলৈ অসমৰ অঞ্চলৰ পুনৰ হস্তান্তৰ কৰা ) পাহৰি পেলোৱা হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ কলিকতা কাউন্সিলে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ দিশেদি নামনি অসমৰ অঞ্চলটো নিজৰ হাতত ৰাখিবলৈ সিদ্ধান্ত কৰিছিল। উজনি অসম সম্পৰ্কে কোম্পানীয়ে ততালিকে কোনো সিদ্ধান্ত কৰিব পৰা নাছিল, কাৰণ এই অঞ্চল সম্পৰ্কে তেওঁলোকৰ ধাৰণা সম্পূৰ্ণ নিখুঁত নাছিল।

অৱশ্যে, গুৰুত্বপূৰ্ণ কথাটো আছিল যে 'দখল নকৰা অসম' আৰু 'দখল কৰা অসমৰ' ভিতৰত এক বিৰাট পাৰ্থক্য আছিল। দুবছৰৰ ভিতৰতে কলিকতা কাউন্সিলৰ দৃষ্টিভঙ্গীৰ এক সম্পূৰ্ণ পৰিবৰ্তন ঘটিছিল। তেওঁলোকে এই অভিমত পোষণ কৰিছিল যে এজন দেশীয় ৰজাক অসমৰ সিংহাসনত বহুৱাৰ কাৰণে কোনো প্ৰকাৰৰ চুক্তি অথবা ঘোষণাৰ লগত চৰকাৰ নিজে প্ৰতিশ্ৰুতিবদ্ধ থকা বুলি ই বিবেচনা নকৰে। সেই সময়ত তিনি লাখ টকা আদায় কৰা নামনি অসম বা পশ্চিম অসমক স্থায়ীভাৱে বৃটিছৰ দখললৈ অনা হৈছিল। চূড়ান্ত সিদ্ধান্তলৈ নহালৈকে উজনি অসমকো কোম্পানীৰ হাতত ৰখা হৈছিল। এইভাবে, মোৱামাৰীয়া, খামটি আৰু চিংফৌ-সকলৰ অঞ্চলবিলাকৰ সৈতে একেবাৰে পূব অঞ্চল বাদ দি ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমগ্ৰ অঞ্চল কাৰ্যতঃ বৃটিছৰ অধীনলৈ অনা হৈছিল।

এনেবোৰ ক্ষেত্ৰত প্ৰায় সাধাৰণতে ঘটাৰ দৰেই, সিংহাসনৰ বিভিন্ন দাবীদাৰসকলৰ মাজত আত্ম-কলহৰ ফলস্বৰূপে এই অঞ্চলবিলাকৰ দখলৰ কাৰণে কোম্পানী উৎসাহিত হৈছিল। এজনৰ বিৰুদ্ধে ইজনক উচটাই দিয়াটো এক স্বাভাৱিক পদক্ষেপ হিচাপেই বৃটিছে গ্ৰহণ কৰিছিল আৰু এনেকৈয়ে তেওঁলোকৰ নিজৰ অৱস্থান ক্ৰমে বেছি মজবুত কৰি তুলিছিল।

অৱশ্যে কিছুমান অসুবিধাও আছিল। আহোম ডা-ডাঙৰীয়াসকলে যেতিয়া

দেখিছিল যে পুনৰ প্ৰত্যাৰ্পনৰ সকলো আশা কাৰ্যতঃ চুৰমাৰ হৈ গৈছিল, তেওঁলোকে বৃটিছ ডকাইটবোৰৰ বিৰুদ্ধে বিভিন্ন ধৰণৰ বিদ্ৰোহ সংগঠন কৰিবলৈ আৰম্ভ কৰিছিল। (ক) অসমৰ জনসাধাৰণ আৰু (খ) অসমৰ সীমান্তত থকা বহু জনজাতীয় লোকৰ সাহায্য পুষ্ট হৈ তেওঁলোক শক্তিশালী হৈ উঠিছিল। বৃটিছে তেওঁলোকৰ ওপৰত লগোৱা কৰ-কাটলৰ কাৰণে অসমৰ জনসাধাৰণে ক্ষোভ প্ৰকাশ কৰিছিল। তেওঁলোক এনেবোৰ কৰ-কাটলৰ লগত সম্পূৰ্ণৰূপে অনভ্যস্ত আছিল। বিদেশীসকলৰ সম্পৰ্কে জনজাতীয় বাইজো ভয়ানকৰূপে সন্দেহ প্ৰবণ হৈ পৰিছিল।

এই বাধা-বিপত্তিবিলাক অতিক্ৰম কৰাৰ কাৰণে বৃটিছে, অৱশ্যে সকলো প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিছিল। এজনৰ বিৰুদ্ধে ইজনক লগাই দিয়াৰ সেই পুৰণি খেল তেওঁলোকে খেলিছিল, কোনো কোনো অংশক বিভিন্ন প্ৰলোভন আৰু পুৰস্কাৰৰ সৈতে কিনি পেলাইছিল, তেওঁলোকক এক ধৰণৰ বাহিনীৰূপে সংগঠিত কৰিছিল আৰু বিক্ৰী যাবলৈ অস্বীকাৰ কৰা সকলৰ বিৰুদ্ধে তেওঁলোকক ব্যৱহাৰ কৰিছিল।

বৃটিছে প্ৰয়োগ কৰা আনটো পদ্ধতি আছিল বেপাৰৰ যোগেদি লাভ কৰিব পৰা নগদ ধনৰ প্ৰলোভনৰে কোনো কোনো অংশক প্ৰলোভিত কৰা। গতিকে একে সময়তে দুটা ব্যৱস্থা গ্ৰহণ কৰা হৈছিল, (১) সদিয়াত এক বজাৰ আৰু ব্যৱসায় কেন্দ্ৰ, আৰু (২) ছিংফৌ খণ্ডত (এই খণ্ডটো এতিয়াৰ অৰুণাচল প্ৰদেশৰ অন্তৰ্ভুক্ত) এটা বাণিজ্য কেন্দ্ৰ। বাৰ্মাৰ নামনি খণ্ডৰ যোগেদি বৃটিছ সামগ্ৰীৰ অবাধ আৰু স্বাভাৱিক চলাচলত বাধা দিয়াৰ কাৰণে মানসকলে স্থাপন কৰা উচ্চ শুল্ক প্ৰাচীৰ সদিয়া বজাৰখনে ভেদ কৰিব বুলি আশা কৰা হৈছিল। বাণিজ্য কেন্দ্ৰটো ভাৰত আৰু চীনৰ মাজত এক প্ৰত্যক্ষ বাণিজ্য যোগাযোগৰ প্ৰথম দুৱাৰ হব বুলি বিবেচনা কৰা হৈছিল। এই কথা হিচাপত ধৰা হৈছিল যে চীনৰ দক্ষিণ-পশ্চিম প্ৰদেশখন অৱস্থিত হ'ল ছিংফৌ অঞ্চলৰ উত্তৰ-পূব খণ্ডৰপৰা মাত্ৰ দুশ মাইল দূৰত। সেই সময়ত ভাৰতীয় বজাৰত বৃটিছ উলৰ সামগ্ৰীৰ বিক্ৰী নথকা হেতুকে ভাৰতৰ উত্তৰ-পূবৰ দেশবিলাকত এই বস্তুবিলাক বিক্ৰী কৰাৰ কাৰণে চেষ্টা চলোৱা হৈছিল। চীনত উচ্চ শুল্ক মাচুলৰ কাৰণে এই বস্তুবিলাক ভিতৰুৱা অঞ্চলবিলাকলৈ অবাধে পঠিওৱাত বাধা সৃষ্টি হৈছিল আৰু কেণ্টনত থকা ইষ্ট ইণ্ডিয়া কোম্পানীয়ে সেই বস্তুবিলাক তাত চলোৱা অতিশয় কঠিন আছিল আৰু বিষয়টো পাৰ্লিয়ামেণ্টৰ উভয় সদনতে বিতৰ্কিত হৈছিল। সেই কাৰণে অসমৰ যোগেদি চীন আৰু ভাৰতৰ মাজত এক প্ৰত্যক্ষ বাণিজ্য পথ মুকলি কৰি এই অসুবিধা আঁতৰাবলৈ বিচৰা হৈছিল।

অসমৰ মাজেদি ভাৰত আৰু চীনৰ মাজত এক প্ৰত্যক্ষ বাণিজ্য পথ মুকলি কৰাৰ সম্ভাৱনাৰ কথা গভৰ্ণৰ-জেনেৰেলৰ কাউন্সিলৰ এজন মুখ্য সদস্যয়ো চিন্তা কৰিছিল।

তেওঁ ১৮২৬ চনতেই, মতাৰ সংক্ষিপ্ত বিবৰণীত মন্তব্য কৰিছিল, "অসম আৰু মনিপুৰৰ মাজেদি চীন সাম্রাজ্যৰ য়ুনান আৰু অন্যান্য দক্ষিণ-পূবৰ প্রদেশবিলাকৰ লগত বেপাৰৰ কাৰণে আমি নতুন পথ খোলাৰ আশা কৰিব পাৰো।"৬

বাৰ্মাৰ লগত বাণিজ্যৰ কাৰণে ব্যৱস্থা গ্রহণ কৰা হৈছিল। অনতিপলমে প্রকৃত এক স্থায়ী বাণিজ্য গঢ়ি উঠিছিল আৰু কিছু কালৰ পিছত পশ্চিম ভাৰতৰপৰা অহা ভালেমান উদ্যোগী মাৰোৱাৰী বেপাৰীয়ে বাণিজ্যিক লেন-দেন চলোৱাৰ কাৰণে একেবাৰে পূব অঞ্চললৈ আহিছিল। তেওঁলোকে অচিৰতে সদিয়া আৰু বিছাত কাৰখানা স্থাপন কৰিছিল। কিছুমানে কাৰখানা স্থাপনৰ উদ্দেশ্যে বাৰ্মাৰ হুকরাং উপত্যকালৈকো গৈছিল। তেওঁলোকে মিহি কাপোৰ, মছলিন, লংক্লথ আৰু ৰঙীন ৰুমাল, চাব মৰা কপাহী কাপোৰ, নিমখ, কানি, মদ, চাউল, আয়না, গৃহস্থালীৰ কাৰণে মাটিৰ পাত্র, ধপাত, তামোল ইত্যাদি আমদানি কৰিছিল আৰু এই বস্তুবিলাক সোণ, সোণ কণা, হাতী দাঁত, ৰূপ, জাংফাই, কস্তুৰী, বাৰ্মীয় কাপোৰ আৰু চীনা বাকচৰ কাৰণে চাৰিওফালে থকা বিভিন্ন জনজাতিৰ মানুহৰ লগত বিনিময় কৰিছিল। পেম্বাৰটন আৰু কেপ্তেইন জেনকিন্সৰ প্রতিবেদনত উল্লেখ কৰা হৈছিল যে "অসমৰ ছিংফৌসকলে এতিয়া আভা প্রদেশৰ মাজেদি চান আৰু চীনা য়ুনানৰ লগত বুজন পৰিমাণে বেহা-বেপাৰ চলাই আছে আৰু এই উদীয়মান বাণিজ্যৰ প্রতি নজৰ ৰখা আৰু ইয়াক সর্বপ্রকাৰে সাহায্য দিয়াৰ কাৰণে আভাত থকা ৰেছিডেণ্টক পৰামর্শ দিব লাগে।"৭

অসমৰ ভাগ্য নির্ধাৰিত হোৱাৰ পিছত, মণিপুৰ, জয়ন্তীয়া আৰু কাছাৰ পোৱাৰ কাৰণে ইষ্ট ইণ্ডিয়া কোম্পানীৰ বেছি সময়ৰ প্রয়োজন নহৈছিল। কাছাৰ আছিল এখন ক্ষুদ্র, দুৰ্বল স্বাধীন ৰাজ্য। স্বাধীন মণিপুৰ ৰাজ্য আৰু বৃটিছৰ শ্রীহট্ট জিলাৰ মাজত কাছাৰে এক গুৰুত্বপূর্ণ স্থান গ্রহণ কৰি আছিল। সেই কাৰণে ই কোম্পানীৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এই ক্ষুদ্র ৰাজ্যখনৰ ইতিহাস আছিল আগ্রহ উদ্দীপক, ইয়াৰ আদিম ইতিহাস হ'ল ৰহস্যাবৃত। কিন্তু কছাৰীসকলে দাবী কৰে যে তেওঁ-লোকৰ দেশখন ইয়াৰ জন্মৰপৰাই এটা পৰিয়ালে মহাভাৰতৰ দ্বিতীয় পাণ্ডৱ, ভীমৰ বংশধৰসকলে—শাসন কৰিছিল। প্রবাদ আছে যে কছাৰীসকল তেওঁলোকৰ আদিম বাসস্থান কামৰূপৰ (অসম) উত্তৰ অঞ্চলৰপৰা আহিছিল আৰু কাছাৰৰ মায়বং পাহাৰত এখন নতুন ৰাজ্য স্থাপন কৰিছিল। ইয়াৰ নদন-বদন কালত কাছাৰ ৰাজ্য এহাতে মণিপুৰলৈকে আৰু আনহাতে লুছাই পাহাৰলৈকে বিস্তৃত হৈছিল।

কাছাৰৰ ৰজা গোবিন্দ চন্দ্রৰ শাসন কালতেই গুৰুতৰ গণ্ডগোল আৰম্ভ হৈছিল। সেই সময়ত সিংহাসনৰ কাৰণে একাধিক দাবীদাৰ ওলোৱাৰ কাৰণে মণিপুৰতো

গণ্ডগোল চলিছিল। দুজন মণিপুৰী ৰাজকুমাৰে কাছাৰত আশ্ৰয় লৈছিল আৰু পিছত অঞ্চলটো দখল কৰিছিল আৰু গোবিন্দ চন্দ্ৰৰ বিষয়ে কোনো চিন্তা নকৰাকৈয়ে ইয়াক তেওঁলোকৰ মাজত ভাগ কৰি লৈছিল। কছাৰী ৰজাই সহায়ৰ কাৰণে বৃটিছৰ ওচৰত আবেদন জনাইছিল, কিন্তু সেই আবেদন অগ্ৰাহ্য কৰা হ'ল। কাৰণ, মণিপুৰৰ ৰজা গম্ভীৰ সিং কোম্পানীৰ কাৰণে প্ৰিয়পাত্ৰ আছিল। কাছাৰৰপৰা যথেষ্ট পৰিমাণৰ ভূমিৰাজহ আৰু শুল্ক মাচুল পোৱা গৈছিল। তদুপৰি, সেই সময়ত কাছাৰে এক ৰণনীতিগত অৱস্থান গ্ৰহণ কৰিছিল। সেই কাৰণে কোম্পানীয়ে গোবিন্দ চন্দ্ৰক পৰিত্যাগ কৰিছিল আৰু গম্ভীৰ সিঙকো বুঢ়া আঙুলি দেখুৱাই দিছিল। কাছাৰ বৃটিছৰ দখললৈ আহিছিল। পিছত গোবিন্দ চন্দ্ৰক জাল অভিযোগত জেললৈ পঠাইছিল। বৃটিছৰ এই বিশ্বাসঘাতকতাৰ বিৰুদ্ধে কাছাৰত বিদ্ৰোহ আৰু অভ্যুত্থান হৈছিল, কিন্তু দখলদাৰীসকলে সমস্ত বিদ্ৰোহ দমন কৰিছিল।

ইয়াৰ পিছত আহিছিল জয়ন্তীয়াৰ পাল। এইখন আছিল শ্ৰীহট্টৰ সীমান্তত ওলমি থকা, কাছাৰ ৰাজ্য আৰু খাছী পাহাৰৰ মাজত অৱস্থিত এক ক্ষুদ্ৰ স্বাধীন ৰাজ্য। খাছী পাহাৰ অধিকাৰ কৰা একে সম্প্ৰদায়ৰ মানুহেই ইয়াত বসবাস কৰিছিল . ভৈয়ামত বাস কৰিছিল বঙালী হিন্দু আৰু মুছলমানসকল। আয়ৰ প্ৰধান উৎস আছিল মাটিৰ খাজনা, সেই সময়ত ইয়াৰ পৰিমাণে আছিল বছৰি এক লাখ টকা।

অন্যান্য ৰাজ্যৰ দৰে নহয়, জয়ন্তীয়া ৰাজ্যৰ ভিতৰৰা বিষয়ত মুৰ সুমুৱাৰ কাৰণে কোম্পানীয়ে এই ৰাজ্যত অভ্যন্তৰীণ গণ্ডগোলৰ কোনো চেলু পোৱা নাছিল। কাৰণ বৃটিছৰ হস্তক্ষেপৰ আগলৈকে বিগত ষাঠি বছৰত জয়ন্তীয়াত সম্পূৰ্ণৰূপে শান্তি বিৰাজ কৰিছিল। এই ৰাজ্যখন দখল কৰাৰ কাৰণে বৃটিছ অৱশ্যে আগ্ৰহান্বিত হৈ আছিল, কাৰণ, যে জয়ন্তীয়া ৰাজ্যই এক ৰণনীতিগত গুৰুত্বপূৰ্ণ স্থান দখল কৰিছিল বুলি ভৱা হৈছিল। গতিকে, শাসন চলাই থকা ৰজা ৰাজাৰাম সিঙৰ ওচৰলৈ এক চুক্তিৰ প্ৰস্তাব আগবঢ়োৱা হৈছিল, এক কৰৰ বিনিময়ত বাৰ্মাৰপৰা আহিব পৰা যেই কোনো ভাবুকিৰ বিৰুদ্ধে ইয়াক ৰক্ষা কৰাৰ কাৰণেও কোম্পানীয়ে প্ৰস্তাব দিছিল। ইষ্ট ইণ্ডিয়াৰ কোম্পানীৰ লগত কোনো চুক্তি স্বাক্ষৰ কৰিবলৈ ৰাজা ৰাম সিং ইচ্ছুক নাছিল, তেওঁ বৃটিছক বৰ অবিশ্বাস কৰিছিল। অৱশেষত তেওঁৰ উপদেষ্টাসকলে তেওঁক মান্তি কৰাইছিল। এওঁলোকক ইতিমধ্যেই কোম্পানীৰ বিষয়াসকলে, প্ৰধানতঃ ডেভিদ স্কটে "লৈ আনিছিল"। অৱশেষত, কাছাৰ ৰাজ্যৰ দৰেই জয়ন্তীয়া ৰাজ্যকো গ্ৰাস কৰা হৈছিল।

মণিপুৰৰ ভাগ্যও একো পৃথক নাছিল। তেতিয়া মণিপুৰৰ শাসনকৰ্তা আছিল গম্ভীৰ সিং। বাৰ্মাৰপৰা আক্ৰমণৰ ভাবুকিৰে তেওঁক ভীতিগ্ৰস্ত কৰিবলৈ বিচৰা

হৈছিল। বৃটিছসকলৰ কাৰণে মণিপুৰো আছিল বিৰাট ৰণনীতি গুৰুত্বপূৰ্ণ অৱস্থানত। কাৰণ ৰাজ্যখনৰ এইফালে আছিল ইষ্ট ইণ্ডিয়া কোম্পানীৰ দখলৰ ভূখণ্ড আৰু আনফালে আছিল বাৰ্মা। মণিপুৰৰ বাৰ্মাৰ লগত এক চিৰকলীয়া শত্ৰুভাৱ আছিল। এই কাৰণে, বাৰ্মাৰ ভীতি প্ৰয়োগ কৰাৰ কাৰণে আৰু বৃটিছৰ 'আশ্ৰয়' গ্ৰহণ কৰাৰ বাবে পশ্চিমন নিয়াৰলৈ কোম্পানীৰ পক্ষে সহজ হৈ পৰিছিল। প্ৰকৃতপক্ষে, বাৰ্মাৰ লগত এখন যুঁজত গম্ভীৰ সিঙেইহে আক্ৰমণকাৰী সেনাসকলক কুবাও উপত্যকাৰ (অথবা কাবৌ উপত্যকা) সিপাৰ কৰি খেদি থৈ আহিছিলগৈ। কিন্তু অৱশেষত গম্ভীৰ সিঙেও তেওঁৰ ৰাজ্যখন বৃটিছৰ হাতত সমৰ্পণ কৰিব লগীয়া হ'লগৈ। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পিছত বাৰ্মাকো গ্ৰাস কৰিলে। মণিপুৰ সম্পৰ্কত বৃটিছে আৰু এক প্ৰতাৰণাৰ আশ্ৰয় লৈছিল: তেওঁলোকে কাবৌ উপত্যকাটো বাৰ্মাৰ অন্তৰ্ভুক্ত কৰিলে যদিও, আগতে এই উপত্যকাটো মণিপুৰৰ অন্তৰ্ভুক্ত আছিল। ইয়াৰ কাৰণে মণিপুৰক মাত্ৰ পাঁচশ টকা নগদ ক্ষতি পূৰণ হিচাপে দিলে।

এনেকৈ, ৰবাৰ্ট ক্লাইভৰ দখল অভিযানৰ ফলাফল উত্তৰ-পূব ভাৰতৰ সমস্ত প্ৰধান অঞ্চললৈকে বিস্তাৰিত হ'ল। পৰৱৰ্তী পদক্ষেপ আছিল উত্তৰ-পূবৰ পাহাৰবিলাকৰ অশান্ত জনজাতিসকলক খৰ্ব আৰু দমন কৰা। বৃটিছে আগতেই গ্ৰাস কৰি দখল কৰা এই অঞ্চলবিলাকৰ জনগণৰ সন্মুখলৈ আহিছিল নিৰ্মম শোষণ আৰু ইয়াৰ ফলত দুৰ্ভিক্ষৰ নিদাৰুণ ভবিষ্যত। অসমৰ সমাজৰ একালৰ সমৃদ্ধিশালী ডা-ডাঙৰীয়াসকল ইতিমধ্যেই প্ৰায় ধ্বংসৰ মুখত পৰিছিল—অৰ্থনৈতিক, সামাজিক আৰু নিশ্চিতৰূপে ৰাজনৈতিকভাৱে। অসমৰ ডা-ডাঙৰীয়াসকলৰ, কাছাৰ, জয়ন্তীয়া আৰু মণিপুৰৰ আগৰ ৰাজ পৰিয়ালবিলাকৰ সমস্ত সম্পদ কাঢ়ি লোৱা হৈছিল আৰু ইয়াৰ বিনিময়ত তেওঁলোকক সামান্য পৰিমাণৰ ধন পেঞ্চন হিচাপে মঞ্জুৰ কৰা হৈছিল। পূৰ্বৰ ৰাজ পৰিয়ালৰ বহু মানুহকো ধৰি এই মানুহবিলাকে ছুছাং (বঙ্গদেশৰ মৈমন্ সিং জিলাত) আৰু ত্ৰিপুৰাৰ ৰজাসকলৰপৰা দাতব্য দান-বৰঙণীৰ ওপৰত জীৱন নিৰ্বাহ কৰিব লগা হৈছিল।

কেৱল ডা-ডাঙৰীয়াসকলেইহে যে দুঃখ ভোগ কৰিব লগীয়া হৈছিল এনে নহয়, অসম আৰু চৌপাশৰ অঞ্চলবোৰ বৃটিছৰদ্বাৰা দখলৰ অৰ্থ আছিল জনগণৰ সমস্ত অংশৰ বঞ্চনা। আৰু এই মানুহবিলাকে কোনো দিনেই বিদেশীসকলক আৰু তেওঁলোকৰ শাসনক সমাদৰে গ্ৰহণ কৰা নাছিল। ভাৰতৰ বাকী অংশত বৃটিছ দখলৰ পিছত হোৱাৰ দৰেই, উত্তৰ-পূবতো বৃটিছৰ বিৰুদ্ধে এলানি বিদ্ৰোহ আৰু অভ্যুত্থান দেখিবলৈ পোৱা গৈছিল। দেশখনৰপৰা বৃটিছক খেদি পঠোৱাৰ মনেৰে সমস্ত অংশৰ মানুহে এইবিলাকত যোগ দিছিল। অসমত এক বিদ্ৰোহ, হৈছিল,

ইয়াৰ পিছত খাচী অভ্যুত্থান আৰু ছিংফৌ বিদ্ৰোহ আৰু সমগ্ৰ উত্তৰ পূবৰ অশান্ত পাহাৰী জাতিবিলাকৰ বিদ্ৰোহ। অসমৰ বিদ্ৰোহৰ ক্ষেত্ৰত, অৱশ্যে, বাৰ্মীসকলৰো ষড়যন্ত্ৰ আছিল, যেনেকৈ আছিল মণিপুৰীসকলৰ বিদ্ৰোহৰ ক্ষেত্ৰত। অৱশেষত, বাৰ্মাও বৃটিছে দখল কৰিলে আৰু বিদ্ৰোহীসকলক বাহিৰা সাহায্যৰপৰা চূড়ান্তভাৱে বঞ্চিত কৰা হল।

প্ৰতিটো ক্ষেত্ৰতে বৃটিছে অত্যন্ত বৰ্বৰ আৰু বিশ্বাসঘাতকীৰ ধৰণে বিদ্ৰোহৰ লগত মোকাবিলা কৰিছিল। প্ৰাপ্ত সমস্ত খবৰ অনুসৰি, খাচীসকল আছিল সভ্য মানুহ, তেওঁলোক ত্ৰিশখনৰো অধিক ৰাজ্যত সিঁচৰতি হৈ আছিল আৰু তেওঁলোকৰ শাসন ব্যৱস্থা আছিল। অত্যন্ত গণতান্ত্ৰিক , সমস্ত যুৱক্‌ৰী জনসাধাৰণৰদ্বাৰা নিৰ্বাচিত হৈছিল আৰু ৰজাও আ'ছিল গণতান্ত্ৰিক পদ্ধতিৰ যোগেদি সকলো ৰাইজে গ্ৰহণ কৰা এক ব্যক্তি। খাচী পাহাৰত উন্নত কৃষিৰ উপৰিও কোনো কোনো অঞ্চলত লৌহ গলনৰ চিহ্নও পোৱা গৈছিল বুলি ডাঃ লেম্বৰ সাক্ষ্যৰপৰা জনা যায়। ডেভিদ স্কটে নিজেই এই তথ্য সাব্যস্ত কৰিছিল যে খাচী জনগণে এনে গণতান্ত্ৰিক আচৰণৰ দৃষ্টান্ত তুলি ধৰিছিল, যাৰ তুলনাত "অত্যন্ত সভ্য দেশৰ বাসীন্দাসকলেও বেছিভাগ সংসদীয় দক্ষতা প্ৰদৰ্শন কৰিব নোৱাৰিলেহেঁতেন।"[৮]

খাচীসকল অত্যন্ত স্বাধীনতা প্ৰিয় আছিল আৰু ইতিমধ্যেই অঞ্চলটো দখল কৰিবলৈ সযতনেৰে পৰিকল্পনা কৰি থকা বিদেশীসকলক চকুপাৰি দেখিব নোৱাৰিছিল। ৰজা তিৰহুট সিঙৰ অধীনত খাচীসকলে অত্যন্ত বীৰত্বৰ সৈতে চাৰি বছৰ ধৰি যুঁজ চলাইছিল আৰু এই কালছোৱাত বৃটিছৰ বিৰুদ্ধে তেওঁৰ যুঁজত অন্যান্য অংশৰ জনগণ আৰু শাসকসকলক সম্মিলিত কৰিবলৈ চেষ্টা কৰিছিল। এনেকৈয়ে দেখিবলৈ পোৱা গৈছিল খাচী, গাৰো, জয়ন্তীয়া আৰু অন্যান্য জনজাতিসকলৰ এক ঐক্যবদ্ধ নেতৃত্ব। তিৰহুট সিং নিজেই পাৰ্গত সমৰ নেতা আছিল। পোন প্ৰথমবাৰৰ কাৰণে তেওঁ সেইবিলাক অঞ্চলত বৃটিছৰ বিৰুদ্ধে পোৰা মাটি নীতি সহ গেৰিলা যুদ্ধৰ পদ্ধতি প্ৰৱৰ্তন কৰিবলৈ চেষ্টা কৰিছিল।

অৱশেষত, জনগণৰ সম্মিলিত শক্তিত ভাঙোন ধৰোৱাৰ পদ্ধতিৰ যোগেদি, মিথ্যা অপপ্ৰচাৰৰ যোগেদি, অত্যাচাৰ আৰু হত্যাৰ যোগেদি বৃটিছেই অৱশ্যে জয়ী হৈছিল। বৃটিছে প্ৰয়োগ কৰা সাধাৰণ পদ্ধতিবোৰ আছিল, ইখনৰ পিছত সিখনকৈ গাঁওবোৰ জ্বলাই দিয়া , এই কাম কৰা হৈছিল গাঁওবাসীৰ মাজত মাৰাত্মক ভয় সুমাই দিয়া, আনকি কোনো অশান্তি নথকা গাঁওবিলাকতো।

খাচী পাহাৰ দখলৰ পিছত পাল পৰিল জয়ন্তীয়াৰ। জয়ন্তীয়া দখলে বৃটিছ ছলনা আৰু মিথ্যাৰ আন এটা দৃষ্টান্ত তুলি ধৰে। ১৮২১ চনত ৰাজ্যখনত এক

অপৰাধ সংঘটিত হৈছিল। ঘোৱা নামৰ কাৰবৰ এক বৃটিছ অঞ্চলৰপৰা চাৰিজন মানুহক ধৰি লৈ যোৱা বুলি এক অভিযোগ উঠিছিল। এই চাৰিজন মানুহক দেৱী মূৰ্তিৰ আগত বলি দিয়া হ'ল বুলি বাতৰি ওলাইছিল। পিছত তথ্যৰপৰা দেখা যায় যে দুজনক বলি দিয়া হৈছিল আৰু দুজন পলাই সাৰিছিল। ১৮৩৫ চনত হৰণ কাৰ্য সংগঠিত কৰা বুলি অভিযুক্ত মানুহবিলাকক গ্ৰেপ্তাৰ কৰাৰ কাৰণে আৰু সেই মানুহবিলাকক তেওঁলোকৰ হাতত গতাই দিয়াৰ কাৰণে বৃটিছে ৰজা ৰাজেন্দ্ৰ সিংক নিৰ্দেশ দিছিল।

ফৰ্ট উইলিয়ামৰ ৰাজনৈতিক বিভাগৰ উপ-সচিব ছি. ই ট্ৰেভেলিয়ানলৈ গভৰ্ণৰ জেনেৰেলৰ পলিটিকেল এজেণ্ট, এফ্ জেনকিন্সে লিখা চিঠিৰপৰা ঘটনা কেনে ধৰণৰ আছিল তাক চোৱা যাওক। জেনকিন্সে লিখিছিল: "যোৱা মাহৰ ১৪ তাৰিখৰ আপোনাৰ চিঠিৰ প্ৰসঙ্গত, মই আপোনাক বিহিত সম্মানেৰে জনাওঁ যে জয়ন্তীয়া ৰজাৰপৰা মোৰ পূৰ্বৱৰ্তীজনে ইমান দিনে দাবী কৰি অহা ঘোৰাত আমাৰ প্ৰজাক বলি দিয়াৰ অভিযোগত অভিযুক্ত ব্যক্তিসকলক অৱশেষত এই ঠাইত মোৰ হাতত সমৰ্পণ কৰা হৈছে।[৯]

অথচ ১৮৩৫ চনৰ মাৰ্চ মাহত বৃটিছে ৰাজেন্দ্ৰ সিংক জনালে যে তেওঁৰ সমস্ত পিতৃপুৰুষীয় সম্পত্তি বাজেয়াপ্ত কৰা হ'ল। তেওঁৰ অপৰাধবিলাকৰ তালিকা হ'ল: ১৮২১ চনত বৃটিছ প্ৰজা বলি দিয়াৰ অপৰাধত ৰাজেন্দ্ৰ সিংৰ অংশ গ্ৰহণ আৰু অন্যান্য অপৰাধীসকলক গ্ৰেপ্তাৰ কৰা আৰু বৃটিছৰ হাতত গতাই দিয়াত তেওঁৰ ব্যৰ্থতা। স্বাভাৱিকতেই ৰাজেন্দ্ৰ সিং আচৰিত হৈছিল, কাৰণ ১৯২১ চনৰ ঘটনাত তেওঁৰ কোনো প্ৰকাৰে ভূমিকা থাকিব নোৱাৰে, সেই সময়ত তেওঁ অঞ্চলটোৰ ৰজাই নাছিল, আৰু দ্বিতীয়তে, যিবিলাক মানুহ অপৰাধত জড়িত আছে বুলি অভিযুক্ত হৈছিল, সেই মানুহবিলাকক তেওঁ প্ৰকৃতপক্ষে বৃটিছৰ হাতত চমজাই দিছিল।

ৰাজেন্দ্ৰ সিঙে কলিকতাত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্তৃপক্ষলৈ ইথনৰ পিছত সিথন আবেদন পঠাইছিল। একো ফল নধৰিলে। আৰু জয়ন্তীয়াক চিৰ-ক্ষুধাতুৰ বৃটিছে গ্ৰাস কৰিলে। এনেভাৱে আন এখন স্বাধীন ৰাজ্যৰ অন্ত পৰিল।

১৮৩৪ চনৰ সময়লৈকে, সমগ্ৰ কাছাৰো বৃটিছ প্ৰভুত্বাধীন হৈছিল। এইটো আছিল বৃটিছৰ কাৰণে অত্যন্ত গুৰুত্বপূৰ্ণ, কাৰণ কাছাৰ আছিল চাৰিখন ৰাজ্যৰ— অসম, শ্ৰীহট্ট, খাচী পাহাৰ আৰু মণিপুৰৰ সঙ্গমস্থল। এই সকলোবোৰ ৰাজ্য এতিয়া বৃটিছৰ অধীনত, আৰু তেওঁলোকৰ অধীনলৈ অহা কাছাৰক লাইখুটা হিচাপে লৈ, সমগ্ৰ অঞ্চলটোত নিয়ন্ত্ৰণ আৰু প্ৰভুত্ব সম্পূৰ্ণ হৈ পৰিল।

আৰু বৃটিছ আধিপত্য পিছত উত্তৰ পূব সীমান্ত এজেন্সি (এতিয়াৰ অৰুণাচল

প্ৰদেশ ) নামেৰে জনাজাত সীমান্ত অঞ্চল সহ সমস্ত অঞ্চলবোৰলৈ আৰু বাৰ্মাৰ সীমান্ত স্পৰ্শ কৰি সদিয়া আৰু ইয়াৰ সিপাৰৰ সীমালৈকে ক্ৰমে বিস্তৃত হৈ পৰিছিল।

এনেকৈয়ে বৃদ্ধি পাইছিল বৃটিছ সাম্ৰাজ্য, চি এইচ ফিলিপছৰ ভাষাত "ৰোম সাম্ৰাজ্যতকৈও বেছি বিত্তোপন এক সাম্ৰাজ্য।" এই সাম্ৰাজ্যৰ নিৰ্মাতা ইষ্ট ইণ্ডিয়া কোম্পানীৰ বৃটেনত বিৰাট সম্মান আছিল আৰু আচৰিত হোৱাৰ একো নাই যে ১৮৩৪ চনত বৃটিছ পাৰ্লিয়ামেণ্টত ইষ্ট ইণ্ডিয়া কোম্পানীৰ সদস্য সংখ্যা আছিল ৪৫ জন।[১০]

উনৈশ শতিকাৰ কুৰিৰ দশকৰপৰা আৰম্ভ কৰি উত্তৰ পূব খণ্ড সহ ভাৰতৰ কোম্পানী চৰকাৰে এই খণ্ডত এনে এটা নীতি অনুসৰণ কৰিছিল, যি নীতিটো বাৰ্মাৰ আক্ৰমণৰ বিৰুদ্ধে প্ৰতিৰক্ষাৰ কাৰণে চিন্তাৰ ফালৰপৰা প্ৰভাৱিত হৈছিল। পিছত, অৱশ্যে এই নীতি পৰিবৰ্তিত হৈছিল, কাৰণ বাৰ্মাৰপৰা আৰু বিপদৰ ভয় নাছিল, যেহেতু সেই দেশখনকো বৃটিছে অধিকাৰ কৰিছিল।

উত্তৰ পূবৰ আন এটা খণ্ডত নেপাল ৰাজ্যখনো বৃটিছৰ প্ৰভুত্বাধীন কৰা হৈছিল আৰু নেপালৰ বিৰুদ্ধে কোনো প্ৰতিৰক্ষা ব্যৱস্থা গ্ৰহণ কৰাৰ প্ৰয়োজন নাইকিয়া হৈছিল। কিন্তু বাৰ্মাক অন্তৰ্ভুক্ত কৰাৰ দৰে নেপালক "বিত্তোপন সাম্ৰাজ্য"ৰ অন্তৰ্ভুক্ত কৰা হোৱা নাছিল, পিছত বাৰ্মাকো বৃটিছ ভাৰতৰপৰা বিচ্ছিন্ন কৰা হৈছিল, কিন্তু সেইটো হ'ল এক পৃথক কাহিনী।

ভুটান আৰু ছিকিম সম্পৰ্কে বৃটিছে এক পৃথক নীতি অনুসৰণ কৰিছিল, কাৰণ উভয়ৰে চীনৰ লগত কিছু প্ৰকাৰৰ সংযোগ আছিল। আৰু ৰবাৰ্টছনৰ ( উত্তৰ পূব সীমান্তত গভৰ্ণৰ জেনেৰেলৰ এসময়ৰ এজেণ্ট ) মতে, "চীনৰ লগত সংঘৰ্ষলৈ অহাটো কেতিয়াও আমাৰ স্বাৰ্থৰ অনুকূলে নহব।" গতিকে ভুটান আৰু ছিকিম উভয়কেই বৃটিছ আধিপত্যৰ বাহিৰত থাকিবলৈ দিয়া হৈছিল, পিছত অৱশ্যে ছিকিমক ৰক্ষিত অঞ্চলৰ মৰ্যাদা দিয়া হৈছিল। ১৯৭৩-৭৫ ত ছিকিমৰ জনসাধাৰণৰ এক গণ আন্দোলনৰ যোগেদি এই ক্ষুদ্ৰ, কিন্তু নতুন অৱস্থাত ৰণনীতিগতভাৱে গুৰুত্বপূৰ্ণ ৰাজ্যখন ভাৰতৰ লগত চামিল হয় আৰু ইয়াৰ ২২ তম ৰাজ্য হৈ পৰে।

আমি দেখিবলৈ পাইছো, ভাৰতত বৃটিছ চৰকাৰে ভুটানক অৱশ্যে স্পৰ্শ নকৰে। এ'ক সময়তে, তেওঁলোকে অনুভৱ কৰিছিল যে ভুটানক বৃটিছৰ শক্তি প্ৰদৰ্শন কৰা উচিত। এইটো কৰা হৈছিল ডুৱাৰ্ছ দখল কৰি, ইয়াৰ কিছু অংশ ভুটানৰ অন্তৰ্ভুক্ত আছিল।

ভুটান পাহাৰৰ পাদদেশেদি আৰু অসমৰ ভৈয়ামলৈকে নামি অহা আওগৰীয়া অঞ্চলটোত পশ্চিমৰপৰা পূবলৈ বিস্তৃত এটুকুৰা ঠেক সাৰুৱা অঞ্চল আছে। এই

ভূখণ্ডটোত ভেৰাই নামে জনাজাত আৰু ইয়াৰ মাজে মাজে পাহাৰৰপৰা ভৈয়াম্লৈ নামি অহা গিৰিপথ আছে। এই গিৰিপথ বোৰক ডুৱাৰ্ছ বুলি কোৱা হয়। অসমৰ সীমান্তত এনেকুৱা সাতোটা ডুৱাৰ্ছ আছে। আৰু বঙ্গদেশৰ ( কোচবিহাৰ ) সীমান্তত আছে এঘাৰটা।

খাচ ভুটানতকৈ ডুৱাৰ্ছবৰাবা আবৰি থকা অঞ্চলবিলাকৰ প্ৰতিহে বৃটিছ প্ৰকৃত-পক্ষে আগ্ৰহী আছিল। এই আগ্ৰহ উদ্ভৱ হৈছিল কেপ্তেইন পামবাৰ্টন, লেঃ ব্ৰেক আৰু ডাঃ গ্ৰিফিথৰপৰা এক প্ৰতিবেদন পোৱাৰ পিছতহে। তেওঁলোকে ভুটান আৰু ইয়াৰ কাষৰীয়া অঞ্চলবিলাক পৰিভ্ৰমণ কৰিছিল। অঞ্চলটোৰ বাণিজ্য, শিল্প, ভূগোল আৰু প্ৰাকৃতিক ইতিহাস সম্পৰ্কে তেওঁলোকৰ প্ৰতিবেদন ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাৰণে অত্যন্ত মূল্যবান প্ৰমাণিত হৈছিল।

গতিকে এই ডুৱাৰ্ছবিলাক এটা এটাকৈ দখল কৰা হৈছিল। ভুটানৰ অধীনত থকা কিছুমান ডুৱাৰ্ছ চীন সীমান্তৰ নিচেই কাষতে আছিল, এইবিলাকৰ বিষয়ে কিবা এটা কৰা সম্পৰ্কত বৃটিছ প্ৰথম অৱস্থাত অনিচ্ছুক আছিল, কাৰণ চীনা সাম্ৰাজ্যৰ লগত যি কোনো প্ৰকাৰৰ যোগাযোগলৈ অহাৰ কাৰণে বৃটিছ চৰকাৰে ইচ্ছা কৰা নাছিল। কিন্তু পিছত অৱশ্যে এই অনিচ্ছুকতাৰ স্থান লোভে গ্ৰহণ কৰিছিল আৰু সেই ডুৱাৰ্ছবিলাকো বৃটিছে দখল কৰি পেলাইছিল, কিন্তু আচৰিত কথা যে এই ডুৱাৰ্ছবিলাক বৃটিছে দখল কৰাত চীনা সাম্ৰাজ্যই আপত্তি তোলা নাছিল।

প্ৰৱঞ্চনা আৰু বলপ্ৰয়োগৰ যোগেদি বৃটিছে দখল কৰা অঞ্চলবিলাকৰ গতি কি হৈছিল? অসমৰ ফলাফলবোৰকে আমি বিচাৰ কৰি চাওঁ আৰু সিয়েই চিত্ৰিত কৰিব সমগ্ৰ অঞ্চলটোত পৰিণতিসমূহ।

১৮৩৩ চনত কেপ্টেইন জেন্‌কিন্সে লিখিছিল, "আমি অসমখন সম্পূৰ্ণৰূপে দখল কৰাৰ পিছত আঠ বছৰলৈকে দেশখন অবিচ্ছিন্ন শান্তিত চলিছে আৰু এই কথা ধৰি লোৱাৰ অতিশয় ভাল কাৰণ নাই যেন দেখা যায় যে মানুহৰ সংখ্যা অন্ততঃ বঢ়া নাই, অথবা তেওঁলোকৰ অৱস্থাও উন্নত হোৱা নাই"। ৰবাৰ্টছনৰ মতে "দেশখনৰ অধোগতি ঘটিছে, ইয়াৰ বাসীন্দাসকলে স্থানোত্যাগ কৰিছে আৰু ইয়াৰ ৰাজহ বছৰি কমি গৈছে।" অৱস্থাটো তেওঁৰ কাৰণে অদ্ভুত যেন লাগিছিল, কাৰণ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসম দখল কৰাৰ সময়তেই দখল কৰা আৰাকান প্ৰদেশৰপৰা তেওঁ পোৱা খবৰ মতে, এই প্ৰদেশখন প্ৰতি বছৰে উন্নত হৈছে, ইয়াৰ জনসংখ্যা বাঢ়িছে আৰু ইয়াৰ সম্পদৰাজি উন্নত হৈছে। তেওঁৰ কাৰণে এই পাৰ্থক্য বৰ অসাধাৰণ যেন লাগিছিল, কাৰণ অসমৰ প্ৰদেশৰ প্ৰাকৃতিক সুযোগ সকলো ফালৰপৰাই আৰাকানৰ প্ৰাকৃতিক সুযোগতকৈ বহু বেছি শ্ৰেয়। আৰু তেওঁৰ মতে, "সমান

ব্যৱস্থাপনাৰ অধীনত উন্নতিৰ অধলাত সেই প্ৰদেশৰ লগত সমান তালত থকা অথবা তাক অতিক্ৰম কৰি যোৱা উচিত।" কিন্তু ঘটনাটো আছিল ওলোটা। কোম্পানীৰ সঞ্চালকসকলৰ কৰ্টে স্বীকাৰ কৰিব লগীয়া হৈছিল, "আমি অসমক অত্যন্ত নিকৃষ্ট ধৰণে শাসন কৰিছো।"[১১]

অসমৰ দুৰৱস্থাৰ কাৰণ আছিল বৃটিছে প্ৰৱৰ্তন কৰা নতুন ৰাজহ ব্যৱস্থা। আহোম শাসন ব্যৱস্থাত অসমত কোনো ভূমি কৰ নাছিল আৰু যি ৰাজহ সংগ্ৰহ কৰা হৈছিল সেয়া আছিল বস্তুৰ ৰূপত। বৃটিছে প্ৰত্যক্ষ মুদ্ৰা কৰৰ ভিত্তিৰ ওপৰত ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল। ব্যৱস্থাটো কাৰ্যকৰী কৰাৰ কাৰণে চৌধুৰী প্ৰতিষ্ঠান প্ৰৱৰ্তন কৰিছিল। ৰাজহ সংগ্ৰহ কৰা আৰু সৰু সুবা ফৌজদাৰী গোচৰত মেজিষ্ট্ৰেট হিচাপে কাম চলোৱাৰ দায়িত্ব এই চৌধুৰীবিলাকৰ হাতত অৰ্পণ কৰা হৈছিল। এই প্ৰতিষ্ঠান প্ৰৱৰ্তন কৰা ডেভিদ স্কটে পিছত আৰু এখোজ আগবাঢ়ি গৈছিল, তেওঁ চৌধুৰীসকল নিৰ্বাচিত হোৱাৰ ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল। নিৰ্বাচনত মুনিহ, তিৰোতা উভয়কে ভোট দিয়াৰ অধিকাৰ দিয়া হৈছিল।

অসমৰ জনসাধাৰণৰ কল্যাণৰ কাৰণে ব্যৱস্থাটো কাৰ্যকৰ কৰা হোৱা নাছিল। এবাৰ নিৰ্বাচিত হোৱা চৌধুৰীয়ে ৰাজহ সংগ্ৰহ কৰাৰ অধিকাৰ দিয়াৰ কাৰণে কৰ্টৰ ওচৰত ভেটি দিবলৈ ধৰিছিল, আৰু নিৰ্বাচনৰ আগতো তেওঁৰ কাৰণে ভোট দিব খোজা মানুহবোৰক চৌধুৰীয়ে ভেটি দিছিল। নিৰ্বাচিত হোৱাৰ পিছত আৰু অঞ্চল আৰু ক্ষেত্ৰাধিকাৰৰ দায়িত্ব পোৱাৰ পিছত, চৌধুৰীয়ে ৰায়তসকলক দুয়ো হাতে শোষণ কৰিছিল। কিজানি পুনৰ নিৰ্বাচিত নহয়েই, সেই ভয়ত, চৌধুৰীয়ে তেওঁৰ কাৰ্যকালৰ ভিতৰতে মানুহক পাৰ্যমানে শোষণ কৰিছিল।

এইদৰে বৃটিছে অসমত সৃষ্টি কৰিছিল জনসাধাৰণৰ এক নতুন শ্ৰেণী, যি শোষণ আৰু লুণ্ঠনত আছিল নিৰ্মম, ৰঘুমলা জাতীয় সাধাৰণ মানুহৰ শ্ৰমৰ ওপৰত জীয়াই থকা। ইয়াৰ বিপৰীতে সৰ্বসাধাৰণ মানুহবোৰ আছিল ক্ৰমে বেছি পৰিমাণে দাৰিদ্ৰ্য-ক্লিষ্ট। আনকি চৰকাৰী নথীপত্ৰয়ো সাব্যস্ত কৰে যে "অজ্ঞ আৰু অশিক্ষিত অসমীয়া মানুহৰ কাৰণে হিচাপ আছিল সম্পূৰ্ণৰূপে অবোধ্যগম্য আৰু ফল আছিল যে দুৰ্ভগীয়া ৰায়তসকল আছিল অতিৰিক্ত কৰৰ হেচাত আৰু তেওঁলোকে দিবলগীয়া হৈছিল যুক্তিসম্মত কৰৰ পাঁচ বা ছয় গুণ বেছি।"[১২]

বৃটিছসকল আছিল আচল ডকাইত। তেওঁলোকৰ আমোলত, এই মানুহবিলাকৰ, চৌধুৰীসকলৰ প্ৰায় ভাগেই—উচ্চ থাপত থকাসকলৰ বাদে—বলপূৰ্বক আদায়ৰ কুখ্যাত ব্যৱস্থা চলাই থকাৰ বাহিৰে কোনো গত্যন্তৰ নাছিল। কাৰণ তেওঁলোকৰ ভাগ্য অনিশ্চিত আছিল আৰু প্ৰকৃতপক্ষে সূতা এডালিত ওলমি থকাৰ দৰে আছিল।

কেতিয়াবা কেতিয়াবা চৌধুৰীসকলকেই শাস্তি দিয়া হৈছিল আৰু তেওঁলোকৰ সমস্ত সম্পত্তি কাঢ়ি লোৱা হৈছিল। সাধাৰণ ৰায়তসকলৰ জীৱনত হোৱা দুখ যন্ত্ৰণা আৰু লাওলোৱা অৱস্থাৰ তুলনাত এয়া একোৱেই নাছিল। তেওঁলোক কাৰ্যতঃ নিস্তেজ হৈ পৰিছিল আৰু অনেকেই আন ঠাইলৈ পলাই গৈছিল। চৰকাৰী নথী-পত্ৰৰপৰা দেখা যায় যে তিনি বছৰৰ ভিতৰত আগতে ৭৮৫ ঘৰ ৰায়ত বাস কৰা এখন গাঁও এৰা পৰলীয়া হৈছিল আৰু মাত্ৰ ৬৮ ঘৰ ৰায়তহে বাকী আছিলগৈ।

পৰিস্থিতি এনে ভয়াবহ হৈ পৰিছিলগৈ যে মাত্ৰ এটা কাৰণ নথকা হলে সমস্ত ৰায়তে অসম এৰি গুচি গ'লহেঁতেন। এই কাৰণটো আছিল পতিত মাটিৰ টোপ। এই পতিত মাটিবোৰ অত্যন্ত অনুকূল চৰ্তত ভাৰালৈ দিয়া হৈছিল আৰু প্ৰথম তিনি বছৰৰ কাৰণে খাজনা দিব নালাগিছিল। বহু অসমীয়া মানুহ এই পতিত মাটিবোৰলৈ গৈছিল আৰু সেইবিলাক চাফ্-চিকুণ কৰি কিছু মাটিত তিনি বছৰলৈ খেতি কৰিছিল। তাৰ পিছত তেওঁলোকে সেই মাটি এৰি দিছিল আৰু নতুন ঘাঁহনিৰ সন্ধানত নতুন অঞ্চললৈ গুচি গৈছিল। এনেকৈ অসমীয়াসকল ইঠাইৰপৰা সিঠাইলৈ গৈছিল, অৱশ্যে বাচনিৰ ফালৰপৰা নহয়। বৃটিছে প্ৰৱৰ্তন কৰা নতুন ব্যৱস্থাই অসমীয়া মানুহক আনকি সীমান্তৰ সিপাৰলৈকো যোৱাৰ কাৰণে আৰু অনাদৰণীয় ঠাইতো আশ্ৰয় বিচাৰিবলৈ বাধ্য কৰিছিল। তেওঁলোকে আনকি ভূটীয়াসকল বসবাস কৰা অঞ্চললৈকো পলাই গৈছিল। অসমীয়া মানুহে ভুটীয়াসকলক প্ৰায় সম্পূৰ্ণৰূপে বেয়া চকুৰে চাইছিল। তথাপি তেওঁলোক গৈছিল ধ্বংসাত্মক বৃটিছ ব্যৱস্থাৰ হাত সাৰিবৰ কাৰণে। প্ৰকৃততেই অসমক "অত্যন্ত নিকৃষ্টভাবে" শাসন কৰা হৈছিল।

পিছৰ এছোৱা কালত বৃটিছ শাসকসকলে খেতি কৰিবলৈ বাহিৰৰপৰা, অৰ্থাৎ পূৰ্ববঙ্গৰ প্ৰধানতঃ মৈমনছিঙৰপৰা খেতিয়কসকলক আনিবলগীয়া হৈছিল, কাৰণ অসমীয়াসকল মাটিৰপৰা আঁতৰি থকাত সেই মাটিবোৰ সম্পূৰ্ণ পতিত হৈ পৰিছিল আৰু ফলত গুৰুতৰৰূপে ৰাজহৰ অনাটন ঘটিছিল। এই এটা ঘটনাৰ ফলত পিছলৈ অসমৰ ভিতৰত গভীৰ অশান্তিৰ সৃষ্টি হৈছিল,—"বিদেশী অনুপ্ৰৱেশ" বুলি বৰ্ণিত সমস্যাৰ লগত জড়িত অশান্তি। ই হ'ল সমসাময়িক ইতিহাসৰ এটা অংশ। এতিয়া ভিতৰত "বিদেশীৰ" প্ৰশ্নৰ ওপৰত একেৰাহে ছয় বা সাত বছৰৰো বেছিকাল জোৰা বিপদজনক আলোড়নত অসম জড়িত হৈ পৰিছিল। আনকি এতিয়াও সমস্যাটো সমাধানৰপৰা বহুদূৰত। এইভাবে, উত্তৰ-পূবত অশান্তিৰ আন প্ৰতিটো সমস্যাৰ দৰেই, অসম অশান্তিৰ বীজো বৃটিছ উপনিৱেশবাদীবিলাকেই সিঁচি থৈ গৈছিল।

অসমত বঙালী-বিৰোধ মনোভাৱ সৃষ্টি হৈছিল কেৱল মৈমনছিঙৰ খেতিয়ক-সকলক—প্ৰধানতঃ মুছলমান—অনাৰ কাৰণেই নহয়, আনকি কিছু সংখ্যক চৌধুৰীৰ

আচৰণো ইয়াৰ কাৰণ। এওঁলোকৰ মাজত ভালেমান বঙালী অত্যুৎসাহী লোকো আছিল। বৃটিছ শাসকসকল কেৱল ৰাজহৰ প্ৰতিহে আগ্ৰহী আছিল আৰু বৃটিছ অৰ্থ নৈতিক স্বাৰ্থই অসমৰ মানুহৰ ৰাজহাড় ভাঙি পেলাইছিল আৰু অসমীয়া আৰু বঙালীৰ ভিতৰত বৈৰীভাবৰ ভিত্তি সৃষ্টি কৰিছিল।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰী নথী-পত্ৰৰপৰাও দেখা যায় যে সেই কালছোৱাত অসমত ব্যাপকৰূপে অপৰাধমূলক ঘটনা সংঘটিত হৈছিল। কিন্তু সামগ্ৰিক পৰিস্থিতি উন্নত কৰাৰ কাৰণে মুঠেই একো কৰা হোৱা নাছিল। প্ৰকৃত কথাটো আছিল এই যে প্ৰদেশৰূপে আৰম্ভণিৰপৰাই অসম অৱহেলিত প্ৰদেশ হৈ পৰিছিল, কাৰণ সেই সময়ত ইয়াক নিস্ফলপ্ৰসূ আৰু অলাভজনক বুলি বিবেচনা কৰা হৈছিল। গতিকেই ই এক অৱহেলিত প্ৰদেশৰ দুৰ্ভাগ্যত পতিত হব লগা হৈছিল। মাত্ৰ পাচলৈ অসমত চাহ খেতি নদন বদন হোৱাৰ পিছত, প্ৰদেশখনৰ প্ৰতি গুৰুত্ব দিয়া হৈছিল, কিন্তু প্ৰদেশখনৰ কেৱল অংশ বিশেষতহে, অন্যান্য অংশ আছিল আগৰ দৰেই অৱহেলিত।

চাহ খেতি আৰু চাহ মালিকসকলৰ স্বাৰ্থই ওচৰে-পাজৰে থকা অঞ্চলবোৰৰ, বিশেষকৈ পাহাৰ অঞ্চলবোৰৰ কাৰণে বিপৰ্যয় সৃষ্টি কৰিছিল। এই বিষয়ে আমি পিছত আলোচনা কৰিম।

অসমক সঠিক ভাৱেই উত্তৰ-পূৱৰ প্ৰৱেশ দ্বাৰ বুলি কোৱা হয়। ইয়াৰ চাৰিওফালে আছে পাহাৰ আৰু ইয়াৰ অধিবাসীসকল জনজাতীয় ৰাইজ। পাহাৰৰ ভূখণ্ডৰ এক ধাৰণা লাভ কৰাৰ কাৰণে আমি জি. ডানবাৰৰপৰা উদ্ধৃতি দিব পাৰো। তেওঁ কৈছিল, "ডাঠ হাবিৰে আবৰি থকা ইটোৰ পিছত সিটো গাতে লাগি থকা পাহাৰ। সেইবিলাকৰ দাঁতিবিলাক ঘৰৰ চাল অথবা বেৰৰ দৰে থিয়গৰীয়া, বৰফৰ দ্বাৰা আবৃত প্ৰধান পৰ্বতমালাৰ ফালে উত্তৰলৈ ক্ৰমে উচ্চ আৰু উচ্চতৰ স্তৰলৈ আগবঢ়া। ভাৰতীয় মৌচুমীৰ শেষ সীমালৈকে বিশ্বত আটাইতকৈ লানি নিছিগা বৰষুণত এই উচ্চভূমিবিলাক পানীৰ তলত তিতি থাকে। এছিয়াৰ অন্যতম বৃহৎ নদীখনে তিব্বতৰপৰা সোঁতৰদ্বাৰা প্ৰতিধ্বনি তুলি পাহাৰৰ ঠেক অকোৱা পকোৱা বাটেদি অসম উপত্যকাৰ বহল সমতল ভূমিয়েদি বঙ্গোপসাগৰলৈকে ইয়াত দীৰ্ঘ যাত্ৰাত পাহাৰৰ থিয় গড়াত হুংকাৰ তুলি থাকে। ক্ষুৰধাৰ পাদ দেশবিলাক ডাঠ উপ-গ্ৰীষ্মমণ্ডলীয় বনাঞ্চলে ঢাকি ৰাখে। এই হাবিবোৰৰ ওপৰৰ ডালবোৰত অৰ্কিড গজে আৰু তলৰ ডাঠ জেপোহাবোৰত জোকবোৰে লিং-লিঙাই থাকে পাদদেশ আৰু বৰফাবৃত শৃঙ্গৰ মাজত খোলা উপত্যকাৰ একোটা ঠেক অঞ্চল আছে, য'ত পথাৰবিলাকৰ মাজত নদন-বদন গাঁও পতা হয়। জনজাতীয় দেশখনৰ এই-টোৱেই হ'ল হৃদপিণ্ড। ভাৰতীয় আৰু পাশ্চমীয়া ধৰণৰ সভ্যতাৰ প্ৰভাৱ থকা

অসমৰ প্ৰভাৱৰ স্পৰ্শৰপৰা ই বাহিৰত আৰু তিৰতৰ ধৰ্মীয় ভাৱধাৰা আৰু ৰীতি-নীতিয়ে ইয়াক স্পৰ্শ কৰিবলৈ ই বহু দক্ষিণত অৱস্থিত।"[১৩]

জনজাতীয় দেশখনত বাস কৰে অকা, মিৰি, মিছিমি, আবৰ, ডফলা, নগা, ছিংফৌ, খাম্‌টি, লুছাই, খাছী, কুকী, চাক্‌মা, ত্ৰিপুৰী, জয়ন্তীয়া, মিকিৰ আৰু অন্যান্য-সকলে। এই জনজাতিসকলৰ মাজত উপ-জনজাতিও আছে আৰু এই জনজাতীয় লোকসকলৰ ইতিহাসত দেখিবলৈ পোৱা গৈছে অসংখ্য কন্দল আৰু সংঘৰ্ষ, যিবিলাকে কোনো কোনো সময়ত একোটা অংশ ধ্বংস কৰাৰ ফালে ঢাল লয়। আন্তঃ-জনজাতীয় যুদ্ধৰ কাহিনী হ'ল দীঘলীয়া কাহিনী আৰু জনজাতিবিলাকৰ মাজত আৰু সিবিলাকৰ বিভিন্ন অংশৰ মাজত এই যুদ্ধবিলাক চিত্ৰিত কৰাটো আমাৰ আলোচনাৰ লক্ষ্য নহয়।

সমগ্ৰ বিশ্বতে, জনসাধাৰণৰ সমাজৰ প্ৰথম ৰূপবোৰ আছিল পৰিয়াল আৰু জনগোষ্ঠী। এই প্ৰথম ৰূপবোৰ উদ্ভৱ হৈছিল ৰক্ত সম্পৰ্কৰপৰা। তেওঁলোকে গোষ্ঠী হিচাপে একেলগে বাস কৰিছিল। প্ৰধানতঃ অৰ্থনৈতিক বিবেচনাই তেওঁ-লোকক একে লগে থাকিবলৈ বাধ্য কৰিছিল। তেওঁলোকৰ অৰ্থনীতিৰ বিকাশৰ কাৰণে, অভিজ্ঞতা লাভ আৰু সঞ্চয় কৰাৰ বাবে, তাৰ পিচত আনক সেই অভিজ্ঞতাৰ ভাগ দিয়াৰ বাবে আৰু ডেকা চামক পালন কৰাৰ উদ্দেশ্যে ইয়াৰ প্ৰয়োজন আছিল।

এই গোষ্ঠীবিলাক ডাঙৰ হোৱাৰ লগে লগে, দলবোৰ ক্ৰমে ক্ৰমে পৃথক হৈ গৈছিল। ৰক্ত সম্পৰ্ক থকা গোষ্ঠীবোৰ ঐক্যবদ্ধ হৈ জনগোষ্ঠী গঠন কৰিছিল। এটা জনগোষ্ঠীত সাধাৰণতে শ-শ অথবা হাজাৰ হাজাৰ লোক থাকে। ই এটা বিশেষ অঞ্চল দখল আৰু ইয়াৰ মানুহবিলাক এই অঞ্চলতে বসবাস আৰু চিকাৰ কৰিছিল। জনগোষ্ঠীৰ মানুহবিলাকে একে ভাষা (দোৱান) কৈছিল আৰু এওঁলোকৰ একে ধৰণৰ ৰীতি-নীতি, ক্ৰিয়াকাণ্ড আৰু অন্ধ বিশ্বাস আছিল। উত্তৰ পূৱ ভাৰতত বিভিন্ন জনজাতি হ'ল বিভিন্ন সম্প্ৰদায়ৰ আৰু তেওঁলোকৰ পৃথক পৃথক ৰীতি-নীতি আৰু ক্ৰিয়া-কলাপো গঢ়ি উঠিছিল। লুছাইসকল (মিজো) অৱশ্যে একে সম্প্ৰদায়ৰ, উদাহৰণ স্বৰূপে নগাসকলৰ দৰে নহয়। কোনো কোনো অঞ্চলত পৰিয়ালেই হ'ল এতিয়াও মৌলিক গোট, যেনে অৰুণাচল প্ৰদেশৰ কোনো কোনো অঞ্চলত, কোনো কোনো ঠাইত মৌলিক গোট হ'ল গাঁও।

পুৰুষৰ পিছত পুৰুষ পাৰ হৈ যোৱাৰ পিছত, ৰক্ত সম্পৰ্ক থকা জনজাতিবোৰে মৈত্ৰী গঠন কৰিবলৈ আৰম্ভ কৰিছিল। ইয়াৰ প্ৰয়োজন প্ৰণোদিত কৰিছিল অৰ্থনৈতিক আৰু সামৰিক বিবেচনাই। তথাপি ৰক্ত সম্পৰ্কই প্ৰধান সংযোগ সূত্ৰ হৈয়ে আছিল।

জনজাতিবিলাকৰ এক মৈত্ৰী এক বহল সংগঠন হৈ পৰে। গতিকেই সকলো সমন্বৰ কাৰণে ৰক্ত সম্পৰ্কৰ ওপৰত বৰ্তি থকাটো সম্ভৱ নহয়। একে সময়তে জনজাতিৰ পৰিয়ালবোৰৰ আৰু জনজাতিবিলাকৰ মৈত্ৰীৰ বাহিৰলৈকে অৰ্থনৈতিক বন্ধন বিকশিত হৈছিল আৰু ইয়াৰ ফলত ভূখণ্ডৰ নৈকট্য ক্ৰমবৰ্ধমানৰূপে গুৰুত্বপূৰ্ণ হৈ পৰিছিল।

প্ৰথমতে এক মানব সম্প্ৰদায়, যিটো উদ্ভৱ হৈছিল স্বতঃস্ফূৰ্ত বিবৰ্তনৰপৰা পৰিয়াল। পৰিয়াল সম্প্ৰসাৰিত হৈছিল জনগোষ্ঠীলৈ অথবা পৰিয়ালবিলাকৰ আন্তঃবিবাহ বা জনগোষ্ঠীৰ সমন্বয়ৰদ্বাৰা সৃষ্ট জনগোষ্ঠীলৈ। কাৰ্ল মাৰ্ক্সে জনগোষ্ঠীয় জীৱনৰ চৰিত্ৰায়ন কৰিছিল এনে ধৰণে: "আমি ধৰি লব পাৰো যে ভেৰাৰখীয়া যুগ অথবা অধিক সাধাৰণভাৱে এক অঘৰী জীৱন হ'ল অৱস্থিতি ৰক্ষা কৰাৰ প্ৰথম ৰূপ, জনগোষ্ঠীটো এক নিৰ্দিষ্ট ঠাইত বসবাস কৰি নথকা, কিন্তু স্থানীয়ভাৱে যি পোৱা তাক ব্যৱহাৰ কৰা আৰু তাৰ পিছত সেই ঠাইৰপৰা আঁতৰি যোৱা। মানুহ প্ৰকৃতিৰ দ্বাৰা স্থিত নহয় ( এজোপা গছৰ ওপৰত বান্দৰ থকা ধৰণেৰে তেওঁলোক জীয়াই থাকিব পৰা সাৰুৱা পাৰিপাৰ্শ্বিকতা যদিহে থাকে, সেয়ে নহলে তেওঁলোক বনৰীয়া জন্তুৰ দৰে ভ্ৰমি ফুৰিব )। গতিকে, জনজাতীয় সম্প্ৰদায়, স্বাভাৱিক উমৈহতীয়া সংস্থা উদ্ভৱ হয় মাটিৰ যৌথ ( অস্থায়ী ) দখল আৰু ব্যৱহাৰৰ পৰিণতিৰূপে নহয়, পূৰ্বচৰ্ত হিচাপেহে।"[১৪]

"মাটিৰ এই যৌথ ( অস্থায়ী ) দখল আৰু ব্যৱহাৰ" ভাৰতৰ উত্তৰ পূৰ্বত জনজাতীয় দেশৰ বহু অংশত আনকি আজিও প্ৰচলিত ব্যৱস্থা হৈ আছে। অৰুণাচল প্ৰদেশৰ বহু অঞ্চলত আৰু মিজোৰামতো এতিয়াও মাটি ব্যক্তিগত সম্পত্তি নহয়। তাত মাটি হ'ল সম্প্ৰদায়টোৰ সাধাৰণ ( যৌথ ) সম্পত্তি। কথাটো হ'ল, দুখীয়া খেতিয়কসকললৈ বেংকৰ ঋণ দিয়া ক্ষেত্ৰত সেই অঞ্চলৰ চৰকাৰৰ কাৰণে অসুবিধাৰ সৃষ্টি হৈছে, কাৰণ, সাধাৰণতে কোনো এক ধৰণৰ সম্পত্তিৰ ( প্ৰায়বোৰ ক্ষেত্ৰতে মাটি সম্পত্তি ) জামিন নাপালে বেংকে কোনো ঋণ মঞ্জুৰ কৰিব নোৱাৰে। অৱশ্যে, সেই অসুবিধাবোৰ কেনেকৈ দূৰ কৰা হৈছে সেইটো হ'ল আন এটা কাহিনী।

সমাজ বিজ্ঞানৰ ছাত্ৰসকলে জানে যে মানুহে শ্ৰম কৰে। অন্যভাৱে কবলৈ গলে, দৈনন্দিন কামত, উশাহ-নিশাহত, খাদ্য আশ্ৰয়, প্ৰেমৰ সন্ধানত তেওঁলোকে সৃষ্টি কৰে আৰু অস্তিত্ব ৰক্ষা কৰে। তেওঁলোকে এইবোৰ প্ৰকৃতিত কাম কৰে এই উদ্দেশ্যে প্ৰকৃতিৰপৰা আহৰণ কৰে ( আৰু অৱশেষত সচেতনভাৱে প্ৰকৃতিৰ পৰিবৰ্তন ঘটায় )। মানুহ আৰু প্ৰকৃতিৰ মাজত এই পাৰস্পৰিক ক্ৰিয়াই আৰু ফলত

উৎপন্ন কৰে সমাজ বিপ্লৱ।[১৫] এই প্ৰক্ৰিয়াই ক্ৰমে ক্ৰমে জনজাতীয় মানুহবো ৰূপান্তৰ সাধে। গতিকে দেখা গৈছিল যে বছৰৰ পিছত বছৰ ধৰি অ'ত ত'ত ভ্ৰমি ফুৰাৰ পিছত জনজাতিবিলাকেও একেটা অঞ্চলতে বহু দিন বাস কৰিবলৈ লৈছিল, আৰু তেওঁলোকে ▪টা ভাষা কবলৈ শিকিছিল আৰু সাধাৰণ ৰীতি নীতি উদ্ভাৱন কৰিছিল। এই আটাইবিলাক উপাদানে জনসাধাৰণৰ বৃহৎ দলবোৰৰ সাধাৰণ ঐতিহাসিক ভাগ্য নিৰ্ণয় কৰিছিল আৰু তেওঁলোকৰ উমৈহতীয়া মনস্তাত্বিক গঠন আৰু স স্কৃতিৰ ৰূপ দিছিল।

এই আটাইবিলাকে এক জাতীয় দলৰ (গ্ৰুপ) জন্ম দিছিল।

এনে ধৰণৰ জাতীয় দলবোৰ এছীয়, প্ৰাচীন, দাস মালিকানা আৰু সামন্তবাদী সমাজত উদ্ভৱ হৈছিল।

জাতীয় দল আছিল এক তুলনামূলকভাৱে সোলোক-ঢোলোক জনগোষ্ঠী। প্ৰাচীন জাতীয় দলবিলাকৰ বহুতেই ছেদেলি-ভেদেলি হৈ গৈছিল আৰু আন কিছুমান একো একোটা জাতি হচাপে বিকশিক হৈছিল।

পুঁজিবাদী সম্পৰ্ক বিকশিত হোৱাৰ লগে লগে জাতীয় দলবিলাকৰ সংহতকৰণ আৰু সেইবিলাকৰ জাতিলৈ ৰূপান্তৰ ঘটে, পুঁজিবাদে স্থানীয় সীমাবোৰ ভাঙি দি এটা বা ততোধিক জাতীয়দলক অৰ্থনৈতিক বন্ধনৰদ্বাৰা সাঙুৰি লৈ এক জাতীয় বজাৰ গঠন কৰে। ইয়াৰ ফলত, অৰ্থ নৈতিক ঐক্যৰদ্বাৰা আঞ্চলিক ঐক্য শক্তিশালী কৰা হয়। এক সাধাৰণ জাতীয় সংস্কৃতি, জাতীয় সচেতনতা আৰু দেশপ্ৰেমৰ অনুভূতিৰ কাৰণে ই এক ভিত্তি আনি দিয়ে। জাতীয় দলৰপৰা পৃথক, এক জাতি হ'ল অৰ্থ নৈতিক, আঞ্চলিক, ভাষাগত, সাংস্কৃতিক আৰু মনস্তাত্বিক বন্ধনৰদ্বাৰা ঐক্যবদ্ধ হোৱা জনসাধাৰণৰ এক স্থায়ী সম্প্ৰদায়।[১৬]

আমি আগতেই দেখিবলৈ পাইছো যে ভাৰতত বিবৰ্তনৰ সকলোবোৰ স্বাভাৱিক প্ৰক্ৰিয়া বৃটিছৰ দেশজয়ৰদ্বাৰা বিকৃত আৰু বিকলাঙ্গ কৰা হৈছিল, উত্তৰ পূৱত এই কথাও দেখা গৈছিল যে বিবৰ্তনৰ কাৰণে সমস্ত স্বাভাৱিক প্ৰৱণতাবোৰ বন্ধ কৰা হৈছিল আৰু আনকি ধ্বংসও কৰা হৈছিল, ইও আছিল বৃটিছ উপনিবেশকাৰীসকলৰ কৃতিত্ব। আমেৰিকাৰ ৰেড ইণ্ডিয়ানসকলৰ দৰেই ভাৰতৰ উত্তৰ পূৱত থকা এই জনজাতিসকলকো ইয়াতো সম্পূৰ্ণৰূপে উচ্ছন্ন কৰি দিয়া হ'লহেঁতেন, যদিহে এই বিদেশী শাসকবিলাকৰ বিৰুদ্ধে তেওঁলোকে নেৰানেপেৰাভাৱে প্ৰতিৰোধ সৃষ্টি নকৰিলেহেঁতেন।

এইটো ঐতিহাসিক সত্য যে মাৰ্কিন যুক্তৰাষ্ট্ৰই হৈছে বিশ্বত প্ৰথম দেশ, যি দুশ বছৰৰো অধিক কালৰ আগতে ইচ্ছাকৃতভাৱে গণহত্যাৰ কাৰণে জীৱাণু অস্ত্ৰ

ব্যৱহাৰ কৰিছিল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰথম ইউৰোপীয় বাসীন্দাসকলে আমেৰিকাত আৱিষ্কাৰ কৰিছিল প্ৰাকৃতিক সম্পদ আৰু ধন-দৌলতৰ এখন বৃহৎ মহাদেশ, কিন্তু তাৰ সৰল-প্ৰকৃতিৰ মানুহৰ জনবসতি আছিল পাতল আৰু ইউৰোপীয়সকলৰ তুলনাত প্ৰযুক্তিৰ ক্ষেত্ৰত আছিল বৰ পাছ পৰা। এই পৰিস্থিতিয়ে ইউৰোপীয়সকলৰ সীমাহীন লোভ উদ্ৰেক কৰিছিল আৰু তেওঁলোকৰ তুলনাত হালাকুখান্ চেংগিজ খানক উদাৰ-অন্তৰৰ নিৰীহ ভদ্ৰলোক বুলি কব পাৰি। ৰেড ইণ্ডিয়ান বুলি কোৱা স্থানীয় জনসাধাৰণক উচ্ছন্ন কৰাটোৱেই তেওঁলোকৰ প্ৰধান গুৰুত্বপূৰ্ণ কাম হৈ পৰিছিল। আনকি আজিও বহু পশ্চিমীয়া দেশৰ ল'ৰা-ছোৱালীয়ে ৰেড ইণ্ডিয়ান চিকাৰৰ খেল খেলে, তেওঁলোক যেন এক অদ্ভুত জাতৰ হাবি-তলীয়া জন্তু। এই মানুহবিলাককেই ১৭৬৩ চনত আমেৰিকাত ইউৰোপীয় বাসীন্দাসকলে বসন্ত ৰোগৰ বীজাণু সিক্ত ভালেমান কম্বল দান দিছিল, যাতে এই ৰোগ তেওঁলোকৰ গাত বিয়পিব পাৰে। এই মানুহবিলাকে তেওঁলোকৰ সহজাত সৰলতা আৰু মৰ্যাদাৰ সৈতে ইউৰোপীয় শৰণাৰ্থীসকলক বিশ্বাস কৰিছিল আৰু নতুন অচিনাকি অঞ্চলত থানথিত লাগিব পৰাকৈ তেওঁলোকক সকলো প্ৰকাৰে সাহায্য কৰিছিল। তেওঁলোকৰ লাভৰ কাৰণে এই মানুহবিলাকক কাৰ্যতঃ নিশ্চিহ্ন কৰি পেলোৱা হৈছিল।[১৭]

উত্তৰ পূব ভাৰতৰ জনজাতিসকলৰ কাৰণে সৌভাগ্যৰ কথা যে তেওঁলোকে আমেৰিকাত ৰেড ইণ্ডিয়ানসকলে কৰাৰ দৰে আচৰণ কৰা নাছিল। বৃটিছ লুণ্ঠনকাৰীসকলক তেওঁলোকে সম্পূৰ্ণ অবিশ্বাস আৰু বৈৰীসুলভ দৃষ্টিৰে চাইছিল। অৱশ্যে ইয়াৰ কাৰণে তেওঁলোকে বিপুল ক্ষতি স্বীকাৰ কৰিব লগীয়া হৈছিল। তথাপি বৃটিছৰ বিৰুদ্ধে তেওঁলোকৰ প্ৰতিৰোধে নিশ্চিহ্ন হৈ যোৱাৰপৰা তেওঁলোকক ৰক্ষা কৰিছিল।

ভাৰতৰ উত্তৰ পূবত পাহাৰী জনজাতিসকলৰ অধিকাংশই হয় অসম ৰাজ্যৰ ভিতৰত, নতু সীমান্তত বসবাস কৰে। এই জনজাতিসকলৰ সম্পৰ্কত ঘটনাৱলীৰ পিছৰ কালছোৱাৰ গতিপথ সম্পৰ্কে এটা ধাৰণা পাবলৈ হলে অসমৰ বিকাশৰ ওপৰত দৃষ্টি দিব লাগিব। বৃটিছৰ লগত প্ৰত্যক্ষ যোগাযোগলৈ অহা উত্তৰ পূবৰ প্ৰথম পাহাৰী জনজাতি আছিল জয়ন্তীয়াসকল। সেই সময়ত, ৭৭৪ চনতেই তেওঁলোকৰ ৰাজ্যখন উপনিবেশকাৰীবিলাকে বিধ্বস্ত কৰিছিল। কাছাৰ বৃটিছৰ (বঙ্গদেশৰ চৰকাৰ) লগত যোগাযোগলৈ আহিছিল ১৮ শতিকাৰ শেষৰ বছৰবোৰত।

অসমৰ পৰিবৰ্তন সৃষ্টি কৰিছিল বৃটিছ আক্ৰমণে। এই আক্ৰমণো আছিল অসমত কেন্দ্ৰীয় কৰ্তৃত্বৰ দুৰ্বলতাৰ ফল। তাৰ পিছত আহিছিল যুদ্ধ আৰু য়াণ্ডাবু সন্ধি। বঙ্গদেশৰ লেফ্‌টেনেণ্ট গভৰ্ণৰক তেওঁৰ গধুৰ দায়িত্বৰ একাংশৰপৰা ৰেহাই

দিয়াৰ উদ্দেশ্যে ১৮৭৪ চনত অসম প্ৰদেশখন সৃষ্টি কৰা হৈছিল। এই নতুনকৈ গঠন কৰা প্ৰদেশখনৰ মুৰব্বীজনক 'চীফ কমিছনাৰ' উপাধি দিয়া হৈছিল। ১৯০৫ চনত লৰ্ড কাৰ্জনে অসমৰ লগত বঙ্গদেশৰ পূবৰ জিলাকেইখন জাপি দিছিল আৰু পূৰ্ববঙ্গ আৰু অসম নামেৰে এখন নতুন প্ৰদেশ গঠন কৰিছিল, কিন্তু ৯১২ চনত ইয়াক পুনৰ পৰিবৰ্তন কৰা হৈছিল আৰু অসমক ইয়াৰ পূৰ্বৰ আঞ্চলিক অৱস্থানলৈ অনা হৈছিল। ১৯২১ চনত, ভাৰত চৰকাৰৰ ১৯১৯ চনৰ আইন অনুসৰি অসমক গভৰ্ণৰৰ প্ৰদেশৰ মৰ্যাদা দিয়া হৈছিল (অসম শব্দটো 'অ-সম', 'অতুলনীয়', 'অসমকক্ষ' শব্দৰ পৰা উৎপত্তি হৈছে বুলি ধৰা হয় আৰু আহোমক কোৱা হয় অসমৰ সমাৰ্থক।)[১৮]

সাধাৰণতে চিপাহী বিদ্ৰোহ বুলি জনাজাত, ভাৰতীয় স্বাধীনতাৰ প্ৰথম যুদ্ধ (১৮৫৭-৫৮), ব্যৰ্থ হোৱাৰ পিছত ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত আগৰ শাসনৰ পৰিবৰ্তে, ভাৰত বৃটিছ চৰকাৰৰ প্ৰত্যক্ষ শাসনাধীনলৈ আহিছিল। তেতিয়াৰপৰা, ৰাজনৈতিক সংহতকৰণ আৰু অৰ্থ নৈতিক শোষণ, উভয়ৰ কাৰণে বৃটিছে কাম চলাই আছিল। এই প্ৰক্ৰিয়াত আহি পৰিছিল অসম আৰু ইয়াৰ গাতে লাগি থকা অঞ্চলবোৰত বৃহৎ আকাৰত চাহখেতি। ইয়াৰ ফালৰপৰা ই উত্তৰ পূবৰ জনজাতি-সকলৰ জীৱন আৰু জীৱিকা নিৰ্বাহত বিপৰ্যয় সৃষ্টি কৰিছিল।

প্ৰকৃতপক্ষে, পাহাৰী মানুহবিলাকৰ অৰ্থনৈতিক জীৱন ইমান দিনে ভৈয়ামৰ মানুহবিলাকৰ অৰ্থ নৈতিক জীৱনৰ পৰা সম্পূৰ্ণৰূপে পৃথক আছিল। অন্যান্য যেই কোনো ক্ষেত্ৰতকৈ কৃষি পদ্ধতিৰ ক্ষেত্ৰত এই পাৰ্থক্য বেছি স্পষ্ট আছিল। পাহাৰ বোৰত কৃষিয়েই আছিল আটাইতকৈ গুৰুত্বপূৰ্ণ অৰ্থনৈতিক বৃত্তি। জনজাতি-বিলাকৰ মাজত আটাইতকৈ সাধাৰণ কৃষি পদ্ধতি আছিল আদিমকলীয়া আৰু জুম খেতি বুলি জনাজাত আছিল আৰু এতিয়াও আছে। এই অস্থায়ী কৃষি হ'ল জাঁচ দিয়া আৰু পোৰা ধৰণৰ—ই হ'ল জনজাতিবিলাকে মাটি চহোৱাৰ একমাত্ৰ ধৰণ। এই পদ্ধতিত আছে জংঘলবোৰ কাটি পেলোৱা আৰু তাৰ পিছত আটাইবোৰ পোৰা। কিছু দিনৰ পিছত গুটি সিঁচা হয় আৰু সেই অৱস্থাতে ৰখা হয়। প্ৰচুৰ পৰিমাণৰ বৰষুণ পৰাত শস্যবোৰ জন্মে আৰু সময়ত শস্য কটা হয়। পিছৰ বছৰতো একে পদ্ধতি চলোৱা হয়, কিন্তু পৃথক অঞ্চলত। এনেকৈ এই পদ্ধতিৰ কাৰণে প্ৰয়োজন হয় দেশৰ বিস্তীৰ্ণ অঞ্চলৰ মাটি। জনজাতীয় অঞ্চলত প্ৰায় ভাগতে মাটিৰ ওপৰত ব্যক্তিগত মালিকানা বিকশিত হব নোৱাৰাৰ ইও হ'ল অন্যতম কাৰণ।

পাহাৰী লোকসকলে ভেওঁলোকৰ নিঠকৰা অৰ্থনীতি পৰিপূৰণ কৰে পাহাৰৰ পাদদেশত থকা মাটিত চিকাৰ, মাছ ধৰা, ৰবৰ-নিষ্কাষণ, হাতী ধৰা ইত্যাদিৰদ্বাৰা।

কিন্তু সমগ্ৰ অঞ্চলটো বৃটিছে দখল কৰাৰ পিছত এই মাটি জনজাতি লোকসকলে ক্ৰমে পাব নোৱাৰা হ'ল, কাৰণ চাহখেতিৰ সম্প্ৰসাৰণ আৰু কাঠত বৃটিছৰ বাণিজ্যৰ স্বাৰ্থত সংৰক্ষিত বনাঞ্চল সৃষ্টিৰদ্বাৰা এই মাটি জব্দ কৰা হৈছিল। পাহাৰী লোকসকলৰ সমাজত বিৱৰ্তন স্বাভাৱিক পথ হ'লহেঁতেন অস্থায়ী কৃষিৰপৰা স্থায়ী কৃষিলৈ ক্ৰমাগত পৰিবৰ্তন আৰু এনেভাৱে, প্ৰধনতঃ যাযাবৰ হৈ থকাৰ পৰিবৰ্তে জনজাতীয় লোকসকলো স্থায়ীভাৱে বসবাস কৰাটো সম্ভৱপৰ হ'লহেঁতেন। আমি জানো, প্ৰগতিৰ জোখ লোৱা হয় প্ৰকৃতিৰপৰা মানুহৰ বৰ্ধমান মুক্তিত আৰু প্ৰকৃতিৰ ওপৰত তেওঁৰ বৰ্ধমান নিয়ন্ত্ৰণত। এই মুক্তিৰ চৰিত্ৰ হ'ল এনে এটা পৰিস্থিতি, য ত মানুহক মুক্ত কৰা হয় প্ৰাপ্ত পৰিস্থিতিৰপৰা, যেতিয়া আদিম মানুহে জীৱিকা বিচাৰি ঘূৰি ফুৰে আৰু মানুহৰ ৰূপলৈ পশুৰ বিবৰ্তনৰ প্ৰক্ৰিয়াৰপৰা উদ্ভৱ হোৱা আদি আৰু স্বতঃস্ফূৰ্ত সম্পৰ্কৰ পৰা। এই মুক্তিয়ে কেৱল উৎপাদনৰ শক্তিবিলাকৰ ওপৰতেই নহয়, আনকি উৎপাদন সম্পৰ্কবোৰৰ ওপৰতো ক্ৰিয়া কৰে। উত্তৰ-পূৰত জনজাতীয় লোকসকলৰ ক্ষেত্ৰত বৃটিছ ব্যৱস্থাই এনে কিছুমান ৰূপ জাপি দিছিল, যিবিলাক জনজাতীয় লোক-সকলৰ কাৰণে সম্পূৰ্ণৰূপে অলাগতিয়াল, ইয়াৰ ফলত বিৱৰ্তনৰ সকলোবোৰ স্বাভাৱিক প্ৰৱণতা বিকৃত আৰু ধ্বংস কৰা হৈছিল। পৰিণতি স্বৰূপে জনজাতীয় লোকসকলক উৎপাদনৰ প্ৰায় আদিম স্তৰতে আৰু গতিকেই বৃটিছ শাসনৰ সমগ্ৰ কালছোৱাত পাছ পৰা দৃষ্টি ভঙ্গী লৈ থাকিবলৈ বাধ্য কৰা হৈছিল। একে সময়তে, তেওঁলোকৰ সম্পত্তি আৰু অধিকাৰবিলাক বৃটিছে হৰণ কৰাৰ ফলত তেওঁলোকৰ অৰ্থনীতিৰ গুৰুতৰ ক্ষতিসাধন হৈছিল আৰু তেওঁলোকৰ জীৱিকাৰ পথবিলাকৰ ওপৰত হস্তক্ষেপ চলিছিল। গতিকে, আচৰিত হবলগীয়া একো নাই যে জনজাতীয় লোকসকলে বৃটিছ শাসকসকলৰ বিৰুদ্ধে অন্ধ ক্ৰোধৰ যোগেদি তেওঁলোকৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল।

এই ক্ষেত্ৰত আৰু এটা কথা যোগ দিব পাৰি যে জনজাতীয় অৰ্থনীতিত বাণিজ্যও আছিল এক গুৰুত্বপূৰ্ণ উপাদান। কিন্তু বৃটিছ শাসনৰ কালছোৱাত এই উপাদানটোও এনেভাৱে চলোৱা হৈছিল, যিটো জনজাতীয় অৰ্থনীতিৰ স্বাৰ্থৰ সম্পূৰ্ণ বিৰুদ্ধে গৈছিল। আৰু যেতিয়া উত্তৰ-পূৱৰ জনজাতীয় লোকসকলে তেওঁলোকৰ সম্পদ আৰু জীৱিকাৰ পথৰ অন্ততঃ কিছু উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল, ইয়াৰ প্ৰতি বৃটিছৰ সঁহাৰি সকলো সময়তে আছিল নিষ্ঠুৰ প্ৰকৃতিৰ। জনজাতীয় প্ৰতিৰোধৰ প্ৰতি আচৰণৰ ক্ষেত্ৰত বৃটিছে প্ৰয়োগ কৰা এটা নিৰ্মম পদ্ধতি আছিল সমগ্ৰ গাঁওবিলাক জলাই দিয়া আৰু অৰণ্যে পাৰ্শ্বমানে হত্যা কৰা। আবৰ, মিৰি, মিছিমি, ডফলা, নগা, লুছাই, খাছী, জয়ন্তীয়া আদি সকলৰ লগত আচৰণৰ ক্ষেত্ৰত এই ঘটনা দেখিবলৈ

পোৱা গৈছিল। চমুকৈ কব পাৰি যে উত্তৰ-পূৰ্ব জনজাতীয় লোকসকলৰ সম্পৰ্কত ১৮২৭ চনৰপৰা ১৯৪২ চনলৈকে বৃটিছ শাসনৰ কালছোৱাৰ সমগ্ৰ ইতিহাস আছিল প্ৰকাশ্য আৰু অনিয়ন্ত্ৰিত বৃটিচ বৰ্বৰতাৰ ইতিহাস। মাত্ৰ যুদ্ধৰ বছৰবোৰৰ ভিতৰত অলপ পৰিবৰ্তন হৈছিল, যেতিয়া জাপানী ফেছিষ্টবিলাকৰপৰা তেওঁলোকৰ সাম্ৰাজ্যৰ প্ৰতি ভাবুকি অহা হেতুকে জনজাতীয় লোকসকলৰ সমৰ্থন লাভ কৰাৰ প্ৰয়োজনীয়তা বৃটিছ শাসকসকলে অনুভৱ কৰিছিল। সেই কালছোৱাত জনজাতীয় লোকসকলক প্ৰলোভিত কৰাৰ কাৰণে সকলো ধৰণৰ প্ৰতিশ্ৰুতি দিয়া হৈছিল। কিন্তু শেষত এই প্ৰতিশ্ৰুতিবিলাক মূল্যহীন আৰু ভুৱাৰ বাহিৰে একো নহয় বুলি প্ৰমাণিত হৈছিল। বৃটিছ আচৰণৰ চিৰকলীয়া চৰিত্ৰ সেই একে বিশ্বাসঘাতকতা।

নিজৰ প্ৰতিশ্ৰুতি উলাই কৰাটো বৃটিছৰ কাৰণে মুঠেই নতুন কথা নাছিল। তাক কৰা হৈছিল ১৮৫৭ চনতো, চিপাহী বিদ্ৰোহৰ চৰম পৰ্য্যায়ত। ১৮৫৭ চনৰ নভেম্বৰ মাহত ৩৪তম দেশীয় পদাতিক বেটেলিয়ানৰ চট্টগ্ৰামত থকা তিনিটা কোম্পানীয়ে বিদ্ৰোহ কৰিছিল আৰু দক্ষিণ কাছাৰৰ মাজেদি মণিপুৰলৈ যাত্ৰা কৰিছিল। এই চিপাহীবোৰক আক্ৰমণ আৰু পৰাভূত কৰাৰ ক্ষেত্ৰত বৃটিছে নিয়মীয়া সেনাসকলৰ উপৰিও কুকী স্কাউটবিলাকৰপৰা সকলো ধৰণৰ সাহায্য বিচাৰিছিল আৰু পাইছিল। সেই সময়ত কুকীসকলক বৃটিছে আনকি স্বৰ্গ আনি দিয়াৰো প্ৰতিশ্ৰুতি দিছিল। কিন্তু পিছৰ কালছোৱাত এই কুকীসকলক একে নিষ্ঠুৰভাৱে ব্যৱহাৰ কৰিছিল, কাৰণ বৃটিছ অত্যাচাৰ আৰু শোষণৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ তেওঁলোকে সাহ কৰিছিল। ভাৰতৰ অন্যান্য অংশৰ দৰেই উত্তৰ-পূৰতো বৃটিছৰ আচৰণ সকলো সময়তে প্ৰভাৱিত হৈছিল সাম্ৰাজ্যিক বিত্তীয় প্ৰয়োজনৰদ্বাৰা। জনজাতীয় লোকসকলৰ অৰ্থনীতি ধ্বংস কৰা হৈছিল আৰু তেওঁলোকৰ ওপৰত সকলো ধৰণৰ কৰ জাপি দিয়া হৈছিল। এই গধুৰ বোজা বহন কৰিবলৈ অসমৰ্থ হৈ জনজাতীয় লোকসকলে উত্তৰ পূৱৰ সকলো ঠাইতেই বিদ্ৰোহ কৰিছিল, আৰু বৃটিছে প্ৰতিটো ক্ষেত্ৰতে এই বিদ্ৰোহ মাত্ৰ জনজাতীয় লোকৰ তেজত ডুবাই দিছিল।

উত্তৰ-পূৱত সেই সময়ত সাম্ৰাজ্যিক বিত্তৰ কাৰণে সম্পদবিলাক আহিছিল অতি মাত্ৰা ঘৰৰ কৰ, আয়কৰ, খনি আৰু কূপবিলাকৰ ওপৰত খাজনা আৰু বনাঞ্চলৰ উৎপন্ন বস্তু আৰু হাতীৰ ওপৰত ধৰা মাচুলৰপৰা, পিছত চাহৰপৰাও। এই সম্পৰ্কত ১৮৭২-৭৩ৰ বেঙ্গল ৰিপোৰ্টৰপৰা এটা অংশ বিশেষ মনোগ্ৰাহী হব। ৰিপোৰ্টত কোৱা হৈছে :

"বিশ্বাস কৰা যথেষ্ট কাৰণ আছে যে দেশখন বহু প্ৰাকৃতিক সম্পদত চহকী। ইয়াৰ কপাহৰ বাণিজ্য সহায়েই বুজন ধৰণৰ.. আৰু লেফ্‌টেনেণ্ট গভৰ্ণৰে আশা কৰে

যে শাস্তি হিচপে বিপুল পৰিমাণৰ কপাহ পুৰি পেলোৱাৰ লগনি কোনো কোনো ক্ষেত্ৰত যিটো দুখজনকভাৱে প্ৰয়োজন আছিল মাঞ্চেষ্টাৰক যোগান ধৰিবলৈ এই ক্ষেত্ৰত আমি এটা নতুন উৎস পাব পাৰো পাহাৰবিলাকৰ কাঠো মূল্যবান হব বুলি আশা কৰিব পাৰি বনাঞ্চলৰ যুক্তিযুক্ত কাম'বিলাকৰপৰা চৰকাৰে এক ভাল আয় আশা কৰিব পাৰে। বনৰীয়া হাতী অসংখ্য পৰিমাণে আছে বুলি কোৱা হৈছে আৰু সম্ভৱতঃ 'খেদা' অভিযানবোৰ সোনকালেই লাভজনক প্ৰমাণিত হব পাৰে।"[১৯]

যেতিয়া চাহ খেতি সমগ্ৰ অসমতে সম্প্ৰসাৰিত হৈছিল, বৃটিছে ৰাজহৰ অন্যান্য উৎসবোৰৰ ফালে আওকাণ কৰিছিল। এনেভাৱে দেখা গৈছিল যে এসময়ৰ নদন-বদন কপাহ খেতি আৰু বেপাৰ, বনাঞ্চলৰ উৎপন্ন বস্তুৰ কাৰণে যথোপযুক্ত সতৰ্কতা আৰু হাতী পালন ইত্যাদি আওকাণ কৰা হৈছিল আৰু ক্ৰমে সম্পূৰ্ণ বন্ধ হৈ যাবলৈ এৰি দিয়া হৈছিল। ইয়েই আকৌ জনজাতীয় লোকসকলৰ অৰ্থনীতিত কঠোৰ আঘাত হানিছিল, যেনেকৈ জনজাতীয় অঞ্চলবিলাকলৈ সম্প্ৰসাৰিত হোৱা চাহ-বাগিচাবোৰে চৌপাশৰ জনজাতিবিলাকৰ ক্ষতিসাধন কৰিছিল। গতিকে, চাহ বাগিচাবোৰক ভাঙি দিয়াটো জনজাতিবিলাকৰ কাৰণে স্বাভাৱিক আছিল। আৰু ইয়াৰ কাৰণে আহিছিল বৃটিছৰ ফালৰপৰা অত্যন্ত ভয়ানক প্ৰতিশোধ। এমুঠি ঔপনিবেশিক চাহবাগিচা মালিকৰ অত্যন্ত নীচ স্বাৰ্থ ৰক্ষা কৰাৰ কাৰণে স্থানীয় মানুহৰ বিৰুদ্ধে বৃটিছ চৰকাৰৰ শক্তি কেনেকৈ ব্যৱহাৰ কৰা হৈছিল সেইটো তুলি ধৰাৰ কাৰণে ইয়াত এটা আগৰ দৃষ্টান্ত দিয়া হ'ল। চাহবাগিচা আৰু ইয়াৰ মালিকসকলৰ স্বাৰ্থ ই আছিল এশ বছৰ ধৰি উত্তৰ-পূবত বৃটিছৰ প্ৰধান চিন্তাৰ সম্বল।

বৃটিছ চৰকাৰৰদ্বাৰা পুষ্ট বৃটিছ চাহ মালিকসকলে তেওঁলোকৰ ফালৰপৰা, পৰিস্থিতিৰ সমস্ত সুযোগ গ্ৰহণ কৰিছিল আৰু জনজাতীয় লোকসকলৰ মাটিৰ ওপৰত বেদখল চলাই আছিল। এনে বেদখল প্ৰতিৰোধ নকৰাটো জনজাতীয় লোকসকলৰ কাৰণে অসম্ভৱ হৈ পৰিছিল। প্ৰতিশোধ হিচাপে জনজাতীয় লোকসকলে বাগিচা-বোৰৰ ওপৰত বাৰে বাৰে আক্ৰমণ চলাইছিল। ইয়াৰ প্ৰতি বৃটিছৰ প্ৰত্যুত্তৰ সদায়েই আছিল জনজাতীয় অঞ্চললৈ এলানি অভিযান, গাঁওবোৰ জ্বলাই দিয়া, নৰহত্যা আৰু অৱৰোধ। আবৰ দেশত এবাৰ এটা অৱৰোধ চলিছিল, যিটো ১৯০০ চনলৈকে পূৰা সাত বছৰ ধৰি চলিছিল। লুছাই, নগা আৰু লগতে ডফলাবোৰৰ ক্ষেত্ৰত অভিযানবোৰ আছিল অত্যন্ত নৃশংস।

বৃটিছৰদ্বাৰা এই সকলোবোৰ কাম-কাজৰ ফলস্বৰূপে জনজাতীয় লোকসকলৰ বহু দল নিজ নিজ অঞ্চলৰপৰা পলাই গৈছিল আৰু আগৰ ছিন্নমূল অসমীয়া দলবোৰৰ দৰেই তেওঁলোকো ছিন্নমূল আৰু ভগনীয়া হৈ পৰিছিল।

বৃটিছ শাসকসকলে দুটা ব্যৱস্থা গ্ৰহণ কৰিছিল: উত্তৰ-পূৰ্ব অঞ্চলৰ ভিতৰত তেওঁলোকে "ইনাৰ লাইন" বুলি কোৱা ব্যৱস্থাটো প্ৰবৰ্তন কৰিছিল আৰু একে সময়তে, তেওঁলোকে এনেকুৱা বন্দোবস্ত কৰিছিল যাতে এই অঞ্চলবিলাকত "উদ্বৃত্ত" লোকসকল উজনি বাৰ্মালৈ গুচি যাব পাৰে। জনজাতীয় মাটি নতুনকৈ বেদখল কৰাৰ বিৰুদ্ধে "ইনাৰ লাইন" ব্যৱস্থাই চাহ মালিকসকলৰ ওপৰত কিছুমান বাধা-নিষেধ জাপি দিছিল আৰু একে সময়তে এই ব্যৱস্থাই পাহাৰ আৰু ভৈয়ামৰ জনগণৰ মাজত প্ৰাচীৰ সৃষ্টি কৰিছিল। এই প্ৰাচীৰে প্ৰকৃতপক্ষে জনজাতীয় লোকসকলক বাকী অংশ ভাৰতীয় জনগণৰপৰা বিচ্ছিন্ন কৰি ৰাখিছিল, দেশব্যাপী বৃটিছ-বিৰোধী মুক্তি সংগ্ৰামৰপৰা জনজাতীয় লোকসকলক বিচ্ছিন্ন কৰি ৰাখিছিল। জনজাতীয় লোক-সকলৰ এই বিচ্ছিন্নতাই পিছত ভাৰতত জনজাতীয় বিচ্ছিন্নতাবাদৰ কাৰণে বাতাবৰণ সৃষ্টি কৰিছিল, ইয়াৰ জেৰ সমগ্ৰ উত্তৰ-পূৰ্বত আনকি এতিয়ালৈকে তীব্ৰভাৱে অনুভূত হয়।

লিয়ালে তুলি ধৰা এক প্ৰস্তাৱৰ অনুসৰণত আনটো ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। তেওঁ কলিকতা আৰু মান্দালয়ৰ মাজত যোগাযোগ পথ খোলাৰ কাৰণে পৰামৰ্শ দিছিল। লিয়ালে কৈছিল:

চট্টগ্ৰামৰপৰা মান্দালয় পোনে পোনে মাত্ৰ ২৫০ মাইল দূৰত আৰু ৰেলপথ তৈয়াৰী হলে, কলিকতাৰপৰা চট্টগ্ৰাম হব ২০ বা ২২ ঘণ্টাৰ ভিতৰত যাত্ৰাৰ পথ। তেতিয়া যদি চট্টগ্ৰামৰপৰা মান্দালয়লৈ এটা গাড়ীবাট অথবা এটা ৰেলপথৰ কাৰণে এটা সম্ভাব্য পথ উলিয়াবপৰা যায়, তেতিয়া উজনি বাৰ্মালৈ সমুদ্ৰ পাৰ হবলৈ অস্বীকাৰ কৰা উদ্বৃত্ত মানুহখিনিক স্থল পথেদি নি—উভয় প্ৰদেশৰ সুবিধাৰ্থে উজনি বাৰ্মাত বহলাই মেলি দিয়াটো সম্ভৱ হব। কলিকতা আৰু মান্দালয়ৰ মাজত সহজ যোগাযোগৰদ্বাৰা উজনি বাৰ্মাৰ বাণিজ্যও যথেষ্টৰূপে লাভবান হব।[২০]

সেই কাৰণে কলিকতা আৰু চট্টগ্ৰামৰ মাজত ৰেলপথ ১৮৯৬ চনতে সম্পূৰ্ণ কৰা হৈছিল।

সেই সময়ৰ ভিতৰত জনজাতীয় অঞ্চলবিলাকলৈ অসংখ্য বৃটিছে অভিযানে "শান্তকৰণ" ব্যৱস্থা কৰিব পাৰিছিল আৰু সেই কাৰণে প্ৰশাসনৰ নিমিত্তে বিভিন্ন জিলা গঠন কৰা হৈছিল, এনেকৈ গঠিত হৈছিল লুছাই জিলা, নগা জিলা আৰু অন্যান্য। অসমক গভৰ্ণৰৰ প্ৰদেশৰ মৰ্যদালৈ তোলাৰ আগলৈকে এই জিলাবিলাক অসমৰ চীফ কমিচনাৰৰ এলেকাত আছিল। অৱশ্যে জিলাবিলাক এনেভাৱে বিভক্ত কৰা হৈছিল যাতে আন্ত-জনজাতীয় কন্দল বহুদিন ধৰি চলি থাকিব পাৰে আৰু বৃটিছে চালিচী দণ্ড নিজৰ হাতত ৰাখিব পাৰে। ইয়াৰ ফলত, জনজাতীয় লোক-

সকলৰ মাজত অনৈক্য স্থায়ী কৰাটো উপনিবেশকাৰীসকলৰ কাৰণে সম্ভৱ হৈ পৰে। উত্তৰৰ অঞ্চলবোৰৰ এনেভাৱে ৰূপদান কৰা হৈছিল, যে জনজাতীয় লোকসকলৰ মাজত বিভাজন আৰু অনৈক্য বৈ যায় আৰু এনে সময়তে জনজাতীয় লোকসকল সমগ্ৰভাৱে দেশৰ বাকী অংশৰপৰা বিভক্ত আৰু বিচ্ছিন্ন হৈ থাকে। 'ভেদ আৰু শাসন কৰা'ৰ কলাত বৃটিছ উপনিবেশবাদীবোৰ যে ওস্তাদ, সেই কথা উত্তৰ পূবৰ ঘটনাত আকৌ এবাৰ প্ৰমাণিত হ'ল।

আনকি এই সমস্ত সত্ত্বেও জনজাতিৰ দেশথনত অশান্তিৰ ওৰ পৰা নাছিল। আগতে চাহবাগিচা মালিকসকলে জনজাতিবিলাকৰপৰা বনুৱা সংগ্ৰহ কৰিছিল। অৱশ্যে এনে অনেক ঘটনা ঘটিছিল, য'ত জনজাতি বনুৱাসকলে চাহবাগিছাৰ মালিক-সকলৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। দেখা গৈছিল যে বনুৱাসকলক মালিকসকলে মজুৰি নিদিয়াটোৱেই আছিল এই বিদ্ৰোহবিলাকৰ কাৰণ। এইটো সংশোধনৰ কাৰণে বৃটিছ কৰ্তৃপক্ষই কোনো কাণসাৰ দিয়া নাছিল, বৰং ইয়াৰ পৰিবৰ্তে এই জনজাতি-সকলৰপৰা বনুৱা সংগ্ৰহ নকৰিবলৈ তেওঁলোকে মালিকসকলক নিৰ্দেশ দিছিল। ইয়াৰ কাৰণে প্ৰয়োজন হৈ পৰিছিল উত্তৰ পূব আৰু অসমৰ বাহিৰৰপৰা চাহ-বাগিচাবিলাকৰ কাৰণে বনুৱা অনাৰ, গতিকে বিহাৰ আৰু বঙ্গৰ ট্ৰাইবেল বেল্টৰ দৰে অঞ্চলবিলাকৰ পৰা চাহবাগিচাৰ বনুৱা সংগ্ৰহ কৰা হৈছিল।

এই বিশেষ উপাদানটোৱেও অসমৰ কাৰণে সমস্যা সৃষ্টি কৰিছিল, অসমৰ চাহবাগিচাবোৰৰ কাৰণে বাহিৰৰ বনুৱা অনাত উত্তেজনাৰ সৃষ্টি কৰিছিল, যিটোৱে পিছত "বিদেশীৰ" বিৰুদ্ধে অসম আন্দোলনৰ জুইত ঘিউ ঢালিছিল।

নগা পাহাৰ জিলা গঠন কৰা হৈছিল ১৮৮১ খৃষ্টাব্দত। কিন্তু তাৰ আগতে বৃটিছ কৰ্তৃপক্ষই নগাবিলাকৰ বিৰুদ্ধে অসংখ্য যুঁজ চলাব লগা হৈছিল। এনে এটা সময় দেখিবলৈ পোৱা গৈছিল, যেতিয়া বৃটিছ আক্ৰমণ অভিযানকাৰী সেনাবাহিনীৰ বাৰংবাৰ খেদা খোৱাৰ পিছত নগাসকল গৃহহীন অঘৰী হৈ পৰিছিল আৰু বনৰীয়া পশুৰে ভৰি থকা হাবিৰ মাজত সাধাৰণ জুপুৰিত বাস কৰিব লগীয়া হৈছিল। ইয়াৰ ফলত নগাসকলৰ মাজত মৃত্যু সংখ্যা অসাধৰণৰূপে বৃদ্ধি পাইছিল। নগা-সকলৰ মজবুত শাৰীৰিক গঠনৰ কাৰণেই জনজাতিটো সম্পূৰ্ণৰূপে নিঃশেষ আৰু নিশ্চিহ্ন হৈ যোৱা নাছিল। নগাসকলক শেষ কৰাৰ কাৰণে বৃটিছে সৰ্বতোপ্ৰকাৰে চেষ্টা কৰিছিল। কৰ্ণেল জনছনৰ নিম্নোক্ত উক্তিয়ে ছবিখন পৰিষ্কাৰ কৰিব পাৰে। কৰ্ণেলজনে -বৃটিছ উপনিবেশকাৰীসকলৰ গুণকীৰ্তনৰ কাৰণেহে কথাষাৰ কৈছিল, কিন্তু সেই কথাষাৰৰপৰাই বিষয়টোৰ সত্যতো ওলাই পৰে।

কৰ্ণেলৰ উক্তি অনুসৰি, "যিসকল নগা পাহাৰ অভিযানত লিপ্ত আছিল তেওঁলোকৰ

কাৰণে দুৰ্ভাগ্যৰ কথা যে সেই সময়ত চলি থকা আফগান যুদ্ধবোৰা তেওঁলোকক গুৰুত্বহীন কৰি পেলোৱা হৈছিল আৰু তেওঁলোকৰ সাহসিকতাপূৰ্ণ কামবিলাকক প্ৰায় অৱজ্ঞা কৰা হৈছিল। কিছুমান ইংৰাজী কাকতে ভাবিছিল যে নগা পাহাৰৰ অভিযান আছিল ইয়াৰ অন্তৰ্ভুক্ত। আৰু কেৱল উত্তৰ-পশ্চিম সীমান্তৰ প্ৰতি দৃষ্টি ৰখা ভাৰত চৰকাৰে, আফগানিস্তানত আমাৰ সেনাসকলে সন্মুখীন হোৱা অসুবিধা-বিলাকতকৈ বহু বেছি অসুবিধাৰ মাজত, পূব সীমান্তত কৰা কঠোৰ পৰিশ্ৰম আৰু ভাল সেৱাৰ স্বীকৃতি দিবলৈ মুঠেই ইচ্ছা কৰা নাছিল।[২১]

ভাৰতৰ উত্তৰ পূবত বৃটিছ সেনাসকলৰ এই "সাহসিকতাপূৰ্ণ" কামবিলাকৰ ভিতৰত আছিল এটাৰ পিছত এটাকৈ, অন্যান্য জনজাতীয় অঞ্চলবিলাকত কৰাৰ দৰে, নগা দেশখনত প্ৰতিশোধমূলক অভিযান, আও, আঙামী, কন্যাক, ছেমা আৰু অন্যান্য বিভিন্ন সম্প্ৰদায় আৰু উপ জনজাতিবিলাকক চূড়ান্তভাৱে পদদলিত কৰা। আনকি যেতিয়া এই সকলোবোৰ ব্যৱস্থা সন্তোষজনক নহয় বুলি প্ৰমাণিত হৈছিল, নগাসকলক সম্পূৰ্ণৰূপে নিৰস্ত্ৰ কৰিবলৈ বৃটিছে ব্যৱস্থা গ্ৰহণ কৰিছিল, আগতে দেখা যে নগাসকলে অত্যন্ত কুশলতাৰে আৰু কাৰ্যকৰীভাৱে তেওঁলোকৰ অস্ত্ৰ ব্যৱহাৰ কৰিব জানে।

তাৰ পিছত আহিছিল নগাসকলক ছেদেলি ভেদেলি কৰা, যাতে এই মানুহবিলাক একেঠাইতে থুপ খাই নিজৰ একে ধৰণৰ অঞ্চলত থাকিব নোৱাৰে। এই ব্যৱস্থা লোৱা হৈছিল তেওঁলোকক বিভক্ত কৰি দুৰ্বল কৰা আৰু লগতে নগা আৰু অন্যান্য জনজাতিৰ মাজত সংঘৰ্ষৰ কাৰণে স্থায়ী ভিত্তি সৃষ্টি কৰাৰ। সেই কাৰণে আমি আজিও দেখিবলৈ পাওঁ যে মণিপুৰত বাস কৰা নগাসকল প্ৰায় স্থায়ীভাৱেই সংঘৰ্ষৰ উৎস হৈ আছে আৰু অসমৰ শিৱসাগৰ জিলাত বাস কৰা নগাসকল অসমৰ এই জিলাখনৰ বনাঞ্চলৰ চৌপাশে উত্তেজনাৰ এক কাৰণ হয়।

অৱশ্যে, বৃটিছ বিৰোধী মনোভাৱে জনজাতীয় লোকসকলৰ মাজত সমস্ত বিভাজন আৰু পাৰ্থক্য দূৰ কৰিছিল। নগা আৰু মণিপুৰীসকলৰ মাজত আনকি পৰম্পৰাগত বৈৰীভাৱ পাহৰা হৈছিল, যেতিয়া ১৮৯১ চনত মণিপুৰীসকলে বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল, সেই সময়ত নগাসকলে স্বেচ্ছায় মণিপুৰীসকলৰ লগত হাত মিলাইছিল। বিদ্ৰোহীসকলৰ এই দুৰ্ধৰ্ষ সমন্বয়ক বৃটিছে অৱশেষত পৰাজিত কৰিব লগীয়া হৈছিল শিখ আৰু গুৰ্খা বাহিনীৰ সহায়ত। মণিপুৰৰ এটা অঞ্চল ফালি নি বাৰ্মাক দিয়াৰ সময়ত নগাসকলৰ দৰেই, বৃটিছে মণিপুৰীসকলকো শাস্তি দিছিল।

উত্তৰ পূবৰ প্ৰায় সমস্ত জনজাতীয় অঞ্চল নিয়ন্ত্ৰণাধীন কৰাৰ পিছত বৃটিছে এটা কথা সুনিশ্চিত কৰিবলৈ ব্যৱস্থা লৈছিল যাতে জনজাতীয় সমাজখনে কেতিয়াও

আধুনিক ৰূপ লব নোৱাৰে। জনজাতীয় লোকসকলৰ অৰ্থনীতি উন্নত কৰাৰ কাৰণে একোকেই কৰা হোৱা নাছিল, উৎপাদনৰ শক্তি আৰু সম্পৰ্কবোৰক ইচ্ছাকৃতভাৱেই পুৰণিকলীয়া কৰি ৰখা হৈছিল। জনজাতীয়া সমাজৰ আভ্যন্তৰীণ প্ৰশাসনত, অসমত চৌধুৰী ব্যৱস্থা আৰু বঙ্গদেশ আৰু অন্যান্য ঠাইৰ জমিদাৰী ব্যৱস্থাৰ দৰে, সুবিধাভোগী মুৰব্বীসকলৰ শ্ৰেণীটো শক্তিশালী কৰা হৈছিল। জনজাতীয় জীৱনৰ সকলো বিষয়তে মুৰব্বীসকলক সৰ্বোচ্চ ক্ষমতা দিয়া হৈছিল, যাতে জনজাতীয় লোকসকলৰ মাজত গণতন্ত্ৰৰ কাৰণে জাগৰণক আৰম্ভণীতেই সম্পূৰ্ণৰূপে ব্যৰ্থ আৰু কণ্ঠৰোধ কৰিব পৰা যায়।

ভাৰতৰ মুক্তি আৰু স্বাধীনতাৰ স্বাৰ্থৰ প্ৰতি সমগ্ৰভাৱে জনজাতীয় লোকসকলক বিৰূপ কৰি তোলাৰ কাৰণে, উত্তৰ পূবক যাতে ভাৰতৰ বিপক্ষে এডাল কাঁইট হিচাপে ব্যৱহাৰ কৰব পৰা যায়, তাৰ কাৰণে ইয়াক বৃটিছ সাম্ৰাজ্যৰ নিয়ন্ত্ৰণাধীন কৰি ৰখাৰ কাৰণেও ব্যৱস্থা কৰা হৈছিল। প্ৰয়োজন হলে চীন অথবা বাৰ্মাৰ, অথবা উভয়ৰ ৰূপত অতিৰিক্ত সমলেৰে ভাৰতক যাতে অশান্তি দিব পৰা যায়। সেই দীৰ্ঘম্যাদী লক্ষ্য চকুৰ আগত ৰাখি বৃটিছ একালে বাৰ্মাৰ আৰু আনকালে চীনৰ (তিব্বত) লগত সীমান্ত স্পষ্টৰূপে আৰু বৈজ্ঞানিকভাৱে চিনাক্ত আৰু নিৰ্ধাৰণ কৰাৰ কাৰণে কোনো দিনে গুৰুত্ব দি চেষ্টা কৰা নাছিল।

এনেভাৱে স্বাধীন ভাৰতে প্ৰথমপৰাই অসুস্থ উত্তৰাধিকাৰৰ বোজা বহন কৰিব লগা হৈছিল আৰু সেই উত্তৰাধিকাৰৰ জেৰ শেষ আৰু অতিক্ৰম কৰাটো আনকি আজিও সম্ভৱ হোৱা নাই।

## টীকা আৰু প্ৰসঙ্গ


1 Dr R M Lahiri *The Annexation of Assam* Calcutta, 1975, p 1

2 D P Choudhury quotes in *The North-East Frontier of India* Calcutta, 1978 p 102

3 Lieut Rutherford *Accounts* as quoted in The Annexation of Assam, Calcutta, 1975 p 1

4 ibid, p 20

5 ibid p 26

6 Minutes on the Treaty of Yandabo as quoted by Dr, R M Lahiri p 42

7, ibid p 43

8 ibid p 74

9 ibid p 156

10, C H Philips *The East India Companv,* London, p 297

11 Dr R M Lahiri *The Annexation of Assam* p, 201,

12, ibid, p 231

13 G Dunbar *Other Men's Lives,* London 1938 pp 240-231

14 Karl Marx *Pre-Capitalist Economic Formations* New York 1977 p 68

15 E J Hobsbawm *Introdnction* in Pre-capitalist Economic Formations p 12

16 *Fnndamentals of Marxist-Leninist Theory* Moscow 1982

17 Prof N N Raina *UNK* New Delhi October 17, 1982

18 A Mackenzie *History of the Reations of the Government with the Hill Tribes of the North-East Frontier of Bengal* Calcutta, 1884 p 2

19 B C Chakravorty quotes in *British Relations with the Hill Tribes* Calcutta, 1981 p 36

20 ibid p 79

21, ibid p 100

## চতুৰ্থ অধ্যায়

# উত্তৰ-পূবত বৃটিছৰ নীতি

অসম আৰু ইয়াৰ আন কিছুমান চুবুৰীয়া অঞ্চল দখল কৰাৰ পিছত, বৃটিছে উত্তৰ-পূব সীমান্তৰ বৈৰী জনজাতিসকলক চম্ভালা সমস্যাৰ সম্মুখীন হৈছিল। কিন্তু বৃটিছে এই সমস্যাটো ঠিক এটা স্থানীয় সমস্যা হিচাপেহে দেখিছিল, কাৰণ ইয়াত কোনো আন্তৰ্জাতিক জটিলতা জড়িত নাছিল। প্ৰথম কালছোৱাত বাৰ্মাৰপৰা ভাবুকিৰ বিষয়ে কোৱা-বাথনা চলিছিল, কিন্তু পিছত, বাৰ্মাৰ ওপৰতো বৃটিছৰ আধিপত্য বিস্তাৰ হোৱাৰ পিছত, সমগ্ৰ উত্তৰ-পূব বিদেশী শক্তিৰ ভাবুকিৰপৰা মুক্ত বুলি বৃটিছে অনুভৱ কৰিছিল। এইটো বহুদিন ধৰি চলিছিল। আৰু সেই কাৰণেই উত্তৰ-পূব সম্পৰ্কত কোনো পূৰ্ব নিৰ্ধাৰিত নীতি প্ৰকৃতপক্ষে নাছিল। জনজাতীয় বৈৰিতা নিৰ্মম হাতেৰে দমন কৰা হৈছিল আৰু সমগ্ৰ অঞ্চলটোতে এক ধৰণৰ স্বেচ্ছাচাৰী জনজাতীয় অধিক্ৰম সৃষ্টি কৰা হৈছিল, মানুহবিলাকক দমন কৰা হৈছিল আৰু জনজাতীয় চৰ্দাৰসকলৰ প্ৰতি বৃটিছৰ ব্যৱহাৰৰ ভিত্তি আছিল পৃষ্ঠপোষকতা আৰু লগতে ভাবুকি—বুজনি আৰু শাস্তি।

আনকি, চাহবাগিচা মালিকসকলৰ স্বাৰ্থৰ উপৰিও বৃটিছ কাঠ কোম্পানী আৰু ৰবৰ কোম্পানীবিলাকৰ অৰ্থনৈতিক স্বাৰ্থয়ো বৃটিছক তথাকথিত হস্তক্ষেপ নকৰা নীতি পৰিবৰ্তন কৰিবলৈ প্ৰভাৱিত কৰিব পৰা নাছিল। কিছুদিনৰ পিছত দেখিবলৈ পোৱা একমাত্ৰ পৰিবৰ্তনটো আছিল, সেইটো হ'ল, যিটোৱে এই কথাটো নিশ্চিত কৰিবলৈ বিচাৰিছিল যে জনজাতিলোক আৰু অ জনজাতি লোকৰ মাজত কোনো যোগাযোগ হব নালাগে। উত্তৰ-পূবত বৃটিছ নীতিৰ এই বিশেষ দিক্‌টোক পিছত এক স্পষ্ট দিশ আৰু গতি দিয়া হৈছিল। সমগ্ৰ অঞ্চলত জনজাতীয় লোকসকলক দেশৰ বাকী অংশৰ লগত কোনো ৰকমৰ সংযোগৰপৰা বিচ্ছিন্ন ৰখাৰ কাৰণে সমস্ত ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। অৱশেষত ইয়াৰ ফল হৈছিল ভাৰতীয় জীৱনৰ মূল সুঁতিৰপৰা জনজাতীয় লোকসকলৰ প্ৰায় সম্পূৰ্ণ বিচ্ছিন্নতা।

ভৱিষ্যৎমুখী নীতিৰ সম্পৰ্কত, বহুদিন ধৰি এই ধৰণৰ কিবা এটা সূত্ৰায়ন কৰিবলৈ বৃটিছে একোকে কৰা নাছিল। উত্তৰ-পূবত ভৱিষ্যৎমুখী নীতি নথকাটো আছিল উত্তৰ-পশ্চিম সীমান্ত সম্পৰ্কত তেওঁলোকে গ্ৰহণ কৰা ভৱিষ্যৎমুখী নীতিৰ ঠিক

বিপৰীত। অসম দখললৈ আহিছিল ৮২৬ চনত আৰু পঞ্জাব দখল কৰা হৈছিল ১ ৪৯ চনত। উত্তৰ-পশ্চিমৰ ক্ষেত্ৰত সকলো সময়তে এটা সক্ৰিয় ভৱিষ্যৎমুখী নীতি আছিল আৰু উত্তৰ পূব সম্পৰ্কত একো নাছিল। এই পাৰ্থক্যৰ একমাত্ৰ ব্যাখ্যা নিহিত আছে এই তথ্যত যে উত্তৰ আৰু উত্তৰ-পশ্চিম সীমান্তৰ তুলনাত উত্তৰ-পূব সীমান্তৰ ৰণনীতিগত গুৰুত্ব আছিল কম। আৰু তেওঁলোকে কয়, এটা সীমান্তৰ গুৰুত্ব নিহিত থাকে ইয়াৰ পাছফালে থকা দেচাত। বৃটিছ সাম্ৰাজ্যিক স্বাৰ্থৰ ফালৰ-পৰা উত্তৰ আৰু উত্তৰ-পশ্চিম সীমান্ত ভেদ্য, কাৰণ তেওঁলোকে সকলো সময়তে অনুভৱ কৰিছিল মধ্যএছিয়াৰপৰা ৰুছ আৰু আফগানিস্তানৰপৰা কোনো ধৰণৰ হেচা আছিল। বৃটিছে এই কথাও অনুভৱ কৰিছিল যে উত্তৰ-পূবত চীনৰ দুৰ্বল মঞ্চু সাম্ৰাজ্য তেওঁলোকৰ কাৰণে মুঠেই চিন্তাৰ বিষয় নাছিল। কাৰ্যতঃ এই ৰুছ-বিৰোধী আৰু আফগান-বিৰোধী দৃষ্টিভঙ্গী আৰু একে সময়তে, চীনৰ প্ৰতি নৰম দৃষ্টিভঙ্গীয়ে দুই সীমান্ত অঞ্চল সম্পৰ্কে বৃটিছ নীতি নিৰ্ধাৰণ কৰিছিল।

আনকি বৰ্তমান কালতো ভূ-ৰাজনৈতিক পৰিস্থিতিৰ এই দিকটো মাত্ৰ অলপ দিনৰ আগতে ৱাছিংটনত প্ৰাক্তন ভাৰতীয় ৰাষ্ট্ৰদূত আৰু বৰ্তমানে ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰী কে. আৰ নাৰায়ণে তুলি ধৰিছিল। **আমেৰিকাৰ ৰণনীতিগত পোষ্য পুত্ৰ** নামৰ এক প্ৰবন্ধত নাৰায়ণে লিখিছিল: " আফগানিস্তানত বৃটিছৰ ঐতিহাসিক নীতি, ছাহান ছাহৰ ইৰাণত আমেৰিকান নীতিৰ ওপৰঞ্চি উত্তৰাধিকাৰৰ ভূমিকা পাকিস্তানক দিয়া হৈছে যেন ধাৰণা হয়।'[১]

উত্তৰ-পশ্চিমত বৃটিছ নীতি প্ৰভাৱিত হৈছিল ৰাছিয়া আৰু আফগানিস্তানৰ প্ৰতি তেওঁলোকৰ বৈৰীসুলভ দৃষ্টিভঙ্গীৰদ্বাৰা, আনহাতে উত্তৰ-পূবত এই নীতি আছিল চীনৰ প্ৰতি বৃটিছৰ নৰমতাৰ এক ফলশ্ৰুতি। কোনো কোনোভাবে থাচ চীনৰ প্ৰতি সামগ্ৰিক নীতি নিৰ্ধাৰিত হৈছিল ৰাছিয়াৰ প্ৰতি বৃটিছৰ এই দৃষ্টিভঙ্গীৰদ্বাৰা। অৱশ্যে, মূল নিৰ্ণয়কাৰী উপাদান সকলো সময়তে আছিল অৰ্থনৈতিক স্বাৰ্থ। পতাকাই সদায় বাণিজ্যিক অনুসৰণ কৰিছিল। বৃটিছে প্ৰথমৰপৰাই তিব্বতৰ লগত বাণিজ্য সম্পৰ্ক স্থাপন কৰিবলৈ বিচাৰিছিল, কাৰণ "লাছা ওচৰ হোৱাৰ কাৰণে ভাৰতৰপৰা তৈয়াৰী সামগ্ৰী আৰু উন্নত মানৰ সামগ্ৰী, চীনৰ মাজেদি কৰাতকৈ ইয়ালৈ অধিক সস্তাত যোগান ধৰিব পৰা হয়। উদাহৰণস্বৰূপে, তিব্বতত বহু পৰিমাণে ব্যৱহাৰ কৰা চাহ এক চতুৰ্থাংশ মূল্যত দাৰ্জিলিঙৰপৰা যোগান ধৰিব পৰা হয় আৰু এই চাহ তিব্বতীসকলে চীনৰপৰা পোৱা টুকুৰা চাহতকৈ বেছি ভাল গুণবিশিষ্ট।"[২] গতিকে তিব্বতৰ লগত যোগাযোগ কৰিবলৈ চেষ্টা কৰা হৈছিল, আনহাতে তিব্বতৰ ওপৰত ইয়াৰ বাণিজ্যিক কৰ্তৃত্ব ৰক্ষা কৰিবলৈ চীন সংকল্পবদ্ধ আছিল আৰু বৃটেনে তিব্বতত যাতে

কোনো স্থান পাব নোৱাৰে তাৰ কাৰণে বাধা দান কৰা হৈছিল। দাৰ্জিলিঙৰ ফালৰ-পৰা যোগাযোগৰ কোনো পথ খোলাৰ কাৰণে বৃটিছৰ প্ৰচেষ্টাক তিব্বতীসকলে প্ৰতিৰোধ কৰিছিল, যদিও কাশ্মীৰ আৰু পঞ্জাবৰ মাধ্যমেদি বৃটিছ ভাৰতৰ উত্তৰাঞ্চলৰ যোগেদি তিব্বতে বৃটেনৰ লগত বাণিজ্যিক সম্পৰ্ক স্থাপন কৰিছিল।

বৃটিছ কৰ্তৃপক্ষ এইভাবে এক বিমোৰ অৱস্থাত পৰিছিল। ইয়াৰ এক সুন্দৰ সংক্ষিপ্ত বৰ্ণনা দিছিল বঙ্গদেশৰ চৰকাৰৰ মুখ্য সচিব এইচ্. জে এছ কটনে। তেওঁ কৈছিল, "বৃটিছে যদি কেৱল তিব্বতৰ লগতেইহে বুজাপৰা কৰিব লগা হ'লহেঁতেন", কথাটো খুবেই সহজ হলহেঁতেন আৰু মাত্ৰ এটা ধমকতে কামটো হ'লহেঁতেন। কিন্তু "কথাবিলাক জটিল কৰি তুলিছে চীনৰ লগত চৰকাৰৰ সম্পৰ্কই আৰু লাছাত চীনৰ দুৰ্বল আৰু সোলোকঢোলোক কৰ্তৃত্বক **তুলি ধৰাৰ কাৰণে আমাৰ অভিপ্ৰায়ে।** ইয়াৰ ফল হৈছে যে আমি যিসকলৰ লগত বুজা পৰা কৰিছো সেইসকল প্ৰকৃত ক্ষমতাত থকা মানুহ নহয় আৰু আমি বুজা পৰা কৰা লোকসকলৰ কোনো ক্ষমতাই নাই ..।" (গুৰুত্ব যোগ দিয়া হৈছে)।

ইতিহাসলৈ ঘূৰি চালে দেখিবলৈ পোৱা যায় উনৈশ শতিকাৰ শেষৰ দশকবোৰত মধ্যএছিয়াত বৃটেনৰ বৰ্ধমান ব্যস্ততা। এছিয়াৰ সমকালীন ৰাজনীতিত দুটা গুৰুত্বপূৰ্ণ উপাদান ই তুলি ধৰিছিল, সেই দুটা আছিল ইঙ্গ-ৰুছীয় প্ৰতিদ্বন্দ্বিতাৰ তীব্ৰতা বৃদ্ধি আৰু চীনৰ ৰাজনৈতিক আৰু সামৰিক শক্তিৰ পৰিবৰ্তন। সেই ফালৰপৰা, তিব্বতৰ লগত চীনৰ সম্পৰ্কৰ প্ৰশ্নটোও এইবিলাকে সমুখলৈ তুলি ধৰে।

তিব্বতৰ লগত চীনৰ সম্পৰ্কৰ প্ৰশ্নটো হ'ল এক অন্তহীন আৰু তুমুল বিতৰ্কৰ বিষয়। অৱশ্যে, পণ্ডিতসকলে সাধাৰণভাৱে এই মত পোষণ কৰে যে নৱম শতিকা-লৈকে তিব্বত আছিল এক উল্লেখযোগ্যভাৱে শক্তিশালী দেশ আৰু ইয়াৰ সামৰিক শক্তি চীন, ভাৰত আৰু মধ্যএছিয়াৰ বিস্তৃত অঞ্চললৈকে অনুভূত হৈছিল। আনকি চীনত বিখ্যাত টাং বংশৰ শাসনকালতো তিব্বতে চীনৰ লগত সমান চৰ্ত্তত ব্যৱহাৰ কৰিছিল। তাৰ পিছত টাং বংশৰ অৱনতি ঘটিছিল আৰু তিব্বতী ক্ষমতায়ো হিমালয় পৰ্বতমালালৈ পিছ হুঁহকি গৈছিল আৰু ইয়াৰ পাছৰপৰা কেতিয়াও ওলাই আহিব পৰা নাছিল।

চীন আৰু তিব্বতৰ মাজত এক অধিক তাৎপৰ্য্যপূৰ্ণ সম্পৰ্ক বিকশিত হৈছিল তেৰ শতিকাত। সেই সময়ত উভয় জাতিকেই বৃহৎ মঙ্গোল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হৈছিল। চীনৰ মঙ্গোল বংশ আৰু তিব্বতৰ মাজত সংযোগৰ এক স্পষ্ট ধৰ্মীয় চৰিত্ৰ আছিল। এইটো আছিল "পৃষ্ঠ-পোষক আৰু পুৰোহিতৰ মধ্যএছীয় ধাৰণাৰ এক দৃষ্টান্ত, য'ত ধৰ্মীয় ক্ষমতাৰ আত্মিক সমৰ্থনৰ বিনিময়ত সাধাৰণ ক্ষমতাক পাৰ্থিব

সমৰ্থন দিয়া হয়। সেইটো আছিল চীনৰ মঙ্গোল সম্রাটসকল আৰু তিব্বতৰ কাৰণে তেওঁলোকৰ লামা ভাইচ ৰিজেণ্টৰ মাজত সম্পৰ্কৰ আনুষ্ঠানিক বৰ্ণনা। এইটো হ'ল এটা নৰম আৰু নমনীয় ভাৱধাৰা আৰু ইয়াক আধুনিক পশ্চিমীয়া ৰাজনীতিৰ নিৰস চৰ্তত ব্যাখ্যা কৰিব নালাগিব। এটাৰ শ্ৰেষ্ঠতা অথবা আনটোৰ অধীনতাৰ কোনো যথাযথ সংজ্ঞা নাই, এই সম্পৰ্কৰ ব্যৱহাৰিক অৰ্থৰ ব্যাখ্যা কৰিব পৰা যায় কেৱল মুহূৰ্তৰ তথ্যবিলাকৰ আলোকতহে।"[8]

চীনত মঙ্গোল বংশৰ পতনৰ পিছত, মাঞ্চুৰিয়াৰ এক জনজাতি মাঞ্চুসকলে চীন জয় কৰিবলৈ আৰম্ভ কৰিছিল। মঙ্গোল চৰ্দাৰ, গুছৰিখানে তিব্বতৰ ৰজাক পৰাস্ত কৰিছিল আৰু দলৈ লামাক—তিব্বতৰ ইতিহাসৰ মহান পঞ্চমজন—দেশৰ ধৰ্মীয় সাৰ্বভৌম কৰ্তা হিচাপে স্থাপন কৰিছিল। সৰ্বোচ্চ ক্ষমতাৰ কাৰণে এছোৱা কাল যুঁজ চলিছিল আৰু অৱশেষত মাঞ্চুসকলে বহুদিন ধৰি প্ৰভুত্ব কৰিছিল। মাঞ্চুসকলে তিব্বতত সপ্তম দলৈ লামাক প্ৰতিষ্ঠা কৰিছিল আৰু পিছত তিব্বতত প্ৰতিনিধিত্ব কৰিছিল এক দুৰ্গ সৈন্য আৰু দুজন অনিচ্ছুক সাম্ৰাজিক ৰেছিডেণ্টৰ (প্ৰতিনিধি) দ্বাৰা, যিসকলক লাছাৰ চৌহদৰ বাহিৰত কাচিৎহে দেখা গৈছিল।[5]

প্ৰথমৰ মাঞ্চুসকলে অঞ্চলবিলাক প্ৰত্যক্ষভাৱে জয় কৰাৰ পিছত অভ্যন্তৰীণ সীমান্ত ব্যৱস্থা প্ৰতিষ্ঠা কৰিছিল আৰু পিছত মাঞ্চুসকলে বহিঃসীমান্ত নামৰ ব্যৱস্থাটো গঠন কৰিছিল, এই ব্যৱস্থাৰ ভিতৰত আছিল সেইবিলাক জনজাতি আৰু জনগোষ্ঠী, যিবিলাক মাঞ্চুসকলৰ প্ৰত্যক্ষ শাসনাধীন নাছিল। তিব্বতৰ ভূখণ্ড এই বহিঃসীমান্ত ব্যৱস্থাৰ অন্তৰ্ভুক্ত আছিল। চীনে বহিৰ্মঙ্গোলীয়া আৰু তেনে ধৰণৰ অন্যান্য অঞ্চল তেওঁলোকৰ নিয়ন্ত্ৰণাধীনলৈ আনিবলৈ চেষ্টা কৰাৰ দৰে তিব্বতকো নিজৰ নিয়ন্ত্ৰণাধীনলৈ অনাৰ কাৰণে সকলো সময়তে চেষ্টা কৰিছিল। এই ক্ষেত্ৰত বৃটিছে চীনক সমৰ্থন কৰিছিল।[6]

বৃটিছে, বিশেষকৈ ভাৰতস্থ বৃটিছে প্ৰাচ্যৰ এক প্ৰবল শক্তি হিচাপে চীনক গ্ৰহণ কৰিবলৈ প্ৰৱণতা প্ৰকাশ কৰিছিল। সম্ৰাটৰ দৰবাৰৰ আড়ম্বৰ আৰু জাকজমকতা, ইয়াৰ সমৰ শক্তিৰ সুখ্যাতি, ইয়াৰ প্ৰকাণ্ড বাণিজ্যিক বজাৰ এইবিলাকেই আছিল প্ৰধান বিবেচনা, যি ওঠৰ শতিকাৰ শেষ ভাগত আৰু উনৈশ শতিকাত তেওঁলোকৰ সতৰ্ক হিমালয়ান নীতি ৰচনাত তেওঁলোকক প্ৰভাৱিত কৰিছিল। অৱশ্যে, অচিৰতেই চীনা সমৰ শক্তিৰ অলীকতাৰ স্বৰূপ প্ৰকাশ পাইছিল, মাত্ৰ এক বজাৰ হিচাপেহে চীনৰ সামৰ্থ্য আকৰ্ষণীয় হৈ আছিল।

এনে ধৰণৰ ইঙ্গিত পোৱা যায় যে বৃটিছে নিজৰ সাম্ৰাজ্যিক স্বাৰ্থ চীনতো প্ৰসাৰিত কৰিবলৈ ভাল পাইছিল, কিন্তু ৰাছিয়াৰ কাৰণে ভয়ৰ বাবেই লোভ সামৰিক

লগীয়া হৈছিল। সেই সময়ত বৃটেনে মধ্য এছীয় খণ্ডত প্ৰভাৱৰ কিছু কিছু অংশ কাটি অনাৰ কাৰণে চেষ্টা কৰিছিল আৰু ইয়াৰ পৰিণতিৰূপে ৰাছিয়াৰ প্ৰতিশোধ গ্ৰহণলৈ ভয় কৰিছিল। সেই কাৰণে ৰচনা কৰি লোৱা পদ্ধতিাবলাকৰ ভিতৰত আছিল এনে এটা, যিটোৰদ্বাৰা চীনক নিজৰ পক্ষলৈ আনিব পৰা যায় আৰু বিশেষকৈ ৰাছিয়াৰ বিৰুদ্ধে। কূৰি শতিকাৰ আগভাগত লৰ্ড কাৰ্জনে এই বৃটিছ নীতি অত্যন্ত সুচাৰুভাৱে ৰূপায়িত কৰিছিল। আৰু সেই কাম কৰিবলৈ গৈ বৃটিছে তিব্বতক চীনৰ বেদীত বলি দিছিল আৰু পিছত ভাৰতৰ উত্তৰ পূৰক ভয়ানকভাৱে বিপদপূৰ্ণ কৰি পেলাইছিল।

লৰ্ড জি এন. কাৰ্জন ভাৰতলৈ ৰাজ প্ৰতিনিধি হিচাপে আছিল "পৃথিৱীখন জয় কৰিবলৈ মহান জনগোষ্ঠী আৰু শাসক শ্ৰেণীয়ে অৰ্পণ কৰা নিৰ্দিষ্ট ভাগ্য আৰু কৰ্তব্য বোধ লৈ।"[৭] তেওঁ ভাৰতীয় অসামৰিক সেৱাক (ইণ্ডিয়ান ছিভিল ছাৰ্ভিছ) কৈছিল যে ঈশ্বৰে তেওঁলোকৰ হাতত "তেওঁলোকৰ কৰ্তব্য দায়িত্ব" তুলি দিছে। তেওঁৰ প্ৰথম বছৰবোৰত তেওঁ লিখিছিল, "একমাত্ৰ প্ৰাচ্যতহে আৰু বিশেষকৈ দূৰ প্ৰাচ্যত বৃটিছ প্ৰস্তুতকাৰকসকলৰ কাৰণে খোলা বজাৰ সৃষ্টি কৰাৰ কাৰণে আমি আশা কৰিব পাৰো। ফৰাচী অথবা ৰাছিয়াৰ হাতলৈ প্ৰতিটো বন্দৰ, প্ৰতিখন নগৰ আৰু প্ৰতিখন গাঁও মানচেষ্টাৰ, ব্ৰেডফোৰ্ড আৰু বোম্বাইৰ পক্ষে হেৰুৱা একোটা নিৰ্গম পথ।"[৮]

এয়ে আছিল লৰ্ড কাৰ্জন, যাৰ শাসন কালছোৱাত সমগ্ৰ দৃষ্টিভঙ্গী গঢ়ি উঠিছিল ৰাছিয়াৰ প্ৰতি ভয় আৰু অবিশ্বাসৰ প্ৰভাৱত। আৰু লৰ্ড কাৰ্জনৰ এই মানসিক গঠনেই তিব্বত আৰু চীন সম্পৰ্কে তেওঁৰ কাম-কাজবোৰ প্ৰভাৱিত কৰিছিল। এই ধাৰণা গঢ়ি তোলা হৈছিল যে ৰাছিয়াই তিব্বতত এটা খুটি পোতাৰ কাৰণে চেষ্টা কৰি আছে। আৰু কাৰ্জনে চৰকাৰী কাকতত লিখিছিল যে "তিব্বতে ৰাছিয়াৰ কাৰণে প্ৰয়োজন নাই, ৰাছিয়াৰ লগত ইয়াৰ বাণিজ্যিক অথবা অন্য কোনো সম্পৰ্ক নাই, ইয়াৰ স্বাধীন অস্তিত্বই ৰাছিয়াৰ কোনো ভীতি সঞ্চাৰ নকৰে। আনহাতে, তাত ৰাছিয়াৰ ৰক্ষিত অঞ্চল থাকিব এক স্পষ্ট ভয় আৰু আমাৰ কাৰণে এক নিশ্চিত বিপদৰ উৎস হব পাৰে।"[৯]

কাৰ্জনৰ এই জিদৰ ফলতেই তিব্বতলৈ চাৰ ফ্ৰান্সিছ য়ংহাছবেন্দৰ সুবিখ্যাত মিছন (দৌত্য) পঠোৱা হৈছিল।

এই কথাটো প্ৰমাণ কৰিবলৈ যথেষ্ট সাক্ষ্য আছে যে য়ংহাছবেন্দৰ মিছনৰ প্ৰাক্-কালত তিব্বত চীনৰ কোনো ক্ষমতা নাছিল। তেওঁ লাছালৈ যোৱাৰ পথত যেতিয়া গ্যানট্ছিত উপস্থিত হৈছিলগৈ, চীনা আম্বানে (লাছাত চীনৰ প্ৰতিনিধি

প্ৰতিনিধি ) তেওঁক ব্যক্তিগতভাৱে লগ পাবলৈ বিচাৰিছিল, কিন্তু দেখা কৰিব নোৱাৰিলে, কাৰণ তিব্বতীসকলে তেওঁক পৰিবহন যোগাবলৈ অস্বীকাৰ কৰিছিল।[10] আৰু যেতিয়া বৃটিছ হৈ গৈ লাছাত উপস্থিত হৈছিলগৈ। তেওঁলোকে আস্বানক এক অ-ঈৰ্ষাজনক অৱস্থাত পাইছিলগৈ। য়ংহাছবেন্দে পিছত লিখিছিল: "আমি তেওঁক কাৰ্যতঃ বন্দী আৰু থাবলৈ প্ৰায় একো নোহোৱা অৱস্থাত পাইছিলোগৈ, কাৰণ তেওঁলৈ ধন-পইচা অহাত তিব্বতীসকলে বাধা দিছিল আৰু প্ৰকৃতপক্ষে তেওঁ আমাৰ পৰা ধন ধাৰে লব লগা হৈছিল।"[11] ইয়াৰ অৰ্থ হ'ল যে ১৯০৪ চনৰ ( য়ংহাছবেন্দৰ মিছনৰ বছৰ ) আগলৈকে তিব্বতত তেওঁলোকৰ অৱস্থান উন্নত কৰাৰ কাৰণে চীনাসকলে একো কৰিব পৰা নাছিল। তিব্বত সম্পৰ্কে পাৰদৰ্শী লোক চাৰ্লছ বেলে কৈছিল যে য়ংহাছবেন্দৰ মিছনৰ পিছতহে তিব্বতত চীনা অৱস্থান কাৰ্যতঃ শক্তিশালী হৈছিল। তেওঁ এইভাৱে যুক্তি দিছিল যে তিব্বতত চীনৰ পৰৱৰ্তী অগ্ৰগতিৰ কাৰণে প্ৰকৃতপক্ষে বৃটিছেই দায়ী আছিল। বৃটিছে দলৈ লামাৰে ক্ষমতা ক্ষুণ্ণ কৰিছিল, তেৱেঁই আছিল চীন বিৰোধিতাৰ কেন্দ্ৰবিন্দু। লেখে কৈছে: " দলৈ লামাৰ কৰ্তৃত্ব ক্ষুণ্ণ কৰা ইয়ংহাছবেন্দৰ মিছনৰ আটাইতকৈ স্পষ্ট ফল আছিল তিব্বতত চীনৰ কৰ্তৃত্ব পুনৰ স্থাপনৰ কাৰণে ইয়াক উন্মুক্ত কৰি দিয়া।"[12] আৰু তাৰ পিছত তিব্বতত চীনা অগ্ৰগতিৰ পৰিসমাপ্তি ঘটিছিল ১৯১০ চনত লাছাৰ পতনত।

আনকি ইয়ংহাছবেন্দৰ মিছন প্ৰত্যাহাৰৰ পিছতো বৃটিছে যদি তাত নিজৰ প্ৰধান অৱস্থান ৰক্ষা কৰিবলৈ সিদ্ধান্ত কৰিলেহেঁতেন, চীনাসকলে তিব্বতত তেওঁলোকৰ ক্ষমতা পুনৰুদ্ধাৰত সফলতা লাভ কৰিব নোৱাৰিলেহেঁতেন। কিন্তু ডি পি চৌধুৰীয়ে কোৱাৰ দৰে, য়ংহাছবেন্দ মিছনৰ উদ্দেশ্য আছিল চীনক নহয়, ৰাছিয়াক তিব্বতৰ বাহিৰত ৰখা। তিব্বতত চীনৰ অধিকতৰ শক্তিশালী অৱস্থান থকাটোৰ বৃটেন পক্ষে আছিল, তাত ৰাছিয়াত কোনোধৰণৰ হস্তক্ষেপ প্ৰত্যাঘাত কৰাৰ ব্যৱস্থা হিচাপে এইটো নিৰ্ধাৰণ কৰা হৈছিল। গতিকে দেখা গৈছিল যে ১৯০৬ চনৰ ইঙ্গ-চীন অভিবৰ্তনে নিৰ্দিষ্ট ব্যৱস্থা ৰাখিছিল যে তিব্বতৰ অখণ্ডতা ৰক্ষা কৰাৰ দায়িত্ব কেৱল চীনৰ ওপৰতে থাকিব আৰু আন কোনো ক্ষমতাই নহয়, কেৱল চীনেহে তিব্বতৰ সুবিধা লাভৰ অধিকাৰ লাভ কৰিব। ইয়াৰ পিছত হৈছিল ১৯০৭ চনত ইঙ্গ-ৰুছীয় কনভেনছন। তিব্বতৰ কোনো সুবিধা বিচাৰৰপৰা আৰু লাছাত তেওঁলোকৰ কোনো প্ৰতিনিধি ৰখাৰপৰা আৰু চীনৰ মধ্যস্থতাৰ বাহিৰে তিব্বতৰ লগত কোনো আলোচনা কৰাৰপৰা ই ৰাছিয়াক বিৰত ৰাখিছিল।[13]

১৯০৫ চনত জাপানৰ লগত যুদ্ধত পৰাস্ত হোৱাৰ পিছৰেপৰা জাৰৰ অধীনৰ ৰাছিয়া সেই সময়ত এক দুৰ্বল শক্তি হৈ আছিল। সেই কাৰণে বৃটিছে আগবঢ়োৱা

চৰ্তবোৰ গ্ৰহণ কৰিবলৈ ৰাছিয়া বাধ্য হৈ পৰিছিল। বৃটিছে অৱশ্যে, জাৰতন্ত্ৰী ৰাছিয়াৰ ভাগ্য সম্পৰ্কে চিন্তিত নাছিল। বৃটিছৰ কাৰণে চিন্তিত হোৱাৰ আন বহু কাৰণ আছিল। ১৯০৫ চনত ৰাছিয়াত বিপ্লৱ হৈছিল। ই সফল হব নোৱাৰিলে, কিন্তু বৃটিছ সাম্ৰাজ্যবাদীসকলৰ কাৰণে ইয়াৰ বাণী আছিল স্পষ্ট। গতিকে ভাৰতৰ উত্তৰ পূব সীমান্তৰ ওচৰৰ কোনো ঠাইলৈকে কছ বিপ্লৱৰ বাণী অহাটো বন্ধ কৰিবলৈ ই প্ৰয়োজনীয় সমস্ত ব্যৱস্থা গ্ৰহণ কৰিছিল। বৃটিছে কেৱল ৰাছিয়ালৈকেহে ভয় কৰিছিল আৰু চীনৰ দুৰ্বল মাঞ্চু সাম্ৰাজ্য কোনো বিপদৰ উৎস হব পাৰে বুলি বিবেচনা কৰা নাছিল। তদুপৰি, কছ বিপ্লৱৰপৰা আনকি কোনো ভাৱধাৰা অহাটোৰ বিৰুদ্ধে চীনক যাতে অদূৰ ভৱিষ্যতে এক প্ৰাচীৰ হিচাপে ব্যৱহাৰ কৰিব পৰা যায়, তাৰ কাৰণে সিয়ান বৃটিছ সাম্ৰাজ্যবাদীবিলাকে কিছু কিছু আগতীয়া প্ৰস্তুতিও কৰিছিল।

তিব্বতৰ প্ৰতি কোনো বিবেচনা নেদেখুৱাকৈ বৃটিছে পিছতো চীনক শক্তিশালী কৰি আছিল। নিজৰ ফালৰপৰা চীনে সুবিধা গ্ৰহণ কৰিছিল আৰু তিব্বতৰ কোনো কোনো অংশত সেনা সুমুৱাই দিছিল। য়ংহাছবেন্দৰ মিছনে তিব্বতত চীনক খোপনি দিছিল আৰু সেই দুৰ্ভগীয়া অঞ্চলটোৰ ওপৰত প্ৰভুত্ব কৰিবলৈ তেওঁলোকে সকলো ব্যৱস্থা গ্ৰহণ কৰিছিল।

তিব্বতীসকলে চাৰিবছৰ ধৰি অকলশৰেই চীনক প্ৰতিৰোধ কৰিছিল। অৱশেষত ১৯১০ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা চীনে লাছা দখল কৰিলে। দলৈ লামাই ভাৰতৰ দাৰ্জিলিঙলৈ পলাই গ'ল। কেৱা দশকৰ পিছত দলৈ লামাৰ ক্ষেত্ৰত একে ভাগ্যকে ঘটিছিল। চীনা গণৰাষ্ট্ৰৰদ্বাৰা তিব্বত সম্পূৰ্ণ দখলৰ পিছত দলৈ লামা আকৌ দাৰ্জিলিঙলৈ পলাই গৈছিল, দলৈ লামা আজিও ভাৰততে থাকিব লগা হৈছে।

চীন আৰু ৰাছিয়াৰ লগত তেওঁলোকৰ সম্পৰ্কৰ বৃহত্তৰ প্ৰসঙ্গত তিব্বত সম্পৰ্কে বৃটিছ নীতিয়ে, পৰবৰ্ত্তী বছৰবোৰত, আনকি এতিয়ালৈকে ভাৰতৰ উত্তৰ পূব সীমান্তকো ধৰি সমগ্ৰ হিমালয় অঞ্চলত ভয়ানক ক্ষতিসাধন কৰিছে। ১৯০৪-৬ৰ পৰিস্থিতিৰ তৎকালীন সুযোগ গ্ৰহণ কৰি চীনাসকলে নেপাল, ভুটান আৰু ছিকিমৰ ফালে ষড়যন্ত্ৰ আৰম্ভ কৰি দিছিল। তাৰ পিছত, লাছা দখল কৰাৰ ঠিক পিছতেই, তেওঁলোকে অসমৰ ভৈয়াম অঞ্চলৰ উত্তৰৰ জনজাতীয় দেশলৈ অনুপ্ৰৱেশ আৰম্ভ কৰিলে। ১৯১০ চনৰ যে মাহত এখন গাঁৱৰ মিজু মিছিমি প্ৰধান এজনে বাতৰি দিছিল যে তিব্বতৰপৰা অসমলৈ এটা বাট উলিওৱাৰ কাৰণে চীনাসকলৰপৰা এখন আদেশনামা দুজন তিব্বতীয়ে তেওঁক আনি দিছিলহি। আকৌ সেই একে বছৰৰে জুন মাহত আন এজন মিজু মিছিমিয়ে বাতৰি দিছিল যে চীনাসকলে লোহিত

উপত্যকাত মেপাক নদীৰ ওচৰত তুখন প্ৰকাণ্ড পতাকা পুতিছিল। যেতিয়া মিছিমি দেশত চীনাসকলৰ এইবাৰ কাৰ্যকলাপৰ লগত আন এটা বাতৰি, যে চীনাসকলে উজনি বাৰ্মাৰ থামটি দেশলৈ সামৰিক পহৰাত এজন বিষয়া পঠাইছে, যোগ দিয়া হৈছিল, দেখা গৈছিল যে উত্তৰ-পূব, আৰু দক্ষিণ-পূব, উভয় দিশৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ ওপৰত তেওঁলোকে হয়তো মিলিত হবলৈ চেষ্টা কৰিছিল।[১৪]

ভাৰতৰ জনজাতীয় দেশত চীনাসকলৰ এই কাৰ্যকলাপ ১৯১১ চনতো অব্যাহত আছিল, পোবাজ, পোমৰ জনসাধাৰণৰ বিৰুদ্ধে অভিযান হিচাপে চৰকাৰী দলিলত উল্লেখ কৰা ঘটনাৱলীৰদ্বাৰা এইবোৰ তল নপৰালৈকে।

প্ৰাপ্ত সাক্ষ্যই এই ইঙ্গিত দিয়ে যে ১৯১১ চনৰ অক্টোবৰ আৰু নভেম্বৰ মাহলৈকে, চীনাসকলে বিভিন্ন জনজাতীয় অঞ্চলত ক্ৰমে শিপাবলৈ চেষ্টা কৰিছিল, তেওঁলোকে লোহিতৰ লগত দেলীৰ সঙ্গমস্থললৈকে পতাকা পুতিছিল, তেওঁলোকে জনজাতীয় লোকসকললৈ চীনা পাৰপত্ৰ দিছিল, আৰু তেওঁলোকে অঞ্চলটোৰ মানুহবিলাকক "চীনা নিময থাবলৈ" বাধ্য কৰিছিল। চীনাসকলৰ ধীৰ, কিন্তু ক্ৰমাগত অগ্ৰগতিয়ে তেওঁলোকক পাছিঘাট আৰু অসমৰ ভৈয়াম অঞ্চলক প্ৰায় স্পৰ্শ কৰা কেবাং গাঁৱৰ ওচৰ পোৱাইছিলহি। এটা চীনাদল আনকি তেজপুৰৰ ওচৰৰ গাঁও এখনতো উপস্থিত হৈছিলহি।

অসমৰ সীমান্তত জনজাতীয় দেশত চীনা অনুপ্ৰৱেশৰ এনে সক্ৰিয় কাৰ্যকলাপ বুলিছে আশা কৰা নাছিল আৰু সেইকাৰণে তেওঁলোক অলপ অপ্ৰস্তুত অৱস্থাত পৰিছিল। তাত চীনৰপৰা কোনো বিপদ অহাৰ আশংকা নকৰালৈকে বুলিছে উত্তৰ-পূব সীমান্তৰ প্ৰতি আওকাণ কৰিছিল। ইয়াৰ ফলত, সেই সীমান্তত চীনা-সকলে যেতিয়া হঠাতেই সক্ৰিয় কাৰ্যকলাপ প্ৰদৰ্শন কৰিছিল, সেই দিশৰপৰা এক দৃঢ়বদ্ধ আঘাতৰ কাৰণে অসমৰ ভৈয়াম অঞ্চল বিপদজনকভাৱে মুকলি হৈ পৰিছিল। ছিকিমৰ পলিটিকেল অফিচাৰ চাৰ্লছ বেলে পৰিস্থিতিৰ গুৰুত্ব স্পষ্টকৈ এনেভাৱে তুলি ধৰিছিল: "কোনো এটা সভ্য সামৰিক শক্তিৰদ্বাৰা অসম আক্ৰান্ত হোৱাৰ সামান্যতম সম্ভাৱনাও থাকিব পাৰে বুলি কেতিয়াও চিন্তা কৰা হোৱা নাছিল আৰু সেইকাৰণেই কোনো এটা গুৰুতৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ কোনো ৰণনীতিগত পৰিকল্পনা নাছিল, নাছিল কোনো প্ৰতিৰক্ষা ব্যৱস্থা আৰু সংগঠন পূৰ্বৰ সতৰ্কবাণীৰ কেৱা মাহৰ পিছতো আনকি অলসভাৱে কল্পনা কৰা হৈছিল যে প্ৰদেশখন প্ৰতিৰক্ষাৰ অৱস্থালৈ আনিব পৰা যায়, যিটোৱে উত্তৰ পশ্চিম সীমান্ত আক্ৰমণ কৰা শত্ৰুপক্ষক প্ৰতিৰক্ষাকাৰীসকলে সম্মুখীন হবলৈ প্ৰয়োজন হোৱা অনুকূল অৱস্থাৰ আন কি সামান্যভাৱেহে স্পৰ্শ কৰিব..."

"যিটো বিপদৰ বিৰুদ্ধে প্ৰতিৰোধ দিবলৈ, ঘটনাৰ চাহিদা যথাযথ[illegible] পূৰণৰ নিমিত্তে কেৱল মাহ হিচাপে নহয়, বছৰ হিচাপেহে পূৰ্ব প্ৰস্তুতিৰ প্ৰয়োজন সেই বিপদৰ জৰুৰী অৱস্থা নোহোৱালৈকে আমি যদি অপেক্ষা কৰো, সম্পূৰ্ণ ভাঙি পৰাৰ আৰু পিছত অভূতপূৰ্ব পৰিসৰৰ এক বিপৰ্যয় আহি পৰাৰ সম্ভাৱনা কেৱল তাত্ত্বিক কল্পনাই হৈ নাথাকিব—হব এক অমঙ্গলীয়া বাস্তৱ সত্য যিটোক চম্ভালিবলৈ সাম্ৰাজ্যৰ বহু সম্পদৰ প্ৰয়োজন।"[১৫]

সেই কাৰণে এক সক্ৰিয় ভৱিষ্যৎমুখী নীতিৰ প্ৰশ্নটোৱে বৃটিশ শাসকসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ আৰম্ভ কৰিছিল। অৱশ্যে এইটো ততালিকেই কৰা হোৱা নাছিল। সেই সময়ৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে এনে ভৱিষ্যৎমুখী নীতিৰ পক্ষে নাছিল। তেওঁৰ মতে, চীনা ভাবুকি প্ৰকৃত নাছিল আৰু আনকি কিবা যদি গুৰুতৰ অৱস্থা হয়ো, তেওঁ অনুভৱ কৰিছিল "চীনা আক্ৰমণৰ সম্মুখীন হোৱা যাব। অসম সীমান্তৰ জনজাতীয় অঞ্চলত নহয়, চীনৰ উপকূলত আক্ৰমণৰদ্বাৰাহে।" গতিকে, এনেবোৰ কামত বিপদ মূৰ পাতি লোৱা অথবা ধন খৰচ কৰাৰ তেওঁ বিৰোধী। সেই সময়ৰ পূৰ্ববঙ্গ আৰু অসমৰ লেফ্‌টানেণ্ট গভৰ্ণৰ চাৰ লেন্‌চেলট হেয়াৰে মত প্ৰকাশ কৰিছিল যে "এইকথা সত্য যে ইংলণ্ড আৰু চীনৰ মাজত যেই কোনো শক্তি পৰীক্ষাত, প্ৰতিদ্বন্দ্বিতা হয়তো এই সীমান্তত নিৰ্ণীত নহব, কিন্তু আমাৰ মূল্যবান চাহবাগিচাবোৰ ৰক্ষা কৰিবলৈ আমি বাধ্য [১৬] ইত্যাদি।

চাহখেতিৰ কাৰণে আৰু চাহবাগিচা আৰু অন্যান্য অৰ্থনৈতিক উদ্যোগত বিনিয়োগ কৰা ইউৰোপীয় পুঁজিৰ কাৰণে উদ্বিগ্নতা আন এগন গুৰুত্বপূৰ্ণ চৰকাৰী দলিলতো প্ৰতিফলিত হৈছিল। ইয়াত কোৱা হৈছিল: "অসমত যদি কিবা হয়, আমাৰ বিৰুদ্ধে জনমত অত্যন্ত মুখৰিত হব। উত্তৰ-পশ্চিম সীমান্তইদি কোনো ইউৰোপীয় শিল্প নাই আৰু এজন নোদোকা হিন্দু বনিয়া কম-বেছি পৰিমাণে ডাঙৰ কথা নহয়—তথাপি। কিন্তু লক্ষীমপুৰ জিলাত থকা ৭০,০০০ বো অধিক একৰৰ চাহবাগিচাই বছৰি ৩০ নিযুত পাউণ্ডবো অধিক চাহ উৎপন্ন কৰে আৰু ২০০ বো ওপৰ ইউৰোপীয় আৰু ১০০,০০০ বো অধিক ভাৰতীয় লোকক কাম দিয়ে। চাহত বিনিয়োগ কৰা ইউৰোপীয় পুঁজি নিশ্চয় প্ৰচুৰ হব আৰু তাৰউপৰি অন্যান্য শিল্পও আছে। এই চাহবাগিচাবোৰ পাহাৰৰ নামনিত অৱস্থিত আৰু সেইবোৰ ঠাইত বৰ্বৰ মানুহে বাস কৰে: তেওঁলোকৰ ৰক্ষণাবেক্ষণ নিৰ্ভৰ কৰে এক বেটেলিয়ান সামৰিক পুলিচৰ (৮৫০ জন) ওপৰত। বাগিচামালিকসকলে কৰা চিঞৰ বাখৰ আৰু চাহৰ দাম বৃদ্ধিৰ কথা চিন্তা কৰক। ভাৰত চৰকাৰে, অৱশ্যে, এই সকলোখিনি জানে, কিন্তু এনে ধৰণৰ এক দলিলত তেওঁলোকে দেখুওৱা উচিত যে তেওঁলোকে

এইটো অঞ্চলে ; আৰু তেওঁলোকে যদি নাজানে, তেনেহলে মই ভাবো, পৰৰাষ্ট্ৰ সচিবে তেওঁলোকক "চীনৰ উপকূলৰ ওপৰত আক্ৰমণৰ' উচ্চ বাতাবৰণৰপৰা সীমান্ত ৰক্ষা আৰু প্ৰশাসনৰ অধিক নিৰস স্তৰলৈ নামি আহিবলৈ কোৱা উচিত।"[১৭]

এই কথা স্পষ্ট যে অসম আৰু অঞ্চলটোৰ অন্যান্য ঠাইত বৃটিছৰ বিস্তৃত অৰ্থ নৈতিক স্বাৰ্থই জনজাতীয় নীতিৰ উদ্ভাৱন কৰাতকৈ সীমান্ত নীতিৰ ৰূপ দানতহে অধিক কাৰ্যকৰী প্ৰভাৱ বিস্তাৰ কৰিছিল। জনজাতীয় লোকসকল ডাঙৰ কথা নাছিল— ডাঙৰ কথা হ'ল বৃটিছৰ অৰ্থ নৈতিক স্বাৰ্থ।

সীমান্ত সম্পৰ্কে এক নতুন নীতিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিবলৈ ইয়েই অৱশেষত হাৰ্ডিঞ্জক বাধ্য কৰিছিল। অসমৰ সীমান্ত জিলা কেথন ৰক্ষা কৰাৰ গুৰুত্ব তেওঁ তুলি ধৰিছিল। এই জিলাবিলাকত "বৃহৎ পৰিমাণৰ ইউৰোপীয় পুঁজি বিনিয়োগ কৰা হৈছে আৰু এইবিলাকত ইউৰোপীয় মানুহৰ সংখ্যা ভাৰতৰ প্ৰায় আন যেই কোনো জিলাৰ ইউৰোপীয়ৰ সংখ্যাতকৈ বহু বেছি।"[১৮]

এনেভাৱে এটা নতুন সীমান্ত নীতিৰ প্ৰয়োজনীয়তা সকলো স্তৰতে স্বীকৃত হৈছিল, কিন্তু এই নতুন নীতি নিৰ্ধাৰণ কৰিব লগীয়া হৈছিল "চীনৰ লগত এক বুজাবুজিলৈ অহাৰ জৰুৰী প্ৰয়োজনীয়তাৰ"দ্বাৰা।[১৯] জনজাতীয় লোকসকলৰ স্বাৰ্থ আৰু তেওঁ-লোকৰ আঞ্চলিক অখণ্ডতা নহয়, বৃটিছ অৰ্থ নৈতিক স্বাৰ্থহে ৰক্ষা কৰিব লাগিব, কিন্তু সকলোখিনি হব "চীনৰ লগত এক বুজাবুজিৰ" ভিত্তিত, কাৰণ যেই কোনো প্ৰভাৱ বিস্তাৰৰপৰা ৰাছিয়াক বাধা দিব লাগিব আৰু সেই ক্ষেত্ৰত চীন হব পাৰে এক ফলদায়ক হেঙাৰ।

এই হিচাপ আৰু বিবেচনাবোৰৰপৰা বৃটিছৰ কাৰণে "এই অঞ্চলত ভাৰত আৰু চীনৰ মাজত এক উপযোগী সীমা—যিটোৰ বিষয়ে আমি বৰ্তমানে প্ৰায় সম্পূৰ্ণৰূপে আন্ধাৰত আছো,"[২০]—নিৰ্ধাৰণ কৰাৰ প্ৰয়োজনীয়তা এই নতুন সীমান্ত নীতিৰ দুটা দিক আছিল। চীনাসকলৰ লগত যেই কোনো বিবাদৰ পৰিসৰ সীমিত কৰাৰ কাৰণে ভাৰতৰ উত্তৰ-পূবৰপৰা তিব্বতৰ সীমা পৃথক কৰি এটা বহিৰ্লাইন গঠন কৰাৰ সিদ্ধান্ত আৰু আনটো সিদ্ধান্ত আছিল এটা আন্তৰ্লাইন গঠন কৰা, যিটোৱে ভাৰতৰ বাকী অংশৰপৰা জনজাতীয় অঞ্চলৰ সীমা পৃথক কৰি ৰাখিব। বহিৰ্লাইনক ধৰা হৈছিল বৃটিচৰদ্বাৰা জনজাতীয় অঞ্চলবিলাকৰ চীনৰপৰা পৃথক কৰা লাইন। অৱশ্যে বাস্তৱ ক্ষেত্ৰত সেই সময়ত জনজাতীয় অঞ্চলবিলাক স্পৰ্শ কৰি থকা আনটো সংগঠিত চৰকাৰ আছিল তিব্বতী চৰকাৰ, কিন্তু বৃটিছ নীতি আছিল তিব্বতত চীনৰ কৰ্তৃত্ব প্ৰতিষ্ঠা কৰা। সেই কাৰণেই "চীনৰ লগত এক বুজাবুজিলৈ অহাৰ জৰুৰী প্ৰয়োজনীয়তাৰ" বিষয়ে সমস্ত কথা-বতৰা। তিব্বতৰ সম্পৰ্কত, একেবাৰে উত্তৰৰ

চীনাৰ বাহিৰে জনজাতীয় অঞ্চলবিলাকত তিব্বতে কোনো আগ্ৰহ দেখুৱা নাছিল। এই ধৰণে, এইকথা স্পষ্ট আছিল যে চীনক হাত কৰিবলৈ তেওঁলোকৰ অত্যুৎসাহত বৃটিছে ভাৰতৰ উত্তৰ-পূৰত এনে এক নীতি কৰ্মসূচী অনুসৰণ কৰিছিল, যিটোৱে চূড়ান্ত বিশ্লেষণত, জনজাতীয় অঞ্চলবিলাকক চীনা প্ৰভাৱৰ কাৰণে খোলা ৰাখিছিল।

ইতিহাসৰ এক লিখিত সাক্ষ্য দোহৰাটো এই ক্ষেত্ৰত অপ্ৰাসঙ্গিক নহব। ভাৰতৰ উত্তৰ-পূব অঞ্চলৰ জনজাতিসকলে অসমৰ আহোম ৰজাসকলৰ কৰ্তৃত্ব স্বীকাৰ কৰিছিল। একমাত্ৰ ব্যতিক্ৰম আছিল ডফলাসকল। সোতৰ শতিকাত মোগল ইতিহাসবিদ ছিহাবুদ্দিন তালিছে এই কথাটো লিখিছিল।[২১] গতিকে উত্তৰ-পূবৰ জনজাতীয় অঞ্চলবিলাকৰ ওপৰত ভাৰতৰ ক্ষেত্ৰাধিকাৰৰ বিষয়ে কোনো প্ৰশ্ন উত্থাপিত হোৱাৰ কোনো কাৰণ কেতিয়াও থাকিব নোৱাৰে। কিন্তু একো একোটা সময় আহিছিল যেতিয়া ভাৰতৰ ক্ষেত্ৰাধিকাৰৰ সম্পৰ্কে এই বিষয়টোৰ ওপৰত প্ৰশ্ন উত্থাপিত হৈছিল। সেই কথাটো আমি পিছত আলোচনা কৰিম।

উত্তৰ-পূবত প্ৰকাশ পোৱা ধৰণৰ বৃটিছ নীতি আছিল কেৱল তিব্বতৰ ওপৰতেই নহয়, আনকি অন্যান্য অঞ্চলৰ ওপৰতো নিজৰ প্ৰভুত্ব আৰু নিয়ন্ত্ৰণ সম্প্ৰসাৰিত কৰিবলৈ চীনৰ প্ৰতি স্পষ্ট আহ্বান। এনেকৈ আমি দেখিবলৈ পাইছো আবৰ ব্লু বুকত ( সংসদীয় প্ৰতিবেদন ), নং ১৯, "এই সম্পৰ্কত আমি কব লাগিব যে সাম্প্ৰতিক বছৰবোৰত আমাৰ সীমান্তই চীনে প্ৰদৰ্শন কৰা অস্বাভাৱিক ৰাজনৈতিক কাৰ্যকলাপ, নেপালৰ আৰু ভুটানৰ ওপৰত চীনে আগবঢ়োৱা ইয়াৰ সাৰ্বভৌমত্বৰ দাবী, ইয়াৰ কাৰ্যকৰীভাৱে তিব্বত দখল আৰু মিছিমি দেশৰ গাতে লাগি থকা সীমালৈ ইয়াৰ সৈন্য প্ৰেৰণে ঘটনাটোৰ ক্ষেত্ৰত এক নৈৰাশ্যজনক উপাদান আনি দিছে। বিগত কেমাহমানৰ ভিতৰত সম্প্ৰসাৰণৰ এই নীতিত আৰু অধিক বিকাশ ঘটিছে, যিটো আওকাণ কৰাটো অসম্ভৱ যিটোক এক উপযোগী সীমান্ত লাইন বুলি বিবেচনা কৰা হয় সেই ঠাইত লোহাৰ খুটি আৰু সীমা পাথৰ বহুৱাত আমাৰ কোনো আপত্তি নাই আমাৰ বাহিৰৰ সীমা নিৰ্ধাৰণ কৰা হলে, আমি বুজাই কব লাগিব যে আমি এইটোক এনে এটা সীমাৰেখা বুলি গণ্য কৰো। যাৰ ভিতৰলৈ কোনো চীনা বিষয়া অহা অনুচিত ।"[২২]

সেই কাৰণে এটা সীমাৰেখা, যিটোৱে ভাৰতৰ উত্তৰ-পূবক তিব্বতৰপৰা ( বৃটিছৰ বিবেচনাত চীন ) পৃথক কৰি দেখুৱাব, নিৰ্ধাৰণ কৰাৰ জৰুৰী প্ৰয়োজনীয়তা বৃটিছে অনুভৱ কৰিছিল। গতিকে সমগ্ৰ অঞ্চলটোৰ জৰীপ আৰু অনুসন্ধান কৰিবলৈ এটা সক্ৰিয় নীতি সূত্ৰায়ন কৰা হৈছিল। নতুন সীমাৰেখাৰ বিন্যাস আৰু পিছত মেকমোহন লাইন নামে পৰিচিত, লাইনৰ চূড়ান্ত নিৰ্ধাৰণ সম্পৰ্কত এই জৰীপ আৰু

অনুসন্ধানবোৰে ভালেমান পৰামৰ্শ আগবঢ়াইছিল। এটা ক্ষেত্ৰত ইণ্ডো-তিব্বতী সীমান্তৰ সীমা নিৰ্ধাৰণৰ পিছত উত্তৰ-পূৱ সীমান্ত, ডুৰাণ্ড লাইন প্ৰবৰ্তনৰ পিছত উত্তৰ-পশ্চিম সীমান্তৰপৰা বহুখিনি পৃথক আছিল। উত্তৰ-পশ্চিম সীমান্তত আছিল গোমাল, টোচি, কুৰান, খাইবাৰ আৰু মালাকাণ্ডৰ ওপৰত চিত্ৰাললৈকে গভীৰ বৃটিছৰ অনুপ্ৰৱেশৰ আঙুলি চিহ্ন। কিন্তু উত্তৰ-পূৱ সীমান্তত, বৃটিছৰ অনুপ্ৰৱেশ আছিল লোহিত উপত্যকাৰ বাহিৰে বাকীবিলাকত সীমান্তৰ সামান্য সিপাৰলৈ।

উত্তৰ পূৱত জনজাতীয় দেশৰ জৰীপ আৰু অনুসন্ধানৰ পিছত বৃটিছে আন আন ব্যৱস্থা গ্ৰহণ কৰিবলৈকো আৰম্ভ কৰিছিল। এই সকলোবিলাক ব্যৱস্থাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ ব্যৱস্থা আছিল ভাৰত-তিব্বত সীমাৰ সংজ্ঞা নিৰ্ধাৰণ কৰা।

ইতিমধ্যে, তিব্বত আৰু চীনত গুৰুত্বপূৰ্ণ পৰিবৰ্তন ঘটিছিল। ১৯১১ চনৰ শৰৎকালত চীনত এটা বিপ্লৱ সংঘটিত হৈছিল। ইয়াৰ ফলত মাঞ্চু বংশৰ পতন ঘটিছিল। তিব্বতীসকলে বিদ্ৰোহ কৰিছিল, চীনাদুৰ্গ সৈন্যৰ লগত যুঁজ কৰিছিল আৰু তেওঁলোকক অৱশেষত দেশৰপৰা বহিষ্কাৰ কৰিছিল। ১৯১২ চনৰ জুন মাহত দলৈ লামা নিৰ্বাসনৰপৰা ঘূৰি আহিছিল আৰু দেশৰ ওপৰত সম্পূৰ্ণ আৰু একচ্ছত্ৰী সাৰ্বভৌম অধিকাৰ গ্ৰহণ কৰিছিল। ত্ৰয়োদশ দলৈ লামাৰ মাঞ্চু সম্ৰাট-সকলৰ প্ৰতি কিছু ব্যক্তিগত আনুগত্য আছিল আৰু মাঞ্চু বংশত পতন হোৱাৰ লগে লগে তেওঁ প্ৰকৃত সাৰ্বভৌমত্ব অনুভৱ কৰিছিল। গতিকে তেওঁ চীনাসকলক কৈছিল যে তেওঁ চীনৰপৰা কোনো উপাধি অথবা সুবিধা নিবিচাৰে, কাৰণ তেওঁ হ'ল এখন স্বাধীন দেশৰ বৈধ ধৰ্মীয় আৰু ৰাজনৈতিক শাসক।

চীনৰ সাৰ্বভৌমত্ব গ্ৰহণ কৰিবলৈ, তিব্বতে অস্বীকাৰ কৰাৰ কাৰণে পিছৰ মাহবোৰত যেতিয়া উত্তেজনা বৃদ্ধি পাইছিল, বৃটিছে ১৯১৩ চনৰ শৰৎকালত ছিমলাত এখন ত্ৰিপাক্ষিক সন্মিলনলৈ চীনা আৰু তিব্বতী প্ৰতিনিধিসকলক আমন্ত্ৰণ জনাইছিল। এই সময়তেই ইউৰোপ এখন ভয়ংকৰ বিশ্বযুদ্ধৰ সন্মুখত উপস্থিত হৈছিলহি। চীন আৰু তিব্বতৰ মাজত উত্তেজনাবো সুবিধা লবলৈ বৃটিছে চেষ্টা কৰিছিল। ৰাছিয়াক বাহিৰত ৰখাৰ বিৰাট প্ৰয়োজনীয়তাৰ কথা সকলো সময়তে মনত ৰাখি উভয়ৰে বন্ধু হিচাপে কাম কৰিবলৈ বিচাৰিছিল।

ছিমলা সন্মিলন অনুষ্ঠিত হৈছিল ১৯১৩ চনৰ অক্টোবৰ মাহত। ই ছমাহ ধৰি চলিছিল আৰু সমগ্ৰ তিব্বতী প্ৰশ্নটো ইয়াত খৰচি মাৰি আলোচনা কৰা হৈছিল। প্ৰতিনিধিসকলৰ অভিমতবিলাক, অৱশ্যে সম্পূৰ্ণৰূপে পৰস্পৰ বিৰোধী আছিল। তিব্বতীসকলে সম্পূৰ্ণ স্বাধীনতাৰ কম একো বিচৰা নাছিল। চীনাসকলে তিব্বতৰ

ওপৰন্তু তেওঁলোকৰ প্ৰভুত্ব পুনৰুদ্ধাৰ কৰিবলৈ বিচাৰিছিল। বৃটিছে বিচাৰিছিল এটা আপোচ।

শেষত চীনৰ নাম মাত্ৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰিবলৈ বৃটেনে তিব্বতক মান্তি কৰাইছিল। ১৯১৪ চনৰ ২৭ এপ্ৰিলত তিনিটা চৰকাৰৰ ক্ষমতা প্ৰাপ্ত প্ৰতিনিধি-সকলে এক চুক্তিনামাৰ প্ৰস্তাৱ কৰিছিল। এই প্ৰতিনিধিসকল আছিল, চাৰ হেনৰী মেকমোহন ( বৃটিছ ), চেন-ইফান অথবা আইভান চেন ( চীন ) আৰু লনচেন ছাত্ৰ ( তিব্বত )। এই চুক্তিনামাৰ চৰ্ত অনুযায়ী তিব্বতক দুটা ভাগত বিভক্ত কৰা হব: (১) বহিৰ্তিব্বত আৰু (২) আন্তৰ্তিব্বত।

এই বিভাজন অনুসৰি, বহিৰ্তিব্বতে ভাৰতীয় সীমান্ত স্পৰ্শ কৰিব আৰু ইয়াৰ ভিতৰত থাকিব লাছা, ছিগেটছে আৰু চাম্‌দো, আনহাতে আন্তৰ্তিব্বত চীনা সীমান্তৰ গাতে লাগি থাকিব আৰু ই গঠিত হব অন্যান্য অঞ্চলৰ বাহিৰে, পূব তিব্বতৰ এটা বিৰাট অংশ লৈ।

উভয় খণ্ডৰ ওপৰত চীনৰ সৰ্বময় ক্ষমতা বৃটিছে স্বীকাৰ কৰি লৈছিল। বহিৰ্তিব্বতৰ সম্পূৰ্ণ স্বায়ত্বশাসন স্বীকাৰ কৰিবলৈ আৰু ইয়াৰ প্ৰশাসনত কোনো হস্তক্ষেপ নকৰিবলৈ চীন মান্তি হৈছিল। তালৈ সেনা পঠিওৱাৰপৰা, তাত সামৰিক অথবা অসামৰিক বিষয়া ৰখাৰপৰা অথবা চীনা উপনিৱেশ স্থাপন কৰাৰপৰা বিৰত থাকিবলৈ চীন মান্তি হৈছিল। অৱশ্যে, আন্তৰ্তিব্বতত চীনে সেনা অথবা বিষয়া পথাব পাৰিব আৰু উপনিবেশ পাতিব পাৰিব। কাৰ্যতঃ বৃটিছে ৰচনা কৰা সূত্ৰই বহিৰ্তিব্বতক এখন স্ব শাসিত খণ্ড কৰিছিল আৰু আন্তৰ্তিব্বতক কৰিছিল চীনৰ এক অংশ, এক অখণ্ড অংশ। তিব্বতৰ এই বিভাজন আছিল আন এটা অংশৰ বিভাজনৰ প্ৰায় একে ধৰণৰ, মঙ্গোলয়াকে ভাগ কৰা হৈছিল বহিৰ্মঙ্গোলীয়া আৰু আন্তৰ্মঙ্গোলীয়া হিচাপে। পৰৱৰ্তী ইতিহাসৰপৰা দেখা যায় যে বহিৰ্মঙ্গোলীয়া সম্পূৰ্ণৰূপে মুক্ত আৰু স্বাধীন হব পাৰিছিল আৰু নিজৰ সম্পূৰ্ণ সাৰ্বভৌম অধিকাৰ ভোগ কৰিছিল, আনহাতে আন্তৰ্মঙ্গোলীয়া চীনৰ লগত থাকি গৈছিল। তিব্বতৰ ক্ষেত্ৰতো এই একে ঘটনাকে ঘটিব পাৰিলেহেঁতেন, কিন্তু ৰাছিয়াক বাধা দিয়া বৃটিছ নীতিৰ কাৰণেই সেইটো নহ'ল।

ছিমলা সম্মিলনে তিব্বত ( বহিৰ্তিব্বত ) আৰু উত্তৰ পূব ভাৰতৰ মাজত সীমান্ত নিৰ্দিষ্ট কৰিছিল। আগতেই উল্লেখ কৰা হৈছে। তিনিখন অংশগ্ৰহণকাৰী দেশৰ ক্ষমতা প্ৰাপ্ত ৰাজপ্ৰতিনিধিসকলৰদ্বাৰা ছিমলা চুক্তিখন চমু স্বাক্ষৰ কৰা হৈছিল, কিন্তু চীনৰ পূৰ্ণ স্বাক্ষৰ পোৱা নগৈছিল। চীনে পিছত গ্ৰেট বৃটেনক কৈছিল যে বহিৰ্তিব্বত আৰু আন্তৰ্তিব্বতৰ মাজত সীমা সম্পৰ্কৰ বাহিৰে বাকীৰ সকলো ক্ষেত্ৰত

চীনৰ সম্মতি আছিল। আনভাৱে কবলৈ গলে, বহিতিব্বত আৰু ভাৰতৰ উত্তৰ পূব সীমান্তৰ মাজত সীমাৰেখা চীনে স্বীকাৰ কৰি লৈছিল। ছিমলা সন্মিলনত আন এজন অংশ গ্ৰহণকাৰী চাৰ্লছ বেলেও পিছত কৈছিল যে চীনে মাত্ৰ এটা বিষয়তহে বিৰোধিতা প্ৰকাশ কৰিছিল : "চীন আৰু তিব্বতৰ (আন্তৰ্তিব্বত) মাজত প্ৰতিষ্ঠা কৰিব লগীয়া সীমান্তৰ" বিষয়ে।[24]

চীনৰ পিচৰ আচৰণ, অৱশ্যে আছিল সেই দেশখনে ছিমলা সন্মিলনৰ ভিতৰত আৰু ঠিক পিছতেই গ্ৰহণ কৰা নীতিৰ বিপৰীত। পঞ্চাশৰ দশকত, তিব্বতৰ ওপৰত ইয়াৰ সম্পূৰ্ণ আধিপত্যৰ হেতুকে চীনে ভাৰতৰ উত্তৰ-পূব খণ্ডৰ বৃহৎ অংশৰ ওপৰত দাবী তুলিছিল এই যুক্তি দি যে চীনে কেতিয়াও মেকমোহন লাইন স্বীকাৰ কৰা নাছিল। আৰু যে এই লাইনটো বৃটিছ সাম্ৰাজ্যবাদে চীনৰ ওপৰত জাপি দিছিল। দাবীটো সাব্যস্ত কৰাৰ কাৰণে চীনে ১৯৬২ চনত ভাৰতৰ ওপৰত আনকি এক আক্ৰমণো চলাইছিল। কিন্তু পৰিস্থিতিৰ এই দিকটো আমাৰ আলোচনাৰ বিষয় নহয়।

বহিতিব্বত আৰু ভাৰতৰ উত্তৰ পূবৰ মাজত সীমান্ত ছিমলা সন্মিলনে নিৰ্ধাৰণ কৰিছিল। কিন্তু অসমৰ উত্তৰ আৰু পূব সীমাইদি চীন, তিব্বত আৰু বাৰ্মাৰ সঙ্গমস্থলৈ ঘূৰি আৰু আঠশ পঞ্চাশ মাইল দীঘল ভুটানৰ পূবৰফালে সীমান্তৰ সীমা পৰিষ্কাৰভাৱে নিৰ্ধাৰণ কৰা হৈছিল আৰু বিজয়ী বৃটিছ চতুৰতা দেখিবলৈ পোৱা গৈছিল এই তথ্যত যে ভাৰত-তিব্বত সীমান্তৰ এক বিৰাট অঞ্চলত চৰজমিন সীমা নিৰ্ধাৰণ নকৰাকৈ ৰাখি দিয়া হৈছিল। তদুপৰি, ভালেমান ভাৰতীয় অঞ্চল তিব্বতক এৰি দিয়া হৈছিল এই অজুহাতত যে সেইবিলাক হ'ল তিব্বতৰফালে অহা বৌদ্ধ তীৰ্থযাত্ৰীসকলৰ ধৰ্মীয় স্থান, কিন্তু ভাৰতৰফালে হিন্দু তীৰ্থযাত্ৰীসকলৰ উপাসনাৰ স্থান মানস সৰোবৰ সম্পৰ্কে তেনে ধৰণৰ যুক্তি তোলা হোৱা নাছিল। আৰু সেই কাৰণে মানসসৰোবৰ আৰু অন্যান্য অঞ্চল তিব্বতৰ অন্তৰ্ভুক্ত কৰা হৈছিল।[25] আচলতে, ভাৰত-তিব্বত সীমান্ত সম্পৰ্কত মেকমোহন লাইন ভাৰতৰ প্ৰতিকূলে আৰু তিব্বতৰ অনুকূলে, চূড়ান্ত বিশ্লেষণত যাৰ প্ৰকৃত অৰ্থ চীনৰ অনুকূলে আছিল। গতিকে বৃটিছ সাম্ৰাজ্যবাদী নীতিৰ কাৰণে চীনৰ হানি হোৱা নাছিল—হানি হৈছিল ভাৰতৰ।

ভাৰত-তিব্বত সীমান্তৰ কথা আমি আৰু অলপ সূক্ষ্মভাৱে চাওঁহক। কাশ্মীৰৰ উত্তৰ-পূব মূৰৰফালে অসমৰ উত্তৰ-পূব সীমান্তৰ নামছা বাওৰালৈকে তিব্বতৰ লগত ভাৰতৰ সীমান্ত ২০০০ৰো অধিক মাইল জুৰি আছে। ইয়াৰ একেবাৰে পূব অংশত, ভাৰতৰ ফালৰফালে সীমান্তত আছে উত্তৰ পূব সীমান্ত এজেঞ্চি (নেফা আৰু এতিয়াৰ

অৰুণাচল প্ৰদেশ)। নেফাৰ পশ্চিমলৈ আছে তিনিখন পাহাৰী ৰাজ্য, নেপাল, ভুটান আৰু ছিকিম। এইবিলাকৰ তিব্বতৰ লগত আছে মুঠ প্ৰায় ১০০০ মাইলৰ সীমান্ত। আৰু তিব্বতৰ সীমাত, নেপালৰ পশ্চিম আৰু উত্তৰ-পশ্চিমলৈ আছে তিনিখন ভাৰতীয় ৰাজ্য: উত্তৰ প্ৰদেশ, হিমাচল প্ৰদেশ আৰু লাডাখসহ কাশ্মীৰ ৰাজ্য।

তিনিখন পাহাৰী ৰাজ্যৰ ভিতৰত ভুটান এখন স্পৰ্শকাতৰ অঞ্চল হৈ আছে। ইয়াৰ মাটিকালি হ'ল প্ৰায় ১৮,০০০ বৰ্গ মাইল আৰু জনসংখ্যা ৭০০,০০ৰো অধিক। ভুটানীসকলক আৰু লগতে নেপালী আৰু ছিকিমীসকলক সঠিকভাবে নিজৰ প্ৰভাৱৰ ক্ষেত্ৰ বুলি চীনে সদায় বিবেচনা কৰে। বিশেষকৈ, ভুটানক "দক্ষিণ দুৱাৰ" বুলি কোৱা হৈছিল। বৃটিছে ১৯১০ চনত এখন চুক্তি স্বাক্ষৰ কৰিছিল। এই চুক্তিৰ অধীনত এক বছৰেকীয়া অনুদানৰ বিনিময়ত ভুটানৰ বৈদেশিক সম্পৰ্ক তেওঁলোকৰ নিয়ন্ত্ৰণাধীনলৈ অনা হৈছিল। ভাৰতৰ স্বাধীনতাৰ পিছত, ১৯৪৯ চনৰ ৮ আগষ্ট তাৰিখে ভাৰত চৰকাৰে ভুটানৰ লগত এখন নতুন চুক্তি স্বাক্ষৰ কৰিছিল। এই চুক্তিৰ চৰ্ত অনুসৰি এক বছৰেকীয়া অনুদানৰ বিনিময়ত "ইয়াৰ বৈদেশিক সম্পৰ্কৰ ক্ষেত্ৰত ভাৰত চৰকাৰৰ পৰামৰ্শৰদ্বাৰা পৰিচালিত হবলৈ" ভুটান সন্মত হৈছিল।

ছিকিমৰ অৱস্থিতি হ'ল তিব্বত আৰু ভাৰতৰ মাজত প্ৰধান বাণিজ্য পথৰ ওপৰত ৰণনীতিগতভাবে গুৰুত্বপূৰ্ণ স্থানত। ছিকিমৰ লগতো ভাৰত চৰকাৰে ১৯৫০ চনত ৫ ডিচেম্বৰত এনে ধৰণৰ এখন নতুন চুক্তি স্বাক্ষৰ কৰিছিল। এই চুক্তিৰ চৰ্ত অনুসৰি, ভাৰতে ছিকিমৰ কেৱল বৈদেশিক সম্পৰ্কৰ ওপৰতেই নিয়ন্ত্ৰণ লাভ কৰিছিল এনে নহয়, আনকি ছিকিমত প্ৰতিৰক্ষাৰ কাৰণে অথবা ভাৰতৰ নিৰাপত্তাৰ কাৰণে, ছিকিমৰ যেই কোনো ঠাইত ইয়াৰ সৈন্য ৰখাৰ অধিকাৰ সহ, প্ৰয়োজনীয় বুলি বিবেচনা কৰা যেই কোনো ব্যৱস্থা—প্ৰস্তুতিমূলক অথবা অন্য ধৰণৰ গ্ৰহণ কৰাৰো অধিকাৰ ভাৰতে লাভ কৰিছিল। তদুপৰি ছিকিমত ৰেলপথ, বিমানঘাটি আৰু অৱতৰণ স্থল আৰু অন্যান্য যোগাযোগ ব্যৱস্থা নিৰ্মাণ আৰু নিয়ন্ত্ৰণ কৰাৰ একান্ত অধিকাৰো ভাৰতে লাভ কৰিছিল।

১৯৭৩ চনৰ পিছৰপৰা ছিকিমত কিছুমান মৌলিক পৰিবৰ্তন ঘটিছিল। সমগ্ৰ ছিকিমত এক গণঅভ্যুত্থান হোৱাৰ পিছত ইয়াক ভাৰতৰ অন্তৰ্ভুক্ত কৰা হৈছিল আৰু ১৯৭৫ চনৰপৰা ছিকিম ভাৰতীয় ইউনিয়নৰ অন্যতম ৰাজ্য হৈ পৰিছে। চীনে এই পৰিবৰ্তন ভাল পোৱা নাছিল আৰু এতিয়ালৈকে চীনে ছিকিমৰ ভাৰত অন্তৰ্ভুক্তি স্বীকাৰ কৰা নাই।

তিনিখন পাহাৰী ৰাষ্ট্ৰৰ ভিতৰত নেপালেই হ'ল বৃহত্তম আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ, ই ভাৰত আৰু তিব্বতৰ মাজত অৱস্থিত। ১৯৫০ চনৰ ডিচেম্বৰ মাহত

ভাৰতীয় সংসদত বক্তৃতা দিওঁতে নেপালৰ গুৰুত্ব সম্পৰ্কে প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে এনেদৰে কৈছিল :

"অবিস্মৰণীয় কালৰপৰাই হিমালয় পৰ্বতমালাই আমাক এক বিতোপন সীমান্ত দিছে। অৱশ্যে সেইবিলাক আগৰ ধৰণে অগম্য নহয়, কিন্তু এতিয়াও কাৰ্যকৰী হৈ আছে। হিমালয় পৰ্বতমালা প্ৰধানতঃ নেপালৰ উত্তৰ সীমান্তত অৱস্থিত। ইয়েই হৈছে ভাৰতলৈ প্ৰধান হেন্ডাৰ।" সেই কাৰণে তেখেতে নেপালত সকলো কথা স্বাভাবিক আৰু শান্ত হৈ থকাটো বিচাৰিছিল যাতে "এই হেন্ডাৰ" অতিক্ৰম অথবা দুৰ্বল কৰা নহয়, "কাৰণ সেইটো আমাৰ নিজৰ দেশৰ কাৰণে এক বিপদ হব।"

আকৌ ১৯৫৪ চনৰ নভেম্বৰ মাহত নেহৰুৱে নেপালৰ বিষয়ে এনেদৰে কৈছিল :

" ·তেওঁলোকৰ স্বাধীনতাৰ ওপৰত হস্তক্ষেপ নকৰিলেও, তেওঁলোকৰ স্বাধীনতাত আন কোনোবাই হস্তক্ষেপ কৰাটোত সম্মতি জনাব নোৱাৰি।"[২৬]

১৯২৩ চনৰ এক চুক্তিৰ যোগে এখন স্বাধীন ৰাজ্য হিচাপে নেপালৰ মৰ্যাদা বৃটেনে স্বীকাৰ কৰিছিল, কিন্তু এই পাহাৰী ৰাজ্যখনৰ ওপৰত এক ধৰণৰ ছদ্ম অভিভাৱকত্ব ৰক্ষা কৰাটো অব্যাহত ৰাখিছিল। ১৯৫০ চনত স্বাক্ষৰিত এক চুক্তিৰ যোগে স্বাধীন ভাৰত নেপালৰ স্বাধীনতা সম্পূৰ্ণৰূপে স্বীকাৰ কৰিলে।

তিনিওখন পাহাৰী ৰাজ্যৰ লগত স্বাধীন ভাৰতৰ সম্পৰ্কবিলাক চীনে কেতিয়াও ভাল পোৱা নাছিল। চীনৰ অসম্মতি স্পষ্টৰূপে প্ৰকাশ পাইছিল ১৯৫০ চনত তেওঁলোকে সম্পূৰ্ণৰূপে তিব্বত দখলৰ ঠিক পিছতেই। তেওঁলোকে জৱাহৰলাল নেহৰুক "সাম্ৰাজ্যবাদৰ এক দালাল" বুলি আক্ৰমণ কৰিছিল আৰু "তিব্বত, ছিকিম আৰু ভুটানৰ বিৰুদ্ধে কু অভিপ্ৰায়" পোষণ কৰে বুলি তেওঁক অভিযুক্ত কৰিছিল, যদিও নেহৰুৰ উদ্যোগতেই তিব্বতৰ ওপৰত চীনৰ সৰ্বময় ক্ষমতা ভাৰতে স্বীকাৰ কৰি লৈছিল।

নেহৰুৰ বিৰুদ্ধে চীনে ব্যৱহাৰ কৰা ভাষা আনকি আজিও অবৰ্ণনীয় কুৎসাৰ দৃষ্টান্ত হৈ আছে। এটা উদাহৰণ তলত দিয়া হ'ল .

"জাতীয় স্বাধীনতাৰ কাৰণে আন্দোলনৰ বিৰুদ্ধে এজন বিদ্ৰোহী হিচাপে, জন-সাধাৰণৰ মুক্তি আন্দোলনৰ অগ্ৰগতিত বাধা দিয়া এজন কুৎসিত প্ৰকৃতিৰ লোক হিচাপে আৰু সাম্ৰাজ্যবাদৰ এজন বিশ্বস্ত গোলাম হিচাপে সাম্ৰাজ্যবাদীবিলাকে ইতিমধ্যেই নেহৰুক চিয়াংকাইছেকৰ ঠাইত স্থাপিত কৰিছে।"[২৭]

দুয়োখন দেশৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ পৰিপ্ৰেক্ষিত, ভাৰত আৰু চীনৰ মাজত এক স্থায়ী মৈত্ৰী স্থাপন কৰাৰ কাৰণে জৱাহৰলাল নেহৰুৱে যেতিয়া অহোপুৰুষাৰ্থ কৰিছিল, সেই সময়ত চীনে ভাৰতৰ বিৰুদ্ধে আৰু বিশেষকৈ নেহৰুৰ বিৰুদ্ধে সকলো

সময়তে অত্যন্ত মৈত্ৰীসুলভ ভঙ্গী গ্ৰহণ কৰিছিল। ঠিক এই সময়তেই (ফেব্ৰুৱাৰী, ১৯৫৪), ভাৰতৰ স্পষ্ট বিৰোধিতা সম্পূৰ্ণৰূপে অৱজ্ঞা কৰি সামৰিক সাহায্যৰ কাৰণে পাকিস্তানৰ অনুৰোধ ৰক্ষা কৰিবলৈ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সিদ্ধান্তৰ কথা ৰাষ্ট্ৰপতি আইছেন হাৱাৰে ঘোষণা কৰিছিল। পাকিস্তান-মাৰ্কিনী সামৰিক সহযোগিতাৰ তাৎপৰ্য সম্পৰ্কে সেইসময়তে নেহৰুৰ ভাৰত অত্যন্ত সচেতন আছিল, নেহৰুৱে কাৰ্যতঃ অভিযোগ কৰিছিল যে নিজৰ সামৰিক আৰু ৰাজনৈতিক ব্যৱস্থাৱলীৰ দ্বাৰা পাকিস্তানে ভাৰতক ঘেৰাও কৰিছে, এইবিলাক আচলতে আছিল সাম্ৰাজ্যবাদৰ ৰাজনৈতিক আৰু সামৰিক ব্যৱস্থা। সাম্ৰাজ্যবাদ-বিৰোধী দেশ আৰু জাতিবিলাকে, সৰ্বপ্ৰথমে চীন আৰু ভাৰতে সাম্ৰাজ্যবাদ আৰু ইয়াৰ চক্ৰান্তবিলাকৰ বিৰুদ্ধে যুক্তফ্ৰণ্টৰ কাৰণে নেহৰুৰ নেতৃত্বত ভাৰতে সকলোবিলাক উপায় চেষ্টা কৰিছিল। কিন্তু চীনৰ আচৰণ আছিল পৃথক।

তিব্বতৰ সম্পূৰ্ণ দখলৰ পিছত ই কি কৰিবলৈ বিচাৰে সেইটো চীনে স্পষ্ট কৰি দিছিল। চীনে স্পষ্ট ইঙ্গিত দিছিল যে লাডাখ, নেপাল, ছিকিম আৰু ভুটান "মুক্ত" কৰাৰদ্বাৰা ই তিব্বতৰ দখলৰ পৰৱৰ্তী কাম কৰিব। এইবিলাক বৰ্ণনা কৰা হৈছিল "চাৰিটা দাঁত, যাৰ সহায়ত চীনাসকলে দক্ষিণ ফালৰ দাগৰলৈ তেওঁলোকৰ পথ মুকলি কৰিব।" চীনাসকলে ছিকিম, ভুটান, লাডাখ আৰু নেফা যে "ভাৰতীয় সাম্ৰাজ্যবাদী-বিলাকে" অন্যায়ভাৱে দখল কৰি ৰাখিছে তাক বাৰে বাৰে কৈছিল। আৰু কৈছিল তীব্বত হ'চীনৰ হাতত তলুৱা আৰু ভুটান, নেফা, ছিকিম, নেপাল আৰু লাডাখ হ'ল ইয়াত আঙুলি, তলুৱাখন এতিয়া চীনৰ হাতলৈ আহিল আৰু আঙুলিবিলাকো ইয়াৰ লগতেই আহিবই লাগিব।[২৮]

তাৰ পিছত আৰম্ভ হৈছিল ভাৰতৰ বিৰুদ্ধে চীনৰ মানচিত্ৰ সম্পৰ্কীয় আক্ৰমণ, ভাৰতীৰ ভূখণ্ডৰ বিৰাট অঞ্চল চীনে নিজৰ বুলি দাবী কৰিছিল। পিছত অস্ত্ৰশক্তিৰ সহায়ত সেই দাবী প্ৰতিষ্ঠা কৰাৰ কাৰণে ভাৰতৰ বিৰুদ্ধে চীনে প্ৰকৃত আক্ৰমণ কৰিছিল। আজিলৈকে ভাৰতীয় ভূখণ্ডৰ বিৰাট অঞ্চল চীনৰ দখলত আছে আৰু ভাৰতৰ সমগ্ৰ উত্তৰ-পূব খণ্ডত চীনৰ কাৰ্যকলাপ ভাৰতৰ কাৰণে উদ্বিগ্ন আৰু চিন্তাৰ এক স্থায়ী উৎস হৈ আছে।

সমগ্ৰ সমস্যাটো ইয়াৰ সামগ্ৰিক ৰূপত হ'ল ভাৰতৰ সমগ্ৰ উত্তৰ-পূব খণ্ড আৰু হিমালয় পৰ্বতমালাৰ নামনিত থকা চুবুৰীয়া পাহাৰী ৰাষ্ট্ৰ কেইখনৰো সম্পৰ্কত বৃটিছ উপনিবেশকাৰীসকলে অনুসৰণ চতুৰ আৰু বিপদজনক নীতিৰেই অৱশিষ্ট ফল। বৃটিছক আঁতৰি যাবলৈ বাধ্য কৰা হ'ল, কিন্তু তেওঁলোকে সিঁচি থৈ যোৱা বিষাক্ত বীজবিলাক চৌপাশৰ সকলো দূষিত আৰু ধ্বংস কৰিবলৈ বিহ গছত পৰিণত হৈছে।

# টীকা আৰু প্ৰসঙ্গ

1 The Telegraph, Calcutta, 13 Nov 1984

2 L/PS/7/117, No 101B, Encloser 3 in 189, India to Bengal, 3 June, 1899 As quoted by Premen Addy, in Tibet on the Imperial chessboard

3 Papers Relating to Tibet Encloser No 4 in No 14 H J S Cotton, 22 July, 1895 As quoted by Premen Addy in his book

4 H E Richardson Tibet and Its history London 1962, p, 47

5 ibid p 70 71

6 D P Choudhury North-East Frontier of India, Calcutta, 1978 p, 101-102

7 Times Literary Supplement, 20 Sept 1928

8 G N Curzon Problems of the Far East London, 1894, p 421

9 Hamilton Papers, D 510/8 Curzon to Hamilton 10 July, 1901 As quoted by Premen Addy in Tibet on the Imperial Chessboard, Calcutta, 1984, p 8

10 P Fleming Bayonets to Lhasa, London, 1961, p 162

11, Quoted in Fleming p. 235

12 A Lamb Britain and chinese Central Asia London, 1960 p 331

13 C Bell Tibet Past and Present, Oxford, 19_4, p 88, 98

14 India Office Memo B180 As quoted by D P Choudhury in North-East Frontier of India Calcutta, 1978 p 83

15 Military Report in Assam in Bell to India Foreign Dept North East Frontier of India p 87,

16, Quoted in India to Secy of state, 22 Dec 1910 As quoted in North-East Frontier of India p 83

17, Hirtzel to Ribebic 12 January 1911 As quoted in North-East Frontier of India p 89

18 ibid p 90

19 ibid p 90

20 ibid, p 00

21, Sir Jadu Nath Sarkar Assam and the Ahoms in 1960 A D

22 Abor Blue Book No 19

23 J W Spain The Pathan Borderland, p 119

24 Charles Bell Tibet-Parst and Present, p, 154-156

25 D P Choudhury Noth-East Fronter in India p 145-150

26 As quoted by P C Chakravorty in India-China relations, Calcutta, 1961, p 48

27, World Culture, Shanghai, 16 Sept 1949

28 Such comments were repeatedly published in various Chinese news papers and periadicals of that time We shall see from the later events in the North-East the fame attitude of China

পঞ্চম অধ্যায়

# স্বাধীনতাৰ প্ৰাক্-কালত

আমি আগতেই দেখিবলৈ পাইছোঁ যে ভাৰতৰ উত্তৰ-পূব খণ্ডত থকা অঞ্চলবিলাক বুৰঞ্জীগতভাৱে স্বাভাৱিক আৰু নিৰ্দিষ্ট সত্তা লৈ বিকশিত হৈ আছিল আৰু বৃটিছ উপনিবেশকাৰীবিলাকৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক আক্ৰমণৰ কাৰণেই এই স্বাভাৱিক বিকাশৰ প্ৰক্ৰিয়াটো বাধাগ্ৰস্ত হৈছিল। আমি জানো, খৃষ্টাব্দ গণনা আৰম্ভ হোৱাৰ প্ৰথম শতিকাবোৰত মৈতেই (মণিপুৰী), কছাৰী, গাৰো, খাচীয়া, কোচ, ত্ৰিপুৰী ইত্যাদি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যবোৰ ভৈয়াম আৰু পাহাৰ সীমান্তত কাৰ্যকৰ শাসক হিচাপে ওলাই আহিছিল। পাহাৰৰ ওপৰত আৰু ভৈয়ামতকৈ ওখ পাহাৰী সমতল অথবা ঠেঙুলিত গ্ৰীক চহৰ-ৰাজ্যবোৰৰ দৰে নগাসকলৰ নিজ গ্ৰাম্য-ৰাজ্য আছিল। নগা-গ্ৰাম্য ৰাজ্য বিস্তাৰিত হোৱাৰ সম্ভাৱনা অন্যান্য ক্ষুদ্ৰৰাজ্যবোৰৰ নাছিল। বুৰঞ্জীৰ (ঘটনাৱলী বিবৰণ) মতে, ১২২৮ খৃষ্টাব্দত, এটা চান জনজাতি, আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকা আক্ৰমণ কৰিছিল আৰু তেওঁলোকৰ ৰাজ্যৰ পৰৱৰ্তী উত্থানে অন্যান্য শাসকসকলৰ লগত এক সুদূৰ-প্ৰসাৰী সম্পৰ্ক গঢ়ি তুলিছিল আৰু নগাসকলৰ লগত এই সম্পৰ্ক চিহ্নিত হৈছিল সময়ে সময়ে শত্ৰুতা আৰু সময়ে সময়ে মিত্ৰতাৰদ্বাৰা।[১]

তাৰ পিছত ধৰ্মই এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। এহাতে বহু অঞ্চলক খৃষ্টিয়ান ধৰ্মলৈ ধৰ্মান্তৰিত কৰা হৈছিল, আনহাতে কিছুমান প্ৰকৃতি পূজক হৈয়ে আছিল। আহোম আৰু মৈতেইসকলৰদ্বাৰা হিন্দুধৰ্ম গ্ৰহণে পৃথক ঐতিহাসিক পথ লৈছিল।

বহু সময়ত এনে ঘটনাও ঘটিছিল যেতিয়া উত্তৰৰপৰা আহোমসকলে আৰু সমতলৰ দক্ষিণৰপৰা মৈতেইসকলে পাহাৰৰ ঘেৰ আৰু বেৰা পাৰ হৈ নগা-গ্ৰাম্য-ৰাজ সহ অন্যান্য অঞ্চলবোৰ আক্ৰমণ কৰিছিল, সেইবিলাকক জয় কৰিছিল, সিবিলাকৰ পৰা কৰ দাবী কৰিছিল আৰু পাহাৰ, পৰ্বত আৰু গাঁওবিলাকক যিটোকে সুবিধা যেন লাগে তেনে নামকে দিছিল, এনে স্বেচ্ছাচাৰী নামাকৰণ আনকি মানুহৰ ক্ষেত্ৰতো কৰা হৈছিল। অৱশ্যে এনেবিলাক আক্ৰমণ আছিল অত্যন্ত চমু, ইয়াৰ ফলত

কোনো স্থায়ী দখল আৰু কাৰ্যকৰীভাৱে তেওঁলোকৰ কৰ্তৃত্ব প্ৰতিষ্ঠা নহৈছিল। এইবিলাক আছিল আভ্যন্তৰীণ বিবাদ আৰু কাষৰীয়া অঞ্চলবিলাকৰপৰা বাহিৰৰ আক্ৰমণৰ কাৰণ। তাৰ পিছত ১৮২৬ চনত অসম আৰু মণিপুৰ বৃটিছৰ হাতত পৰিছিল আৰু তেতিয়াৰপৰা উত্তৰ পূৰত এই বিবাদবোৰে পৃথক চৰিত্ৰ গ্ৰহণ কৰিছিল: বিবাদবোৰ কিছু পৰিমাণে তেওঁলোকৰ ওপৰত জাপি দিয়া হৈছিল।

নগা, লুছাই, কুকী, আবৰ, মিছিমি আদি জনজাতিসকলক বৃটিছে বঙালী, অসমীয়া, কছাৰী, মিকিৰ, মণিপুৰী আৰু অন্যান্য জনসাধাৰণৰ বিৰুদ্ধে উচতাই দিছিল। বিবাদবিলাকক পাহাৰ আৰু ভৈয়ামবাসীসকলৰ যুঁজ হিচাপে ৰূপ দিছিল। আৰু তাৰ পিছত সেই একে বৃটিছেই এনে এক ভাও জুৰিছিল যেন তেওঁলোকে ভৈয়ামৰ বাইজক পাহাৰী জনজাতিৰ পৰা ৰক্ষা কৰিছিল। নগাসকলে প্ৰতিৰোধ দি আছিল, কিন্তু অৱশেষত, হুমকি আৰু প্ৰলোভনৰ আহিলাৰ সৈতে, ভাবুকি আৰু বলপ্ৰয়োগৰদ্বাৰা, বৃটিছে নগাসকলক জয় কৰিছিল, ইয়াৰো কাৰণ আছিল তেওঁলোকৰ অনৈক্য।

বৃটিছে পাহাৰী জনজাতিসকলক এটা এটাকৈ দমন কৰিছিল আৰু জনজাতিসকলৰ স্বাধীনতাৰ কাৰণে যুঁজৰ প্ৰত্যুত্তৰত বৃটিছে তেওঁলোকৰ সমস্ত আশা-আকাঙ্ক্ষা নিৰ্মমভাৱে মৰিমূৰ কৰিছিল। এই প্ৰক্ৰিয়াত বৃটিছে প্ৰতিটো জনজাতিক বাদী প্ৰতিবাদী দল হিচাপে ভাগ ভাগ কৰি পেলাইছিল। এনেভাৱে নগাসকলকো বিভক্ত কৰি অসম, মণিপুৰ আৰু বাৰ্মাত সিঁচৰতি কৰি দিছিল, লুছাইসকলক (মিজো) মণিপুৰ, বাৰ্মা, চট্টগ্ৰাম আৰু ত্ৰিপুৰাত ভাগ ভাগ কৰি ৰাখিছিল, মণিপুৰীসকলক মণিপুৰ আৰু বাৰ্মাত ৰাখিছিল, ঠিক সেইদৰে খাচীয়া গাৰো, নেফাৰ (অৰুণাচল প্ৰদেশ) আৰু আনকি অসমৰ জনজাতিসকলকো বিভক্ত কৰি বেলেগ বেলেগ ঠাইত বহুৱাইছিলগৈ। জনজাতি অঞ্চলত বৃটিছে শাসন চলাইছিল এহাতত এটা বন্দুক আৰু ইপন হাতত এটা ক্ৰছ লৈ।

তাৰ পিছত আহিছিল এনে এছোৱা কাল, যেতিয়া কোনো জনজাতিয়ে বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহৰ কোনো ঘটনা ঘটালে, সেই বিদ্ৰোহ দমন কৰিবলৈ সিয়ান বৃটিছে আন এক জনজাতিক তেওঁলোকৰ বিৰুদ্ধে লগাই দিছিল। এনেকৈয়ে বৃটিছে জনজাতিসকলৰ পৰস্পৰৰ মাজত আৰু জনজাতি আৰু ভৈয়ামৰ জনসাধাৰণৰ মাজত নতুন ধৰণৰ বৈৰিতা সৃষ্টি কৰিছিল। মৌলিক ভাৱধাৰাটো আছিল এই যে ঔপনিবেশিক শাসকসকলৰ বিৰুদ্ধে এক সংযুক্ত মোৰ্চা গঠন কৰিবলৈ ভাৰতৰ উত্তৰ-পূৰ খণ্ডৰ জনগণক কেতিয়াও সুবিধা দিব নালাগিব।

উপনিবেশকাৰীবিলাকৰ প্ৰতি কিছুমান জনজাতীয় লোকৰ দৃষ্টিভঙ্গীৰ কিছু

মৌলিক পৰিবৰ্তন ঘটাটো আছিল ইতিহাসৰ এক অদ্ভুত সাঁথৰ। এনেভাৱে দেখা গৈছিল যে ছাইমন কমিছনৰ ভ্ৰমণ কালত, জনজাতিসকলৰ কিছুমানে, বিশেষকৈ নগা আৰু খাচীয়াসকলে উপনিবেশবাদীবিলাকৰ বিৰুদ্ধে এক সাধাৰণ ভাৰতীয় সংযুক্ত মোৰ্চাতকৈ বৃটিছ শাসনহে পছন্দ কৰিছিল। পাহাৰী জনজাতিবিলাকে এই কথা চৰকাৰক স্পষ্ট কৰি দিছিল যে ভৈয়ামৰ জনসাধাৰণৰ ( অসমীয়া, মণিপুৰী অথবা বাৰ্মী ) লগত থাকিবলৈ তেওঁলোক কেতিয়াও মান্তি নহয়, এইসকল লোক তেওঁলোকৰ প্ৰতি অবন্ধুসুলভ। তেওঁলোকে এই কথা উপলব্ধি কৰা নাছিল যে এই অবন্ধুত্বৰ মনোভাৱ আছিল একে বৃটিছ উপনিবেশকাৰীবিলাকৰেই সৃষ্টি।

তেওঁলোকে ১৯৩০ চনৰ পিছত শিক্ষা লাভ কৰাটো উচিত আছিল। সেই সময়ত দক্ষিণ-পশ্চিমৰ নগা জনজাতিয়ে জেলিয়াং জনজাতিৰ জাদোনাঙৰ নেতৃত্বত বৃটিছ চৰকাৰৰ বিৰুদ্ধে এক সশস্ত্ৰ বিদ্ৰোহ সংগঠিত কৰিছিল। পিছত ৰাণী গাইদিন্‌লু নামৰ এগৰাকী গাভৰুৱে এই নেতৃত্ব বহন কৰিছিল। প্ৰথম জনক ফাঁচী কাঠত তোলা হ'ল, পিছত এই গাভৰু গৰাকীক বন্দী কৰি ৩০ বছৰৰ কাৰণে বন্দী জীৱনৰ শাস্তি দিয়া হ'ল।

ৰাণী গাইদিনলুৰ নেতৃত্বত জেলিয়াং জনজাতিৰ এই বিদ্ৰোহক ভাৰতীয় জাতীয় কংগ্ৰেছৰ সেই সময়ৰ সভাপতি পণ্ডিত জৱহৰলাল নেহৰুৱে কেনেকৈ চৰিত্ৰায়ণ কৰিছিল সেই কথা স্মৰণ কৰা উচিত। ১৯৩৭ চনৰ ডিচেম্বৰ মাহত যেতিয়া পণ্ডিত নেহৰু শ্ৰীহট্টত ( এতিয়া বাংলা দেশত ) আছিল, তেওঁ লিখিছিল :

"শ্ৰীহট্টতো দাঁতি-কাষৰৰ পাহাৰবিলাকৰপৰা বহু নগালোকে সম্ভাষণ আৰু উপহাৰৰ সৈতে মোক দেখা কৰিছিল। তেওঁলোক আৰু অন্যান্যসকলৰপৰা মই এটা কাহিনী শুনিছিলো, যিটো ভাৰতে জনা আৰু মূল্য দিয়া উচিত। এইটো আছিল নগা পাহাৰৰ কাবুই ফৈদৰ তেওঁলোকৰ জনজাতিৰ এগৰাকী গাভৰুৰ কাহিনী। তেওঁৰ জন্ম হৈছিল পুৰোহিত শ্ৰেণীত আৰু এটা মিছন স্কুলত কিছু শিক্ষা লাভ কৰাৰ তেওঁ-লোকৰ বাইজৰ পক্ষে অনন্য সুযোগ তেওঁ লাভ কৰিছিল, এই স্কুলত তেওঁ নৱম অথবা দশম শ্ৰেণীলৈকে পঢ়িছিল। তেওঁৰ নাম আছিল গাইদিন্‌লু আৰু ছবছৰৰ আগত যেতিয়া ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে আইন অমান্য আন্দোলনে তোলপাৰ লগাইছিল, সেই সময়ত তেওঁৰ বয়স আছিল উনৈশ বছৰমান। গান্ধী আৰু কংগ্ৰেছৰ বাতৰি তেওঁ তেওঁৰ পাহাৰী পজাতে পাইছিল আৰু ই তেওঁৰ অন্তৰত প্ৰতিধ্বনি তুলিছিল। তেওঁ তেওঁৰ জনগণৰ মুক্তিৰ আৰু তেওঁলোকে ভুগিব লগা হোৱা নৈৰাশ্য-জনক বাধা-নিষেধৰ অৱসানৰ সপোন দেখিছিল। তেওঁ স্বাধীনতাৰ পতাকা তুলি ধৰিছিল আৰু ইয়াৰ চৌপাশে সমবেত হবলৈ জনসাধাৰণৰ প্ৰতি আহ্বান জনাইছিল।

হয়তো তেওঁ ভাবিছিল, বৰং অপৈনতভাবে, যে বৃটিছ সাম্ৰাজ্য শ্ৰীহীন হৈ আহিছে। কিন্তু এতিয়াও কাৰ্যকৰীভাৱে আৰু আক্ৰমণাত্মকভাৱে কাম চলাই থকা সাম্ৰাজ্যই তেওঁ আৰু তেওঁৰ জনগণৰ ওপৰত প্ৰতিশোধ গ্ৰহণ কৰিছিল। বহু গাঁও জ্বলাই দিয়া হৈছিল আৰু ধ্বংস কৰা হৈছিল আৰু এই বীৰঙ্গনাক আবদ্ধ কৰি আজীৱন কাৰাদণ্ড দিয়া হৈছিল। তেওঁ এতিয়া অসমৰ কোনোবা জেলত আবদ্ধ হৈ আছে আৰু অন্ধকাৰ নিজান কুঠৰীত তেওঁৰ উজ্জ্বল যৌৱনৰ মাদকতা নিঃশেষ কৰিছে। ছটাকৈ বছৰ তেওঁ তাত আছে। কি যান্ত্ৰণা আৰু মনোবল দমন তেওঁৰ ওপৰত চলোৱা হৈছে, যি গৰাকীয়ে তেওঁৰ যৌৱনৰ শীৰ্ষকালত এক সাম্ৰাজ্যক প্ৰত্যাহ্বান জনাবলৈ সাহস কৰিছিল। পাহাৰীয়া দেশৰ হাবিতলীয়া বাটেদি তেওঁ আৰু ভ্ৰমি ফুৰিব নোৱাৰে অথবা পাহাৰৰ সজীৱ মলয় বতাহত গান গাব নোৱাৰে। এই তুৰন্ত গাভৰু গৰাকীয়ে মাত্ৰ কেইগজমানৰ অন্ধকাৰ কুঠৰীত, হয়তো দিনৰ ছোৱাত অলপ আহল-বহল আবদ্ধ হৈ অকলশৰে অৱহেলা আৰু বন্দী অৱস্থাত জীৱন পাত কৰিছে। পাহাৰৰ এই সাহসী সন্তান গৰাকীৰ বিষয়ে ভাৰতে আনকি একো নাজানে। আৰু এনে এটা দিন আহিব, যিদিনা ভাৰতেও তেওঁক স্মৰণ কৰিব। তেওঁক আনন্দেৰে সাৱটি লব আৰু বন্দী কুঠৰীৰপৰা তেওঁক উলিয়াই আনিব।"

তাৰ পিছৰ্ত তেওঁৰ সমুজ্জ্বল ভাষাত নেহৰুৱে লিখিছিল: "অন্ধকাৰ নামি আহিছে আৰু মোৰ ভ্ৰমণৰো নিৰ্দিষ্ট কাৰ্যসূচী শেষ হৈ আহিছে। সন্ধিয়া আমি হবিগঞ্জ পালোঁহি আৰু তাত সভা কৰাৰ পিছত ৰেল ধৰাৰ কাৰণে লৰালৰিকৈ ষ্টেচনলৈ গলোঁ। দিগন্তত বধিত জোনটো ওলমি আছে, ইয়াৰ ৰূপালী উজ্জ্বলতা এতিয়া আৰু নাই। ইয়াক গোমোঠা আৰু হাল্ধীয়া দেখা গৈছে। মোৰ মনত পৰিছিলহি বিগত বাৰ দিনৰ ঘটনাবোৰ, থৰতকীয়া চলাচল আৰু জনতা আৰু উদ্দীপনাৰ সৈতে আৰু এই সকলোবোৰ লাগিছিল পাৰ হৈ যোৱা এটা সপোনৰ দৰে। আৰু মোৰ মনলৈ আহিছিল বন্দী কুঠৰীত বহি থকা ৰাণী গাইদিনলুৰ কথা। তেওঁ এতিয়া কি চিন্তা কৰিব লাগিছে, কি অনুশোচনা, কি সপোন দেখিছে?"[২]

ৰাণী গাইদিনলুৰ সম্পৰ্কে জনাৰ উৎকণ্ঠাৰে পিছত পণ্ডিত নেহৰু সেই সময়ৰ অসমৰ ৰাজধানী ছিলঙলৈ গৈছিল। আৰু ছিলং কাৰাগাৰত তেওঁক সাক্ষাত কৰিছিল। তেওঁলোকৰ আন্তৰিক আৰু আবেগিক সাক্ষাতত, তেওঁৰ কাহিনী শুনি নেহৰু বৰ মুগ্ধ হৈছিল। তাৰ পিছত তেওঁক প্ৰথমবাৰৰ কাৰণে নগাসকলৰ "ৰাণী" বুলি সম্বোধন কৰিছিল।[৩]

সেই কালছোৱাত অন্যান্য জনজাতিৰ বিদ্ৰোহৰ ক্ষেত্ৰত কৰাৰ দৰে জেলিয়াং জনজাতিৰ বিদ্ৰোহকো নিষ্ঠুৰভাৱে দমন কৰা হৈছিল।

পাহাৰী জনজাতি আৰু ভৈয়ামৰ জনগণৰ মাজত থকা জাতিগত আৰু সাংস্কৃতিক পাৰ্থক্যৰ সুযোগ বৃটিছ চৰকাৰে বিশেষ সতৰ্কতাৰে গ্ৰহণ কৰিছিল। একে সময়তে তেওঁলোকে এই তত্ত্ব তুলি ধৰিছিল যে পাহাৰী জনজাতিসকলৰ আত্ম-শাসনৰ কাৰণে প্ৰয়োজনীয় অৰ্হতা নাছিল। সেই কাৰণে জনজাতীয় অঞ্চলবিলাকক ভাৰতৰ "বহিৰ্ভূত অঞ্চল" হিচাপে চিহ্নিত কৰা হৈছিল আৰু এই অঞ্চলবিলাক শাসন কৰা হৈছিল ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইন অনুসৰি গভৰ্ণৰৰ বিশেষ ক্ষমতাৰদ্বাৰা।

১৯৩৫ চনৰ আইনখনৰ পটভূমি ইয়াত বিচাৰ কৰি চোৱাটো অপ্ৰাসঙ্গিক নহব। প্ৰকৃতপক্ষে, ভাৰতবৰ্ষৰ পৰা বৃটেনৰ চূড়ান্ত প্ৰত্যাহাৰৰ কেবা দশকো আগতে। প্ৰত্যক্ষ বিদেশী শাসনৰপৰা মুক্ত এক ভাৰতৰ কাৰণে কোনো এক ধৰণৰ আঁচনি প্ৰস্তুত কৰাটো উচিত হব বুলি ভালে সংখ্যক বৃটিছ ৰাজনীতিজ্ঞই চিন্তা কৰিছিল। তেওঁ-লোকৰ সপোনৰ ভাৰত আছিল এনে এখন ভাৰত, যিখন কাৰ্যতঃ সাম্ৰাজ্যবাদৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিব। ভাৰতৰ বিষয়ে এনে 'তত্ত্ব' প্ৰথমে তুলি ধৰিছিল একটনে ভাৰত এক 'বহুজাতিক' দেশৰ বিষয়ে তেওঁৰ প্ৰখ্যাত ৰচনাত। এই প্ৰস্তাৱৰ পিছত ভাৱধাৰাটো আছিল যে "এইকথা কব নোৱাৰি যে এটা জাতি এখন স্বাধীন ৰাষ্ট্ৰত মূৰ্ত হবই লাগিব, নহলে ই তাৰ জাতিত্ব লাভ কৰিব নোৱাৰে।"

ভাৰতৰ ভৱিষ্যত সম্পৰ্কত পিছৰ জন বৃটিছ তত্ত্ববিদ আছিল জন ব্ৰাইট। তেওঁ তত্ত্ব প্ৰকাশ কৰিছিল যে ভাৰতত "প্ৰদেশবিলাকৰ জাতি-উপজাতিবোৰক ( শব্দটো লক্ষ্য কৰিব ) পৃথক পৃথক ৰাষ্ট্ৰৰ সন্তান হিচাপে নিজক বিবেচনা কৰিবলৈ উৎসাহিত কৰিব লাগিব। ( এইক্ষেত্ৰত ৰাষ্ট্ৰ শব্দটোৰ অৰ্থ প্ৰকৃততে জাতি ৰাষ্ট্ৰ, আজিৰ ভাৰতৰ বিহাৰ বা উৰিষ্যাৰ নিচিনা ৰাজ্য নহয় )। ব্ৰাইটে ব্যাখ্যা কৰি কৈছিল : "এইদৰে যদি কোনো সময় আহে আৰু আহিবও, যেতিয়া কোনো এক কাৰণত ইংলণ্ডৰ ক্ষমতা যদি ভাৰতবৰ্ষৰ পৰা আঁতৰাই নিয়া হয়, তেতিয়া এই ৰাষ্ট্ৰবিলাকৰ প্ৰতিখনেই এক অখণ্ড, স্ব-শাসিত গোষ্ঠী হিচাপে নিজে তিষ্ঠি থাকিবলৈ সমৰ্থ হব। ইউৰোপত পাঁচ বা ছখন বৃহৎ ৰাষ্ট্ৰ থকাৰ দৰে ইয়াতো পাঁচ বা ছখন বৃহৎ ৰাষ্ট্ৰ থাকিব, ইয়াৰপৰা আমি এতিয়াই আঁতৰি আহিব লগা হোৱাতকৈ সেইটো হাজাৰ গুণ ভাল হব, যেতিয়া সেই কুৰিটা জাতিৰ ( গুৰুত্ব যোগ হৈছে ) মাজত কোনো মিল নাই আৰু যেতিয়া আমি খুব সম্ভৱ গোটেই দেশখনকে দেখিবলৈ পাম বিভ্ৰান্তি আৰু অৰাজকতাত পতিত হোৱা, ৰক্তাক্ত আৰু অন্তহীন যুদ্ধ-বিগ্ৰহৰ ক্ষেত্ৰ হিচাপে।"

ঔপনিবেশিক শাসকসকলে প্ৰকৃততে এই তত্ত্ববিলাকৰ ভিত্তিত কাম কৰিছিল। ইয়াৰ প্ৰকাশ পাইছিল ১৯৩৫ চনৰ আইনত। ই তথাকথিত 'প্ৰাদেশিক স্বায়ত্ত শাসনৰ' ওপৰত সৰ্বোচ্চ গুৰুত্ব দিছিল। পিছলৈ উভতি চালে আমি দেখিবলৈ পাওঁ

যে ১৯৩৫ চনৰ আইন কাৰ্যকৰী কৰাৰ ফলস্বৰূপে প্ৰাদেশিক দেশপ্ৰেম শক্তিশালী হৈছিল আৰু ভাৰতীয় জাতিয়ত্বৰ চেতনা সাধাৰণভাৱে নিস্তেজ হৈ পৰিছিল।

ই তুলি ধৰা বিপদ পণ্ডিত জৱহৰলাল নেহৰুৱে উপলব্ধি কৰিছিল। তেওঁ কৈছিল যে ঔপনিবেশিক শাসকবিলাকে উৎসাহিত কৰা এই ধাৰাটোৰ কাৰণে "প্ৰথম প্ৰশ্নটো পশ্চাৎভূমিত ডুব যাব, স্বয়ং স্বাধীনতাই নিষ্প্ৰভ হৈ যাব আৰু সংকীৰ্ণতম প্ৰাদেশিকতাবাদে ইয়াৰ কুৎসিৎ মূৰ দাঙি উঠিব।"

ভাৰতত পিছৰ ঘটনাৱলীয়ে দেখুৱায়, পণ্ডিত নেহৰুৱে উচ্চাৰণ কৰা সতৰ্কবাণী কিমান সঠিক আছিল। আৰু আনহাতে, সিবিলাকৰ ক্ষতিকাৰক তত্ত্বৰপৰা সমৰ্থন পাই উৎসাহিত হৈ, প্ৰাদেশিকতাবাদৰ ঔপনিবেশিক আদৰ্শবিদসকলে পৰৱৰ্তী পদক্ষেপ গ্ৰহণ কৰিছিল—দেশখন বিভাজন আৰু ইয়াক অধিক ভাগ ভাগ কৰাৰ ফাললৈ। তেওঁলোকৰ অন্যতম আদৰ্শবিদ স্যাৰ কুপলেণ্ডৰ ভাষাত কোৱাৰ দৰে বৃটিছে উপলব্ধি কৰিছিল। তেওঁ কৈছিল "ঐক্যৰ ( ভাৰতত ) গাঁথনি এবাৰ ভাঙি গলে, ভেদাভেদৰ প্ৰক্ৰিয়াটো এবাৰ আৰম্ভ হলে, হিন্দু ভাৰতৰপৰা এক মুছলীম ৰাষ্ট্ৰ বা একাধিক ৰাষ্ট্ৰ পৃথক কৰাতেই ই বন্ধ হৈ যোৱাৰ সম্ভাৱনা নাই।" আৰু "বিভাজনৰ লগত জড়িত হব হিন্দু ভাৰতৰো খণ্ড বিখণ্ডতা।"

আঞ্চলিকতাবাদৰ তত্ত্ব প্ৰচাৰ কৰা আৰু ভাৰতৰ এক আঞ্চলিক বিভাজনৰ কাৰণে যুক্তি দিয়াৰ বিশেষজ্ঞৰ কামটো বৃটিছে কুপলেণ্ডৰ যোগেদি বৰ দক্ষতাৰে কৰাইছিল। যুক্তিদিয়া হৈছিল যে দেশখনৰ আঞ্চলিক বিভাজন কৰা হব নদী উপত্যকাৰ ভিত্তিত, কাৰণ এনে বিভাজন "অৰ্থ নৈতিক, প্ৰয়োজনীয়তাৰ লগত সঙ্গতিপূৰ্ণ"। সেই কাৰণে পৰামৰ্শ দিয়া হৈছিল ভাৰতক চাৰিটা প্ৰধান খণ্ডত ভাগ কৰিব লাগে—সিন্ধু, গঙ্গা, বদ্বীপ আৰু দক্ষিণাত্য। সিন্ধু উপত্যকা আৰু বদ্বীপ খণ্ডক ধৰা হৈছিল পাকিস্তানৰ দুটা অংশ বুলি, গঙ্গা উপত্যকা আৰু দক্ষিণাত্যক ধৰা হৈছিল হিন্দু ভাৰত বুলি। আৰু ঈশ্বৰৰ ইচ্ছাহলে! কোনোবা এদিন দক্ষিণাত্যকো "হিন্দু" ভাৰতৰপৰা ফাটি আহিবলৈ অনুপ্ৰাণিত কৰিব পৰা যাব। কুপলেণ্ডৰ পৰিকল্পনাত কাশ্মীৰ আৰু পঞ্জাব, উভয়কেই পাকিস্তানৰ এটা ভাগৰ অন্তৰ্ভুক্ত কৰাৰ কথা ধৰা হৈছিল। বদ্বীপ খণ্ডত অসম, বঙ্গদেশৰ সৰহ অংশ আৰু ছিকিম অন্তৰ্ভুক্ত হব। সাধাৰণতে উত্তৰ-পূব হিচাপে জনাজাত অসমৰ পাহাৰী অঞ্চলবিলাকৰ কাৰণে কুপলেণ্ডৰ এটা বিশেষ প্ৰস্তাৱ আছিল। তেওঁ কৈছিল যে যেহেতু এই অঞ্চলবিলাক ভাৰত অথবা বাৰ্মা কাৰো অন্তৰ্ভুক্ত নহয়, বৃটিছ ৰাজৰ প্ৰত্যক্ষ এলেকাধীনত এটা স্বতন্ত্ৰ ৰাজনৈতিক গোটহিচাপে সেইবিলাকক একত্ৰ কৰিব লাগে। পিছত এইটোৰ নাম দিয়া হৈছিল "ক্ৰাউন কলনী।"[8]

সমগ্ৰভাৱে ভাৰতৰ বৰ্তমান পৰিস্থিতিৰ প্ৰতি ভালকৈ দৃষ্টি দিলে। এই কথা উপলব্ধি নোহোৱাকৈ নাথাকে যে আজিৰ ভাৰতবৰ্ষত ঘটনাবিলাকে যেনে ধৰণে ৰূপ লৈছে, সেইটো ৰূপলেও ভৱিষ্যত ভাৰতৰ কাৰণে তেওঁৰ আঁচনিত কল্পনা কৰা আৰু ইঙ্গিত দিয়া ধৰণৰ লৈতে হুবহু মিলি যায়। সাম্রাজ্যবাদৰ ইচ্ছাৰ বিপৰীতে পঞ্জাব আৰু কাশ্মীৰে ভাৰতত যোগ দিছিল। কিন্তু এতিয়া বাস্তৱ অৱস্থাক বাহিৰ কৰাৰ কাৰণে সকলো প্ৰচেষ্টা চলাই থকা হৈছে। দক্ষিণাত্যত আঞ্চলিকতাবাদে চৰম ৰূপত বিৰাজ কৰিব লাগিছে। বাংলাদেশৰ মুক্তিৰ পিছতো, বৃটিছে পৰিকল্পনা কৰাৰ দৰে কাৰ্যতঃ পাকিস্তানৰ দুটা ভাগেই আছে। বাংলা দেশত পশ্চিম বঙ্গ, অসম আৰু ত্ৰিপুৰাৰ কিছু কিছু অংশ বাংলাদেশৰ অন্তৰ্ভুক্ত কৰিবলৈ সক্রিয় প্ৰচেষ্টা চলোৱা হৈছে, ছিকিমক আকৌ ভাৰতৰপৰা বাহিৰ কৰি নিয়াৰ চেষ্টা চলিছে। আৰু সমগ্ৰ উত্তৰ পূবত বিচ্ছিন্নতাবাদৰ ভাৱধাৰা আৰু প্ৰচেষ্টা এতিয়া তিনি দশকৰো অধিক কাল ধৰি চলি আছে।

তদুপৰি, বৃটিছে আগতে ইমান যতনে প্ৰস্তুত কৰা তাচৰ তুৰুপ "চীনা তাচ" সমগ্ৰ উত্তৰ পূব খণ্ডত এতিয়া উল্লেখনীয়ভাৱে খেলা হৈছে।

উত্তৰ পূবলৈ সূক্ষ্মভাৱে চাওক।

নগা আন্দোলনৰ নেতা আঙ্গামী জাফু ফিজোৱে ভাৰতৰ সেই সময়ৰ গভৰ্ণৰ জেনেৰেল ছি ৰাজাগোপালাচাৰীলৈ ১৯৪৮ চনৰ নৱেম্বৰ মাহত এখন চিঠি লিখিছিল। উত্তৰ পূব সম্পৰ্কত বৃটিছ পৰিকল্পনাৰ কিছু ধাৰণা এই চিঠিত ফিজোৱে ব্যক্ত কৰিছিল। তেওঁ কৈছিল, বৃটিছে উত্তৰ পূব এজেঞ্চী নামেৰে এখন উপনিবেশ পাতিবলৈ বিচাৰিছিল। প্ৰতিবাদ হওকেই বা নহওক, উপনিবেশ পাতিবলৈ একলাখ বৰ্গমাইল অথবা ততোধিক অঞ্চল সহজেই লব পাৰিলেহেঁতেন। আনকি দুই লাখ বৰ্গমাইল অঞ্চল পোৱাটোও তেওঁলোকৰ কাৰণে কঠিন নাছিল, কাৰণ তাতোকৈ বহু বেছি অঞ্চল অস্থিৰ অৱস্থাত আছিল, ভৈয়ামৰ জনসাধাৰণৰ প্ৰতি তেওঁলোকৰ বৈৰীতাৰৰ কাৰণে, সেই অঞ্চলৰ মানুহবিলাক আছিল বৃটিছ ভক্ত। এই অঞ্চটোৰ দুটা বন্দৰ হব পাৰে, এটা হ'ল কিছু দিনৰ কাৰণে মুক্ত বন্দৰ হিচাপে ছিটাগঙক লৈ মাংদও-বুথিদানজ খণ্ডত, কাৰণ সমুদ্ৰ বন্দৰৰ এটা পথ নোহোৱাকৈ বৃটিছে কোনো ৰাষ্ট্ৰৰ কথা ভাবিব নোৱাৰে। তাৰ পিছত আনটো হ'ল সমুদ্ৰলৈকে মৌলমিন-তাভয় খণ্ড য'ত মন আৰু অন্যান্য পাহাৰী মানুহৰ লৈতে বৃটিছ-পুষ্ট কাৰেণসকলে প্ৰাধান্য বিস্তাৰ কৰি আছে। টেনেছেৰিয়াম ডিভিজনৰ ওপৰলৈ ছান ৰাজ্যবিলাকত ছানসকল আছে, তাৰ পিছত কাৰেণসকলৰ লৈতে চিন আৰু কাচিনসকল বাৰ্মাত অতি ভাল সেনাৰূপে পৰিচিত আৰু তেওঁলোক বৃটিছৰ প্ৰতি বিশ্বস্ত। তেওঁলোকে স্বাধীন

বাৰ্মাৰ ভিতৰত থকাতকৈ বৃটিছ উপনিবেশত থাকিবলৈ বৰং বেছি ভাল পাব। হুকং-মগক উপত্যকাৰ মিটকাইনা খণ্ডৰ ফালে উজনী বাৰ্মাৰ অংশত, তাৰ পিছত মণিপুৰ ৰাজ্যৰ লৈতে কাবুই উপত্যকা সহ নগা ভূখণ্ডৰ মাজেদি অসমৰ ফালে, তাৰ পিছত সমুদ্ৰলৈকে মংদাও-বুথিদানজ খণ্ডৰ চট্টগ্ৰাম পাহাৰৰ তললৈকে লুচাই পাহাৰ। সদিয়াৰ ফালে আৰু উজনীলৈ আছে আবৰ, মিচি, মিছিমি আৰু তিৰাপ সীমান্ত। পাহাৰী জনসাধাৰণৰ সমৰ্থনৰ লৈতে এই সকলো যদি বাস্তৱত ৰূপায়িত কৰা যায়, ইয়াৰ জন্ম দিনৰপৰাই ই কিছু গুৰুত্ব থকা এক ৰাষ্ট্ৰ হব পাৰে, ইয়াৰ আৰম্ভণীৰপৰাই কোনো অভ্যন্তৰীণ অশান্তিৰ বিষয়ে ই চিন্তিত হব নালাগিব, কাৰণ এই খণ্ডৰ মানুহবিলাকৰ পৰস্পৰৰ প্ৰতি এক ভ্ৰাতৃত্বভাব আছে।

এইটো অৱশ্যে সত্য নহয়। কাৰণ এইখণ্ডৰ মানুহবোৰক বৃটিছে পৰস্পৰৰ বিৰুদ্ধে বিভক্ত কৰি ৰাখিছিল আৰু তেওঁলোকৰ মাজত বৈৰীতাৰ বীজ সিঁচা হৈছিল। ফিজো অতি সৰলীকৰণৰ দোষত দোষী আছিল। এটা বিষয় অৱশ্যে যুক্তিযুক্ত আছিল, সমগ্ৰভাৱে পাহাৰী জনগণৰ ভৈয়ামৰ জনগণৰ বিৰুদ্ধে এক সাধাৰণ বৈৰীভাব আছিল।

ফিজোৰ চিঠিখনত আৰু কোৱা হৈছিল :

"মই নিশ্চিতভাৱে কব পাৰো, এই ভাৱধাৰাটো বিবৰ্ধিত কৰিছিল নগাপাহাৰৰ প্ৰশাসকসকলে। তেওঁলোক আছিল সকলো সময়তে চতুৰ আৰু সাহসী বৃটিছ অভিজাত। আঁচনিখন ৰূপায়িত কৰিবলৈ দিয়া হলে, অসমৰ কাৰণে কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাহে থাকি গ'লহেঁতেন, কাৰণ ছিলচৰ পাকিস্তানলৈ গ'লহেঁতেন আৰু আনকি যদিও উপনিবেশ হ'লহেঁতেন, এই এক অতি শক্তিশালী পাহাৰী জনগণৰ ৰাষ্ট্ৰৰ ফেডাৰেশনৰ লগত খাচীয়া আৰু গাৰো পাহাৰেও হয়তো যোগ দিলেহেঁতেন।

এই আঁচনিখন কাৰ্যকৰী আছিল নে? অসমত ডিগবই তেলক্ষেত্ৰ আৰু কয়লা-খনিবোৰ এই উপনিবেশৰ অন্তৰ্ভূ'ক্ত হব পাৰিলেহেঁতেন। পাহাৰী জনগণ আৰু ভৈয়ামৰ জনজাতিসকলে সহজে ইয়াৰ মীমাংসা কৰিব পাৰিলেহেঁতেন। সম্প্ৰতি নাপেক্সে পাথৰীয়া টেষ্ট তেলখাদ অধিগ্ৰহণ কৰিব পৰা গ'লহেঁতেন। বাৰ্মা অঞ্চলত উত্তৰ ছান ৰাজ্যৰ নংকিওত লোহা খনি, ময়েহী খনিত উলফ্ৰাম আৰু সীহ, টাভয় টিনৰ খনি, হুকং উপত্যকাত ৰেছিন আৰু জেইড পাথৰ, উপনিবেশৰ অন্তৰ্ভূ'ক্ত হ'লহেঁতেন, কাৰণ এই ধাৰাবাহিক ভৌগলিক খণ্ডটোত এনে মানুহ বাস কৰে, যিসকল হ'ল অনা-বাৰ্মী গোষ্ঠীৰ ভ্ৰাতৃত্বসুলভ মনোভাৱৰ লৈতে একে দৃষ্টিভঙ্গীৰ মানুহ। তেওঁলোকে বৃটিছক ভয় পায় আৰু যেই কোনো বৃটিছ আঁচনি তেওঁলোকে সমৰ্থন কৰিলেহেঁতেন। অসমৰ ভৈয়ামেও স্বেচ্ছাকৃতভাৱে ফেডাৰেচনত যোগদান

কৰিলেহেঁতেন, বিশেষকৈ যেতিয়া ভাৰতীয় ইউনিয়নৰ লগত যোগাযোগ এক প্ৰকৃত সমস্যা হৈ পৰিল হয়। সমগ্ৰ কথাটো অসমৰ জনসাধাৰণৰ কাৰণে অৰ্থনৈতিকভাৱে সুবিধাজনক হ'লহেঁতেন।

উপনিবেশখন এক অতিশয় সুকৌশলী কাম হ'লহেঁতেন। বাৰ্মাৰ অংশটো আনকি কাৰ্যকৰী নোহোৱা হলেও, পাছত বৃটিছৰ মগজু আৰু পুঁজি লৈ এটা সমুদ্ৰ বন্দৰৰ সুবিধাৰ সৈতে সমগ্ৰ বঙ্গদেশৰ সমান পৰিমাণৰ মাটি কালি আৰু তিনি নিযুতৰো অধিক জনসংখ্যাৰ সৈতে অসমৰ পাহাৰী সীমান্তই অকলেই এখন ৰাষ্ট্ৰ গঠন কৰিব পাৰিলেহেঁতেন।[৫]

বিভিন্ন কাৰণত এই বৃটিছ আঁচনি ৰূপায়িত নহ'ল। কিন্তু সেইটো এটা বেলেগ কথা। ক্ষমতা হস্তান্তৰ হ'ল ১৯৪৭ চনৰ ১৫ আগষ্টত। প্ৰকৃতভাৱে ক্ষমতা হস্তান্তৰ কৰাৰ আগতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতাসকলৰ লগত যোগাযোগ কৰিবলৈ উত্তৰ-পূব খণ্ডৰ পাহাৰবিলাকৰ জনজাতীয় লোকসকলৰ কাৰণে বেছি সময় নাছিল। বৃটিছৰদ্বাৰা সৃষ্ট আন এটা বাধা আছিল, সেইটো হ'ল উভয়ে পৰস্পৰক নাজানিছিল। বৃটিছ চৰকাৰে ১৮৭৪ চনত জাৰি কৰা আন্তঃলাইন বিধি অতি যত্ন সহকাৰে চলাই আছিল, ইয়াৰ উদ্দেশ্য আছিল প্ৰধানতঃ পাহাৰীজনগণৰ লগত যোগাযোগলৈ অহাৰ পৰা অন্যান্য ভাৰতীয়সকলক নিৰুৎসাহিত কৰা।

ভাৰত খণ্ড-বিখণ্ড হৈ পৰিব বুলি বৃটিছে বৰ আশা কৰিছিল। ফিজোৱে তেওঁৰ চিঠিত কৈছিল যে ১৯৪৭ চনৰপৰা "পাঁচ বছৰৰ ভিতৰত ভাৰত টুকুৰা টুকুৰ হৈ ভাগি পৰিব বুলি বৃটিছে কৈ আছে।" এনেধৰণৰ প্ৰচাৰৰ লগত জড়িত থকা অন্ততঃ এজন বিষয়াক ফিজোৱে চিনাক্ত কৰিছিল। তেওঁ হ'ল মিঃ আদামছ—তেওঁ কিছুদিনৰ কাৰণে কহিমাত উপায়ুক্ত আছিল। এই মানুহজন প্ৰাক্তন গভৰ্ণৰ ছাৰ আকবৰ হায়দৰিৰ এজন সচিব আৰু উপদেষ্টাও আছিল।

আমি সকলোৱে জানো, ভাৰতৰ মুক্তি আৰু ভাৰতীয় ঐক্যৰ বিৰুদ্ধে বৃটিছৰ ঔপনিবেশিক চক্ৰান্ত যথেষ্ট পুৰণি। উপনিবেশবাদৰ বিভিন্ন তত্ত্বৰ ওপৰত কাম কৰি, বৃটিছে ১৯১৯ চনৰ ভাৰত চৰকাৰৰ আইনৰ যোগেদি প্ৰথম বিশ্বযুদ্ধৰ ঠিক পিছতেই আৰু তাৰ পিছত আকৌ ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইনৰ যোগেদি নিজৰ চক্ৰান্তবোৰৰ নিৰ্দিষ্ট ৰূপ দিছিল। জাতীয় স্বাধীনতাৰ কাৰণে ভাৰতত ক্ৰমবৰ্ধমান আন্দোলনৰ প্ৰতি এইবিলাকেই আছিল উপনিবেশকাৰীসকলৰ জবাব। বৃটিছৰ ভাৰতৰ যেই কোনো এটা অঞ্চল "পশ্চাৎপদ অঞ্চল" বুলি ঘোষণা কৰিবলৈ ১৯১৯ চনৰ আইনে সপৰিষদ গভৰ্ণৰ জেনেৰেলৰ ওপৰত ক্ষমতা দিছিল। এই ধাৰাটো পৰিকল্পিতভাৱে প্ৰয়োগ কৰা হৈছিল উত্তৰ-পূবৰ জনজাতীয় লোকসকলৰ ক্ষেত্ৰত।

জনজাতীয় অঞ্চলবিলাকক "বহিভূ্র্ত অঞ্চল" অথবা "আংশিকভাৱে বহিভূ্র্ত অঞ্চল" বুলি ঘোষণা কৰিবলৈ ১৯৩৫ চনৰ আইনত ব্যৱস্থা ৰখা হৈছিল। উভয় ক্ষেত্ৰতে ভাৱধাৰাটো আছিল মুক্তিৰ কাৰণে ভাৰতীয় জাতীয় আন্দোলনৰ সোঁতৰপৰা জনজাতীয় লোকসকলক বাহিৰত ৰখা।

সমগ্ৰ ভাৰততে মুক্তি আন্দোলন বৃদ্ধি হৈ যোৱাৰ লগে লগে বৃটিছ চৰকাৰ চিন্তিত আৰু শংকিত হৈ পৰিছিল: যি জনজাতীয় লোকসকলক আনকি এনেয়েও নিয়ন্ত্ৰণ কৰা কঠিন, তেওঁলোকৰ মাজলৈকো এই আন্দোলন বিয়পি পৰিব নেকি। সেই কাৰণেই জনজাতিবিলাকক বিচ্ছিন্ন কৰি ৰখাৰ কাৰণে আৰু ভাৰতীয় জীৱনৰ ঘাই সুঁতিৰপৰা আঁতৰাই ৰখাৰ বাবে সকলো প্ৰচেষ্টা কেন্দ্ৰীভূত কৰা হৈছিল। মৌলিক সূত্ৰবোৰ নিৰ্ধাৰণ কৰিছিল ভাৰতীয় বিধিবদ্ধ আয়োগে ( ছাইমন আয়োগ ) আৰু তাৰ পিছত আহিছিল ১৯৩৫ চনৰ আইন। তথাকথিত "বহিভূ্র্ত অঞ্চল" আৰু "আংশিকভাৱে বহিভূ্র্ত অঞ্চলৰ" ওপৰত আইন সভা আৰু নিৰ্বাচিত মন্ত্ৰীসকলৰ কৰ্তৃত্ব ১৯৩৫ চনৰ আইনে স্পষ্টৰূপে সীমাবদ্ধ কৰি দিছিল। এইবিলাক কৰা হৈছিল বৃটিছ গৱৰ্ণৰসকলৰ সম্পূৰ্ণ আচুতীয়া ক্ষেত্ৰ।

ভাৰতৰ এটা অংশক জনসাধাৰণৰ নিৰ্বাচিত প্ৰতিনিধিসকলৰ এক্তেকাধীনৰপৰা বাহিৰত ৰখাৰ ব্যৱস্থাৱলীত ভাৰতীয় জাতীয় নেতাসকলে ঘোৰ অসন্তুষ্টি প্ৰকাশ কৰিছিল। তেওঁলোকৰ জনজাতীয় ভাইসকলৰ সম্পৰ্কে ৰাজনৈতিকভাৱে সচেতন ভাৰতীয়সকলৰ সদিচ্ছা আৰু বিবেচনাৰ বিষয়ে ইয়াক অবিশ্বাসৰ ইঙ্গিত বুলি ধৰি লোৱা হৈছিল।[৬] ১৯৪৯ চনত গণ-পৰিষদত অসমৰ অন্যতম সদস্য ৰোহিনী কুমাৰ চৌধুৰীয়ে এই বহিভূ্র্তকৰণৰ ফলাফলৰ বিষয়ে কৈছিল, বৃটিছে এই অঞ্চলবিলাকক ভাৰতৰ বাকী অংশৰপৰা বিচ্ছিন্ন কৰি ৰাখিবলৈ বিচাৰিছিল যাতে তেওঁলোকে নিজৰ ইচ্ছা মতে চলোৱা অঞ্চলটোৰ প্ৰশাসনৰ বিষয়ে কোনো প্ৰশ্ন কৰিব পৰা নাযায়। এই অঞ্চলবিলাকক এক পৃথক দেশ ( গুৰুত্ব যোগ হৈছে ) হিচাপে ৰখাৰ উদ্দেশ্যে তেওঁলোকে এইবিলাকৰ প্ৰশাসনৰ বিধি ৰচনা কৰিছিল। সেই কাৰণে খৃষ্টান মিছনাৰীসকলৰ বাহিৰে আন কাকো এই অঞ্চলবিলাকত সোমাবলৈ দিয়া নহৈছিল। বৃটিছে বিচাৰিছিল এই অঞ্চলবিলাকৰ লোকসকলক যথাসম্ভৱ আদিম অৱস্থাত ৰাখিবলৈ। চৌধুৰীয়ে কৈছিল, অতীতত নগাপাহাৰৰ মানুহবিলাকে প্ৰায় উলঙ্গ অৱস্থাত ঘূৰা-ফিৰা কৰিছিল। তাত এজন উপায়ুক্ত আছিল। যিজনে কোনো নগাক ধুতি পিন্ধা দেখিলে বেতেৰে কোবাইছিল। অসমৰ সীমান্তৰ জনজাতিসকল আৰু দেশৰ বাকী অংশৰ জনজাতিসকলৰ প্ৰতি বৃটিছৰ দৃষ্টিভঙ্গী আৰু মনোভাব আছিল পৃথক, ইয়াৰ ফলত সাধাৰণ ভাৰতীয় জীৱনৰ লগত দ্বিতীয় অংশৰ সংমিশ্ৰণৰ

যাত্রা আছিল বিভিন্ন ধৰণৰ আৰু ভাৰতীয় জীৱনৰ লগত সম্মিলনৰ স্বাভাৱিক পথৰ পৰা প্ৰথম অংশটো আঁতৰি গৈছিল।[৭]

উত্তৰ পূব অঞ্চলবিলাকৰ কিছুমানৰ সম্পৰ্কত এজন কৰ্তৃত্বশীল ব্যক্তিয়ে কৈছিল, "নগা পাহাৰ আৰু লুছাই পাহাৰত বিদ্ৰোহে আৰু অঞ্চলটোত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য আৰু কেন্দ্ৰ শাসিত অঞ্চল গঠনকে ধৰি সমস্ত পৰৱৰ্তী ৰাজনৈতিক ঘটনাৰ প্ৰত্যক্ষ উৎস পোৱা যাব ১৯৩৫ চনৰ আইন অনুসৰি সৃষ্টি কৰা "বহিৰ্ভূত অঞ্চল"ত আৰু এই অঞ্চলবিলাক সম্পৰ্কে সামগ্ৰিক বৃটিছ নীতিত।[৮]

উত্তৰ পূবৰ জনজাতীয় অঞ্চলবিলাকক বৃটিছে যে কেৱল বিচ্ছিন্ন কৰিয়েই ৰাখিছিল এনে নহয়, অঞ্চলবিলাকৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশ আৰু ইয়াৰ জনগণৰ সম্পৰ্কত তেওঁলোকে সম্পূৰ্ণ অৱহেলাৰ এক নীতি অনুসৰণ কৰিছিল।

সমস্যাটো বিচাৰ কৰাৰ সময়ত, আমি পিছত দেখিবলৈ পাম যে প্ৰায় সমগ্ৰ উত্তৰ পূব খণ্ডত এখন পাহাৰী ৰাজ্যৰ কাৰণে পিছত দাবী উত্থাপিত হৈছিল। ভাৰত চৰকাৰে এটা ৰাজ্য পুনৰগঠন আয়োগ গঠন কৰিছিল, জনজাতীয় অঞ্চল বিলাকক বিচ্ছিন্ন কৰি ৰখাৰ সমস্যাটোৰ বিষয়ে আয়োগৰ মন্তব্যৰপৰা উদ্ধৃতি দিয়াটো এই ক্ষেত্ৰত অ-প্ৰাসঙ্গিক নহব। আয়োগে কৈছিল:

"বৃটিছে চলোৱা আন্তঃলাইন নিয়ন্ত্ৰক নীতিৰ ফলাফলে ইচ্ছাকৃত আৰু সম্পূৰ্ণ বিচ্ছিন্নতাৰ বিপদবিলাক তুলি ধৰিছে। এই নীতি, অৱশ্যে অন্যান্য ভাৰতীয় সম্প্ৰদায়বিলাকৰ বিৰুদ্ধে যেনেকৈ প্ৰয়োগ কৰা হৈছিল ইউৰোপীয় আৰু খ্ৰীষ্টান-সকলৰ ক্ষেত্ৰত তেনেকৈ প্ৰয়োগ কৰা হৈছিল। বৃটিছৰ ৰাজত্বকালত, সকলোবোৰ নহয়, কিছুমান বহিঃপ্ৰভাৱৰ কাৰণে জনজাতি অঞ্চলবোৰ মুকলি কৰি দিয়াৰ সাধাৰণ পৰিণতি হৈছিল জনজাতীয় লোকসকলক নিজৰ ভিতৰতে ভাগ ভাগ কৰা আৰু এটা নতুন শ্ৰেণী সৃষ্টি কৰা, যিটো পাহাৰতেই হওক বা ভৈয়ামতেই হওক, সৰ্বসাধাৰণ মানুহবৰপৰা ইমান দিনে পৃথক হৈ আছিল।"

আন্তঃলাইন নিয়ন্ত্ৰণ বিধি সম্পৰ্কতেই, আয়োগে কৈছিল, "প্ৰাক্-স্বাধীনতা কালত আন্তঃলাইন নিয়ন্ত্ৰণ বিধি জোৰেৰে চলোৱা হৈছিল প্ৰধানতঃ জনজাতীয় লোক আৰু ভৈয়ামৰ অধিবাসীসকলৰ মাজত সমস্ত যোগাযোগ বিচ্ছিন্ন কৰি ৰখাৰ কাৰণে এক পৃথক জনজাতীয় ৰাজ্যৰ দাবীটো আংশিকভাৱে এই নীতিৰেই জেৰ।"[৯]

দেশৰ উত্তৰ পূব খণ্ডত জনজাতীয় বিচ্ছিন্নতাৰ এই সমস্যাটোৱে গণ-পৰিষদৰো দৃষ্টি আকৰ্ষণ কৰিছিল। এই সমস্যা সম্পৰ্কত গণ-পৰিষদত গোপীনাথ বৰদলৈয়ে যি কৈছিল তাক স্মৰণ কৰাটো সমীচীন হব। এই কথা স্বীকাৰ কৰা হৈছিল যে জনজাতীয় লোকসকলৰ মাজত এক নতুন মনোভাব (ভাৰতীয় জাতিয়তাবাদৰ)

সোমাই দিয়াৰ অসুবিধাটো হ'ল আংশিকভাৱে এই কাৰণে যে এই অঞ্চলটোত বৃটিছে এটা পৃথকতাবাদী মনোভাব প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰিছিল।

গোপীনাথ বৰদলৈয়ে কৈছিল :

এই অঞ্চলবোৰৰ কিছুমান আছিল যুদ্ধৰ অঞ্চল। যুদ্ধৰ কালছোৱাত, তেতিয়াৰ শাসক আৰু বিষয়াসকলে এই জনজাতীয় লোকসকলৰ মনত পৃথকতা আৰু বিচ্ছিন্নতাৰ বোধ বিকশিত কৰিছিল আৰু তেওঁলোকক এই আশ্বাস দিছিল যে যুদ্ধৰ শেষত নিজৰ কাম-কাজ নিজৰ যেছনৰে চলাব পৰাকৈ তেওঁলোক স্বাধীন ৰাষ্ট্ৰ হব। সেই অঞ্চল-বিলাকত একধৰণৰ ৰাজ্য সৃষ্টি কৰিবলৈ ইংলণ্ডত কিছুমান আঁচনি প্ৰস্তুত কৰা হৈছিল। এইবিলাকত দেখাতে অসমৰ প্ৰাক্তন গভৰ্ণৰসকলে অংশ গ্ৰহণ কৰিছিল।

বৰদলৈয়ে গণ-পৰিষদত আৰু কৈছিল : এই অঞ্চলটোৰ জনসাধাৰণ বিচ্ছিন্নতা আৰু পৃথকতাৰ ভাৱধাৰাৰে ইতিমধ্যেই সম্পূৰ্ণৰূপে সিক্ত হৈ আছিল। আত্মপ্ৰকাশ কৰা আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো আছিল নতুন পৰিস্থিতিত দেশখনৰ লগত এই অঞ্চলবোৰক অন্তভূৰ্ত কৰাৰ প্ৰশ্নটো।[১০]

এই পৰ্যায়ত এই বিষয়ে আৰু বিশদতাৰে নোযোৱাকৈ, এই কথা কোৱাবো হয়তো যথেষ্ট হব যে ১৯৩৫ চনৰ আইনে সমগ্ৰ ভাৰতবৰ্ষত আৰু বিশেষকৈ উত্তৰ-পূবত পৃথকতাবাদৰ গুটি অতি ভালকৈ আৰু গভীৰভাৱে সিঁচি দিছিল। পৰৱৰ্তী ঘটনাৱলী আৰু বিকাশে এই গুটিৰ অধিক বিপদজনকভাৱে গজালি ওলাবলৈ সুবিধা কৰি দিছিল।

দ্বিতীয় বিশ্বযুদ্ধ আহিল আৰু ইয়াৰ লগতে আহিল দেশখনত, লগতে উত্তৰ-পূবতো সামগ্ৰিক পৰিস্থিতিৰ পৰিবৰ্তন। পাহাৰী জনসাধাৰণে জাপ-বিৰোধী যুদ্ধত এক সক্ৰিয় ভূমিকা লৈছিল, নগাসকলৰ কাৰণেই জাপানে কহিমা ধৰি ৰাখিব নোৱাৰিলে। লুচাই পাহাৰতো জনসাধাৰণে জাপানৰ বিৰুদ্ধে যুদ্ধ প্ৰচেষ্টাত সহায় কৰিছিল। ফিজো আৰু নগাপাচাৰৰ আন কিছুমানে, অৱশ্যে জাপানৰ লগত সহযোগিতা কৰিছিল আৰু পিছত ফিজোক বৃটিছে গ্ৰেপ্তাৰ কৰিছিল। মণিপুৰত সুভাষচন্দ্ৰ বসুৰ ভাৰতীয় জাতীয় সেনা বাহিনীয়ে গুৰুত্বপূৰ্ণ অগ্ৰগতি লাভ কৰিছিল, ইম্ফলৰ ওচৰত (মোৰেহ) ভাৰতীয় জাতীয় পতাকা উত্তোলন কৰা হৈছিল।

জনজাতীয় লোকসকলৰ সমগ্ৰ চেহেৰাত যুদ্ধই আন এটা পৰিবৰ্তন ঘটাইছিল। তেওঁলোকৰ ভিতৰত বহুতে পোন প্ৰথমবাৰৰ কাৰণে আগ্নেয়াস্ত্ৰ ব্যৱহাৰ কৰিবলৈ আৰু ৰণক্ষেত্ৰত যুঁজ কৰাৰ প্ৰাথমিক পাঠবোৰো শিকিছিল। ফিজো আৰু লুচাই পাহাৰৰ লালডেঙাই ব্যক্তিগতভাৱে সৈন্য বাহিনীত ভৰ্তি হৈছিল।

বৃটিছে ভাৰতক যুদ্ধৰ পিছত স্বাধীনতা দানৰ প্ৰতিশ্ৰুতি দিছিল। যুদ্ধৰ পিছত

সামগ্রিক পৰিস্থিতিৰ কেনেধৰণৰ বিকাশ ঘটিছিল সেইটো পৃথক প্ৰশ্ন। উত্তৰ-পূবত বৃটিছে স্বাধীনতাৰ প্ৰতিশ্ৰুতি দিছিল, কিন্তু এই স্বাধীনতাৰ আছিল এই মূলগত পাৰ্থক্য যে উত্তৰ-পূবত স্বাধীনতাৰ অৰ্থ আছিল ভাৰতবৰপৰা স্বাধীন হোৱা। পৃথকতা-বাদৰ বীজ তেতিয়া বৃটিছৰ আশ্ৰয়ত গছ পুলি হৈ উঠিছিল।

উত্তৰ-পূবৰ কাৰণে নিৰ্দিষ্টভাৱে এটা পৰামৰ্শ আগবঢ়োৱা হৈছিল যে "ইষ্টাৰ্ণ এজেন্সিৰ এখন ক্ৰাউন ক'ল'নী" সৃষ্টি কৰা হওক : ইয়াৰ ভিতৰত অন্তৰ্ভুক্ত হব অসম আৰু বাৰ্মাৰ পাহাৰী অঞ্চলবোৰ আৰু ই হব ভাৰত আৰু বাৰ্মাৰ মাজত এখন স্বাধীন ৰাষ্ট্ৰ। আৰ্, কুপলেণ্ডে এই প্ৰকল্প ৰচনা কৰিছিল আৰু অসমৰ গভৰ্ণৰ ৰবাৰ্ট ৰীডৰ নিচিনা ব্যক্তি, আৰু অধীক্ষক মেক্‌ডোনাল্ড, অধীক্ষক এ জি মেক্‌কল, অধীক্ষক এল্ এল্ পিটাৰ্চ আৰু অন্যান্যৰ দৰে বিভিন্ন পাহাৰী জিলাবিলাকত কাম কৰা বৃটিছ অফিচাৰসকলে ইয়াৰ প্ৰতি সমৰ্থন জনাইছিল। এখন "ক্ৰাউন ক'ল'নীৰ" কাৰণে সামগ্ৰিক পৰিকল্পনাৰ বাহিৰেও, এই বিষয়াসকলে অঞ্চলটোৰ প্ৰতিখন পাহাৰী জিলাৰ কাৰণে পৃথক পৃথক ৰাষ্ট্ৰৰ ভাৱধাৰাটো প্ৰচাৰ কৰিছিল। নগালেণ্ডত পৃথকতাবাদৰ ভিত্তিত চিন্তা কৰিবলৈ ইয়াৰ প্ৰথমটো ৰাজনৈতিক সংগঠন, নগা নেচনেল কাউন্সিলক বৃটিছে প্ৰভাৱিত কৰিব পাৰিছিল, লুছাই পাহাৰত (মিজো) প্ৰথম ৰাজনৈতিক গোট, মিজো ইউনিয়ন অঙ্গীভূতকৰণৰ পক্ষে আছিল, আৰু বৃটিছ অফিচাৰসকলৰ উচটনিত এই সংগঠনত ভাঙোন ধৰোৱা হৈছিল, আৰু নতুন গোটটো, ইউনাইটেড মিজো ফ্ৰিডম অৰ্গেনাইজেচন (ইউ এম্ এফ্ অ') স্পষ্টৰূপে এক পৃথকতাবাদী সংগঠন হৈ উঠিছিল। শেষত, এই ইউ্ এম্ এফ্ অ'ই লুছাই পাহাৰ বাৰ্মাৰ লগত যোগ দিয়াৰ ভাৱধাৰাটো প্ৰচাৰ কৰিছিল। নগালেণ্ডত, নগা নেচনেল কাউন্সিলক চাৰ চাৰ্লছ প'ছেয়ে অত্যন্ত প্ৰভাৱিত কৰিছিল আৰু ই এক সাৰ্বভৌম স্বাধীন নগালেণ্ডৰ কাৰণে দৃঢ় সংকল্পৰে কাম কৰিছিল।

যুদ্ধোত্তৰ কালছোৱা আছিল অত্যন্ত অশান্ত কাল। স্বাধীনতাৰ দাবী লৈ ভাৰতীয় জাতীয় কংগ্ৰেছ শীৰ্ষবিন্দুত উপনীত হৈছিল গৈ। উইনষ্টন চাৰ্চিলৰ আগৰ বিবৃতি যে তেওঁ বৃটিছ সাম্ৰাজ্যৰ বিলুপ্তিকৰণৰ মুৰব্বী নহব,—বৃটিছে উপলব্ধি কৰিছিল যে তেওঁলোক আৰু বেছি দিন ভাৰতত থাকিবলৈ সমৰ্থ নহব। ভাৰতত নিজৰ প্ৰভাৱ আৰু বিশেষ সুবিধা ৰক্ষা কৰিবলৈ তেওঁলোকৰ অভিপ্ৰায় বৃটিছে অৰণ্যে ত্যাগ কৰিব পৰা নাছিল। সেই কাৰণেই এই সকলোবোৰ চক্ৰান্ত, দেশখন ভাগ ভাগ কৰিবলৈ এই সকলোবোৰ ব্যৱস্থা, ভাৰতক দুৰ্বল আৰু সাম্ৰাজ্যবাদৰ ওপৰত নিৰ্ভৰশীল ৰাখিবলৈ এই সমস্ত কূট-কৌশল।

ভাৰতক টুকুৰা-টুকুৰ কৰি পেলোৱাৰ খেলত কুপলেণ্ডৰ বাহিৰে আন আন লোকো

আছিল। আগতে উল্লেখ কৰা হৈছে, অসমৰ প্ৰাক্তন গভৰ্ণৰ চাৰ ৰবাৰ্ট ৰীড আছিল এই ভাৱধাৰাৰ এজন শক্তিশালী প্ৰবক্তা। কুপলেণ্ডৰ দৰেই, তেওঁ প্ৰস্তাৱ দিছিল যে নগা পাহাৰ, উত্তৰ-পূব সীমান্ত এজেন্সিৰ এলেকাত থকা অঞ্চল, পূৰ্ববঙ্গৰ চট্টগ্ৰাম পাহাৰী অঞ্চল আৰু কম-বেছি পৰিমাণে একে ধৰণৰ বৰ্ণৰ গ্ৰুপবিলাক বাস কৰা বাৰ্মাৰ কাষৰীয়া নগা অঞ্চলক লৈ এখন "ক্ৰাউন ক'লনী" পাতিব লাগে। বৃটিছৰ পৰিচালনা আৰু নেতৃত্বত জনজাতিবিলাকৰ মাজৰপৰা এটা জাতি সৃষ্টিৰ সম্ভাৱনা তেওঁ কল্পনা কৰিছিল। এক গোপনীয় প্ৰতিবেদনত ৰীডে কৈছিল: "হিন্দু আৰু মুছলমানসকলৰ মাজত সংগ্ৰামলৈ, যিটো এতিয়া আৰু আগলৈকো, ক্ৰমবৰ্ধমান তীব্ৰতাৰে প্ৰকৃত ভাৰতৰ ৰাজনীতিত প্ৰধান লক্ষণ হৈ আছে আৰু থাকিব, অ-ভাৰতীয় প্ৰকৃতি পূজক আৰু খ্ৰীষ্টানসকলৰ বিৰাট অংশ জনসাধাৰণক এৰি দিবলৈ আমাৰ কোনো অধিকাৰ নাই এই অঞ্চলবিলাকৰ সম্পৰ্কে কোনো জ্ঞান, আগ্ৰহ আৰু অনুভূতি নথকা ভাৰতীয় ৰাজনৈতিক নেতাসকলৰ হাতত তেওঁলোকক এৰি দিব নোৱাৰি। যি কি নহওক, ভাৰতৰ পৃথককৰণ সম্পৰ্কে মোৰ প্ৰধান প্ৰস্তাৱ যদি গ্ৰহণ কৰা হয়, তেওঁলোকৰ হস্তক্ষেপ কাচিৎহে উদ্ভৱ হব পাৰে দক্ষিণে লুছাই (অথবা লাখেৰ) পাহাৰৰ সমস্ত ঠেঙুলি, ঘূৰি উত্তৰে বালিপাৰা ফ্ৰন্টিয়াৰ ট্ৰেক্টলৈকে সামৰি, পথত বঙ্গদেশৰ চট্টগ্ৰাম হিল ট্ৰেক্ট আৰু নগাসকল আৰু বাৰ্মাৰ চিনসকল আৰু ছান ৰাজ্যকো সামৰি এক উত্তৰ-পূব প্ৰদেশ অথবা এজেন্সি গঠন সম্পৰ্কে ডা: হটনৰ ভাৱধাৰাটো মই ব্যক্তিগতভাৱে সমৰ্থন কৰোঁ। ইয়াক এজন চীফ কমিচনাৰৰ তলত ৰখাটো মই বিচাৰো আৰু তেওঁক, আনহাতে, মই ভাবো, ভাৰত চৰকাৰৰ (খুব সম্ভৱ তেতিয়ালৈ এটা ফেডাৰেল সংস্থা হব) নিয়ন্ত্ৰণাধীনৰপৰা আঁতৰাই (বাৰ্মাত কৰাৰ দৰে) ৰাখিব লাগিব আৰু সম্ভৱতঃ হোৱাইট হলৰ যথোপযোগী বিভাগৰ অধীনত ৰখা হব।"

ৰবাৰ্ট ৰীডৰ পৰামৰ্শৱলীয়ে উত্তৰ-পূব অঞ্চলৰ অন্যান্য বহু সংখ্যক প্ৰশাসকৰপৰা উৎসাহজনক সমৰ্থন লাভ কৰিছিল। তেওঁলোকৰ মাজত আছিল আগতে উল্লেখ কৰা সকলৰ উপৰিও নগা পাহাৰৰ আয়ুক্ত ড° জে এম হাটন, লুছাই পাহাৰৰ অধীক্ষক এন্ ই পাৰে আৰু জনজাতীয় বিষয়ত অসম গভৰ্ণৰৰ উপদেষ্টা জে পি মিল্‌ছ।

কুপলেণ্ডৰ প্ৰস্তাৱবিলাকো আছিল একে ধৰণৰ, তেওঁ পৰামৰ্শ দিছিল যে অসম আৰু বাৰ্মাৰ জনজাতীয় অঞ্চলবিলাক বৃটিছ শাসনৰ অধীনত এখন ক্ৰাউন ক'লনী হিচাপে গঠন কৰিব লাগে অথবা ভাৰত আৰু বাৰ্মাৰ চৰকাৰ দুটাই বৃটেনৰ লগত এক চুক্তি কৰিব পাৰে আৰু অঞ্চলবিলাকৰ কাৰণে দায়িত্বৰ অংশ প্ৰত্যেকেই গ্ৰহণ কৰিব লাগে।

কুপলেণ্ডে লিখিছিল, "এটা প্ৰধান অঞ্চল, অসম পূব সীমান্তৰ পাহাৰী অঞ্চলবিলাক আছে, যিটোৰ কাৰণে বিশেষ ব্যৱস্থাৰ প্ৰয়োজন আছে যেন লাগে। সেই অঞ্চলবিলাক বাৰ্মাৰ উত্তৰ-পশ্চিমৰ একে ধৰণৰ পাহাৰী অঞ্চলৰ গাতে লাগি আছে। বৰ্ণ আৰু সংস্কৃতিৰ ফালৰপৰা উভয়ৰে বাসিন্দাসকল একে ধৰণৰ। তেওঁলোক ভাৰতীয়ও নহয়, বাৰ্মীও নহয়, তেওঁলোক হ'ল মঙ্গোল গোষ্ঠীৰ। তেওঁলোক কোনো অৰ্থতে ভাৰতীয় অথবা বাৰ্মী জাতি নহয়। তেওঁলোক হ'ল এক একক সমস্যা। ভৱিষ্যত স্বাধীন ভাৰতৰ লগত এটা অঞ্চলৰ সম্পৰ্ক ভৱিষ্যত স্বাধীন বাৰ্মাৰ লগত এটা অঞ্চলৰ সম্পৰ্ক ভৱিষ্যত স্বাধীন বাৰ্মাৰ লগত আনটো অঞ্চলৰ সম্পৰ্কৰ দৈতে একে ধৰণৰ হ'ব। উভয়েই চীনৰ চুবুৰীয়া হোৱা হেতুকে এক সাধাৰণ সীমান্ত নীতিৰ প্ৰয়োজন আছে। এই বিবেচনাবিলাকে এটা পৰামৰ্শ দানৰ উৎসাহ দিয়ে যে দুয়োখন অঞ্চলকে এখন প্ৰদেশলৈ সম্মিলিত কৰিব পাৰি। ইয়াৰ প্ৰশাসন ভাৰত আৰু বাৰ্মাৰ চৰকাৰ দুটাৰপৰা কোনোভাৱে পৃথক কৰা হ'ব। যেহেতু এই সীমান্ত এলেকাৰ নিৰাপত্তা আৰু স্থায়িত্ব উভয় দেশৰ কাৰণে অত্যন্ত গুৰুত্বপূৰ্ণ, এইটো সম্ভৱ যেন লাগে যে ভাৰত আৰু বাৰ্মাই কোনো এক বিশেষ বন্দোবস্তীৰ প্ৰতি আদৰণী জনাব পাৰে। পৰামৰ্শ দিয়া হৈছে যে ভাৰতৰ বহিঃপ্ৰতিৰক্ষাৰ ক্ষেত্ৰত সাময়িকভাৱে বৃটিছৰ সাহায্যৰ ব্যৱস্থাৰ কাৰণে ভাৰত চৰকাৰে এক চুক্তি স্বাক্ষৰ কৰিব পাৰে। বাৰ্মাৰ নতুন চৰকাৰেও তেনে ধৰণে বিচাৰিব পাৰে। সেই ক্ষেত্ৰত, সীমান্তৰ উভয় ফালৰ এই অঞ্চলটোৰ প্ৰশাসনক প্ৰতিৰক্ষাৰ এক যৌথ ব্যৱস্থাৰ লগত সহযোগী কৰিব পৰা নাযাব নে ?

"অসমৰ পাহাৰী অঞ্চলবিলাকৰ কাৰণে এনে কোনো ব্যৱস্থা কাৰ্যকৰী অথবা হওকেই বা নহওক, এইটো স্পষ্টৰূপে অন্যান্য 'বহিৰ্ভুত' অঞ্চলবিলাকৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব নোৱাৰি। স্পষ্টৰূপে, এই অঞ্চলবিলাক ভাৰতীয় সংবিধানৰ গাঁথনিৰ লগত খাপ খুৱাই লব লাগিব আৰু সেইবিলাকৰ ৰক্ষাৰ কাৰণে প্ৰয়োজনীয় "ৰক্ষাকবচ" দেশৰ আইনত থাকিব লাগিব। কিন্তু সিবিলাকক কেৱল নিৰাপত্তাই নালাগে। প্ৰায়বিলাক বৃটিছ ক্ৰাউন ক'লনীৰ দৰেই, সামাজিক সেৱাবিলাক সম্প্ৰসাৰণৰ কাৰণে তেওঁলোকৰ ধনৰ প্ৰয়োজন। প্ৰধানতঃ সেই কাৰণেই ছাইমন প্ৰতিবেদনৰ ৰচনাকাৰীসকলে পৰামৰ্শ দিছিল যে সিবিলাকৰ নিয়ন্ত্ৰণ কেন্দ্ৰৰ ওপৰত ন্যস্ত থাকিব লাগে।"[১১]

এই পৰামৰ্শ আৰু প্ৰস্তাৱবিলাক চৰকাৰী ফাইল আৰু কিতাপতেই আবদ্ধ থকা নাছিল, উত্তৰ পূবৰ জনজাতীয় অঞ্চলবিলাকত বিভিন্ন পদত থকা বৃটিছ বিষয়াসকলে এইবিলাক সক্ৰিয়ভাৱে প্ৰচাৰ কৰিছিল।

এই প্ৰচাৰ অভিযানবিলাকত অকল বৃটিছেই নাছিল। সাম্ৰাজ্যবাদীবিলাকৰ চৰিত্ৰ সকলোৰে একেই। গতিকে দেখিবলৈ পোৱা গৈছিল যে যুদ্ধৰ সময়ত, জাপানীবিলাকেও নগা আৰু মণিপুৰীসকলক অনবৰত প্ৰতিশ্ৰুতি দিছিল যে যুদ্ধত জাপানে জয়লাভ কৰিলেই সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰ-হিচাপে নগালেণ্ড অথবা মণিপুৰৰ স্বাধীনতা আপোনা-আপুনিই আহি যাব। বৃটিছ আৰু জাপানী সাম্ৰাজ্যবাদীবিলাক, উভয়ৰে প্ৰতিশ্ৰুতিত এটা সাধাৰণ বিষয় আছিল ভাৰতবৰ্ষৰ পৰা অঞ্চলবিলাকৰ পৃথকীকৰণৰ বিষয়।

এই অঞ্চলবিলাকত জাপানীসকলে আৰু এটা কাম কৰিছিল, দৃষ্টান্তৰে মুদ্ৰাৰ নোটবিলাক জাল কৰিবলৈ জনজাতীয় লোকসকলক শিকাইছিল। অঞ্চলটোত বিদ্ৰোহৰ পৰৱৰ্তী কালত দেখা গৈছিল যে প্ৰায়সকলোবোৰ চৰমপন্থী দলেই এই 'কৌশলটো' ব্যাপকৰূপে চলাইছিল।

জনজাতীয় লোকসকলৰ মাজত সাম্ৰাজ্যবাদী প্ৰচাৰে পৃথকতাবাদী ভাবধাৰাবোৰ সুমাই দিছিল, কিন্তু বৃটিছ আৰু জাপান উভয়ে চলোৱা যুদ্ধই বিশাল বিশ্বৰ পৰা জনজাতীয় সমাজৰ বিচ্ছিন্নতা ভাঙি পেলাইছিল। উভয়েই নিজ নিজ কালৰ পৰা ব্যাপক আকাৰত মুদ্ৰা অৰ্থনীতি প্ৰৱৰ্তন কৰিছিল আৰু এনেকৈয়ে জনজাতীয় সমাজৰ পৰম্পৰাগত অৰ্থনীতি সম্পূৰ্ণৰূপে ছেদেলি-ভেদেলি হৈ গৈছিল।

দ্বিতীয়তে, জনজাতীয় অঞ্চলবিলাকত পোন প্ৰথমবাৰৰ কাৰণে সামৰিক বিজ্ঞানৰ ভিত্তি স্থাপিত হৈছিল। বৃটিছৰ লগত আগৰ সংঘৰ্ষবিলাকত জনজাতীয় লোকসকলে কেৱল আদিম অস্ত্ৰহে ব্যৱহাৰ কৰিব পাৰিছিল, আৰু উপনিবেশবাদীসকলৰ বেছি-ভাগ অস্ত্ৰৰ বিৰুদ্ধে তেওঁলোকে যে তিষ্ঠি থাকিব নোৱাৰিছিল, ইও আছিল তাৰ অন্যতম কাৰণ। যুদ্ধৰ বছৰবোৰৰ ভিতৰত জনজাতীয় যুৱকসকলক বৃটিছ সেনা-বাহিনীত ভৰ্তি কৰা হৈছিল। এই বাহিনীত গোৰ্খাসকলৰ উপৰিও নগা, কুকী, লুছাই আৰু মণিপুৰীসকলকো ভৰ্তি কৰা হৈছিল। আৰু যুদ্ধৰ পিছত এক বৃহৎ সংখ্যাৰ আধুনিক ৰাইফল, খাৰ-বাৰুদ, বিস্ফোৰণ নোহোৱা ছেল আৰু হাতবোমা জাপানী আৰু বৃটিছ সেনা বাহিনীয়ে উত্তৰ পূবৰ ভালেমান অঞ্চলত এৰি থৈ গৈছিল। এইবিলাক বহু জনজাতীয় মানুহে লুকাই ৰাখিছিল। পিছৰ কালত বিভিন্ন অঞ্চলত বহু মানুহক হত্যা কৰাত এই অস্ত্ৰবোৰ ব্যৱহাৰ কৰা হৈছিল।

তৃতীয়তে, ভাল মজুৰি, জাপানী আৰু মিত্ৰশক্তিৰ সেনাবিলাকৰদ্বাৰা নগদ মূল্যত দেশীয় উৎপন্ন বস্তু কিনাৰ পৰা হোৱা উপাৰ্জন আৰু যুদ্ধ সেৱাৰ কাৰণে ক্ষতিপূৰণৰ পৰা পোৱা ধনৰ ভিত্তিত জাতীয় লোকসকলৰ কোনো কোনো অংশৰ জীৱন যাত্ৰাৰ মান বাকীসকলতকৈ উন্নত হৈছিল। ইয়াৰ ফলত, আৰু আন কিছুমান পৰৱৰ্তী

ঘটনাৰ কাৰণে, দেশীয় মানুহৰ এটা ক্ষুদ্ৰ পেটি-বুৰ্জোৱা অংশ-জনজাতীয় অঞ্চলবিলাকত উদ্ভৱ হৈছিল, যিবিলাকে যুদ্ধৰ লাভৰপৰা ধন গোটাইছিল।

চতুৰ্থতে, ভাৰত আৰু বাৰ্মাৰ উত্তৰ পূবৰ জনজাতিসকলৰ বহিৰ্বিশ্বৰ লগত থকা শ-শ বছৰীয়া বিচ্ছিন্নতা ভাঙি গৈছিল। অসমৰপৰা চুংকিঙলৈকে আমেৰিকান বিমানেৰে আনকি সীমান্ততো যোগান ধৰা হৈছিল। নিচেই কম সময়ৰ ভিতৰতে সেইবিলাক আধুনিক সুঁতি আৰু জীৱনৰ ধাৰণালৈ সংহত কৰা হৈছিল আৰু বাহিৰৰ জগতক জনোৱা হৈছিল। আনহাতে, নগা আৰু আন আন জনজাতি বাদে যিসকলক এতিয়ালৈকে বৃটিছ প্ৰশাসনৰ নিচেই সামান্য প্ৰবৰ্তন বাদে প্ৰায় অস্পৃষ্ট ৰখা হৈছিল, মিত্ৰ শক্তি আৰু এক্সিছ শক্তিৰ ভিতৰত থকা বিভিন্ন জাতি-উপজাতিৰ মানুহৰ লগত প্ৰত্যক্ষ যোগাযোগলৈ আহিছিল, সেইসকলক তেওঁলোকে তেতিয়ালৈকে কেৱল প্ৰবাদ অথবা নানা কাহিনীৰ যোগেদিহে জানিবলৈ পাইছিল। তেওঁলোকে নিজক এক বৃহত্তৰ বিশ্বৰ অংশ হিচাপে ভাবিবলৈ আৰম্ভ কৰিছিল। তেতিয়ালৈকে এই বিশ্বক তেওঁলোকে এক অচিনাকি আৰু সম্পৰ্কহীন কিবা বুলি বিবেচনা কৰিছিল আৰু এইবিলাকৰ কাম-কাজ সম্পৰ্কে তেওঁলোকৰ আগ্ৰহ আছিল সামান্য অথবা একেবাৰে নাছিল।

পঞ্চমতে, সামৰিক প্ৰয়োজনীয়তাৰ কাৰণে আলিবাট আৰু ৰেল পথেদি দ্ৰুত যোগাযোগ মুকলি আৰু উন্নত কৰা আৰু ভাৰত আৰু বাৰ্মাৰ অংশবিশেষৰ তেওঁলোকৰ লগত বিমান সংযোগে জনজাতীয় লোকসকলৰ অৰ্থনৈতিক, সামাজিক, নৈতিক আৰু সাংস্কৃতিক জীৱনৰ বহু পৰিমাণে ৰূপান্তৰ ঘটাইছিল।

অলপ পৃথকভাৱে কবলৈ গলে, তেতিয়াও কোনো ৰকমে বৃটিছে ৰক্ষা কৰি থকা পৰম্পৰাগত প্ৰাচীনত্বৰপৰা জনজাতীয় লোকসকলক যুদ্ধই বিচ্ছিন্ন কৰি পেলাইছিল। তেওঁলোকৰ পৰম্পৰাগত ৰীতি-নীতি, সংস্কৃতি আৰু সামাজিক মূল্যবোধবিলাক প্ৰত্যাহ্বিত হৈছিল আৰু তেওঁলোকৰ নিজৰ জীৱনৰ কোনো কোনো দিকত পশ্চিমীয়া ধৰণ ওপৰৰপৰা জাপি দি খেলি-মেলি আৰু অনিশ্চয়তাৰ মেৰু পাকত তেওঁলোকক পেলাই দিয়া হৈছিল।

শেষত যুদ্ধই, এটা মানসিক ধুমুহা সৃষ্টি কৰিছিল, বৃটিছ শাসনে বছৰৰ পিছত বছৰ ধৰি জনজাতীয় লোকসকলক যিটো সীমাত বান্ধি ৰাখিছিল সেই সীমাৰ পৰা বহু আঁতৰলৈকে ই প্ৰসাৰিত হৈছিল। যুদ্ধই জন্ম দিছিল জনজাতিসকলৰ ভিতৰৰ শিক্ষিত আৰু নতুন মধ্যবিত্ত-শ্ৰেণীৰ, বিশেষকৈ যুদ্ধ-অধ্যুষিত অঞ্চলবিলাকৰ ভিতৰৰ, মাজত এক সবল ৰাজনৈতিক আবেগ, এক ধৰণৰ উত্তেজনা।

আনকি, তেতিয়াও এই সমস্ত ঘটনা সত্বেও, বৃটিছে জনজাতীয় লোকসকলক

ভাৰতৰ বাকী অংশৰ লগত সামান্য অথবা কোনো যোগাযোগ নোহোৱাকৈ ৰাখিছিল আৰু স্বাধীনতাৰ সময়ত তেওঁলোক প্ৰায় পূৰ্বৰ অৱস্থাতেই আছিল, যেন যাদুঘৰৰ সংৰক্ষিত নমুনা হিচাপে, নৃতত্ত্ববিদসকলৰ কাৰণে কেঁচামাল হিচাপে। ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতা আৰু কৰ্মীসকলৰ লগত যোগাযোগ ৰখাৰ কাৰণে তেওঁলোকক কোনো সুযোগ দিয়া হোৱা নাছিল, অথবা কংগ্ৰেছীলোকক জনজাতীয় অঞ্চলবিলাকলৈ যাবলৈকো দিয়া হোৱা নাছিল। ভাৰতীয় জাতীয় আন্দোলনৰপৰা জনজাতীয় লোকসকলৰ এই বিচ্ছিন্নতাৰ ফল হৈছিল পৰস্পৰৰ মাজত ভুল বুজাবুজি আৰু সন্দেহৰ ভাব, পিছত ইয়াৰপৰাই বিকশিত হৈছিল উত্তৰ পূবৰ ভালেমান জনজাতীয় গোট আৰু স্বাধীন ভাৰতৰ মাজত অসুস্থ সম্পৰ্ক। জনজাতীয় লোকসকলৰ মাজত পৃথকতাবাদী ভাৱধাৰা সুমাই দিয়াৰ সামগ্ৰিক পৰিকল্পনাৰ উপৰিও বৃটিছ এক ভীতিৰদ্বাৰা অনবৰত পীড়িত হৈছিল যে জনজাতীয় মানুহবিলাকৰ মাজত আৰু তেওঁলোকৰ গুৰুত্বপূৰ্ণ পাহাৰবিলাকত স্বাধীনতাৰ কাৰণে জাতীয় আন্দোলনে এবাৰ স্থান লাভ কৰিলেই, তেওঁবিলাকক এনে এক দুৰ্জয় ধুমুহাই আবৰি ধৰিব যি এই অঞ্চলবিলাকত থকা সমস্ত বৃটিছ অৰ্থ নৈতিক স্বাৰ্থকো তেওঁলোকৰ ৰাজনৈতিক প্ৰভুত্বৰ লগে লগে উৰুৱাই লৈ যাব। তেওঁলোকৰ অৰ্থ নৈতিক স্বাৰ্থৰ বিষয়ে বৃটিছসকল অধিক চিন্তিত হৈ পৰিছিল, কাৰণ তেওঁলোকে বুজিছিল যে আসন্ন ৰাজনৈতিক পৰিবৰ্তনবোৰৰ লগত তেওঁলোকে নিজক খাপ খুৱাই লব লাগিব।

এই সাধাৰণ বিভাজনৰ বাহিৰেও, বৃটিছে ভাৰতৰ উত্তৰ-পূবত প্ৰতিটো জনগোষ্ঠীক বিভক্ত কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিছিল। এনভাৱে নগা আৰু লুচাইসকলক, কুকী, মণিপুৰী আৰু অন্যান্যসকলক বিভিন্ন ঠাইত সিঁচৰতি কৰি ৰখা হৈছিল। উত্তৰ পূবত এই সমস্যাটোৰ এক দিকটোৰ বিষয়ে আমি আগতেই আলোচনা কৰিছো।

বিষয়টো হ'ল : বৃটিছে ভাৰতৰ কাম-কাজবোৰ এনে ধৰণে চলাবলৈ বিচাৰিছিল যাতে তেওঁলোকে কেতিয়াও এক ঐক্যবদ্ধ আৰু অখণ্ড ভাৰতীয় গোটৰ সন্মুখীন হব লগা নহয়। সাম্ৰাজ্যবাদৰ সাধাৰণ সূত্ৰ 'ভেদ আৰু শাসনে' ভাৰতত বৃটিছ নীতিত অত্যন্ত বিশদ আৰু নিৰ্দিষ্টৰূপে প্ৰকাশ পাইছিল—অঞ্চলৰ ক্ষেত্ৰত, জনসাধাৰণৰ ক্ষেত্ৰত, খণ্ডবোৰৰ ক্ষেত্ৰত আৰু দলবোৰৰ ক্ষেত্ৰত।

ভাৰতীয় জাতীয় আন্দোলনৰ এইটো গৌৰৱৰ কথা যে সাধাৰণভাৱে এই দেশ সম্পৰ্কত বৃটিছ সাম্ৰাজ্যবাদীনীতি ব্যৰ্থ কৰিবলৈ ই সমৰ্থ হৈছিল, অৱশ্যে আন্দোলনৰ এই দুৰ্বলতা আছিল যে সকলো দিকত দুষ্কৃতি বোধ কৰিবলৈ ই ব্যৰ্থ হৈছিল।

গতিকে পুৰণি বৃটিছ ঔপনিবেশিক নীতিৰ জেৰ থাকি গৈছিল। স্বাধীনতাৰ বহু বছৰৰ পিছতো দেশখনৰ উত্তৰ পূবত আমি এইবিলাক দেখিবলৈ পাই বিশেষভাৱে উৎকণ্ঠিত হওঁ।

## টীকা আৰু প্ৰসঙ্গ


1 S K Bhuyar A History of Assam 1681—1826, London, 1933

2 Jawaharlal Nehru Unity of India London, 1984 pp 187–88

3 ASOSO Yonuo. Nagas Struggle Against British Rule Kohima 1982 p 121

4 R Coupland The Future of India London, 1943 pp, 164—65

5 A. Z Phizo Letter to C Rajagopalachari, 1984, This lettet so far unpublished was discovered and out into the print by 'Dainik Sangbad'; a Bengali Daily of Agartala (Tripura) in 1983

6 B K, Roy Burman Demographic and Socio-Economic Profiles of the Hill Areas of North-East India, Department of Publications Delhi, 1970 p 113

7 Constituent Assembly Debates September 6 1949 Vol X No 27

8 Dr Animesh Ray, Mizoram Dynamics of change Calcutta, 1982 pp 49—51

9 Report of the States Reorganisation Commission, Ministry of Home Affairs, New Delhi 1956 p 186

10 Constituent Assembly Debates Vol IX No 27

11 R Coupland The Future of India London, 1943

## ষষ্ঠ অধ্যায়

# স্বাধীনতাৰ পিছত

আমি আগতেই কিছু বহলাই আলোচনা কৰিছোঁ, বৃটিছে ইচ্ছাকৃতভাৱে পৃথক কৰি ৰখাৰ নীতি অনুসৰণ কৰাৰ ফলস্বৰূপে জনজাতীয় লোকসকল আৰু তেওঁলোকৰ অঞ্চলবিলাক জাতীয় জীৱনৰপৰা বিচ্ছিন্ন হৈ পৰিছিল আৰু পাহাৰী জনগণ অৰ্থ নৈতিক ক্ষেত্ৰত পিছ পৰি আছিল। নিজৰ অভ্যন্তৰীণ প্ৰশাসনত পৃথক পৃথক পাহাৰী-লোকসকলক নিজৰ ওপৰত এৰি দি বৃটিছে তেওঁলোকৰ তথাকথিত অনা-হস্তক্ষেপৰপৰা মুনাফা আদায় কৰিবলৈ চেষ্টা কৰিছিল। এই "দয়ালু অনা হস্তক্ষেপৰ" পাছত প্ৰকৃত অভিপ্ৰায় আছিল পাহাৰী অঞ্চলবিলাকৰ প্ৰশাসনত যথসম্ভৱ কম খৰচ কৰাৰ বৃটিছ স্বত্ৰটো।

জনজাতীয় অঞ্চলবিলাকৰ অৰ্থ নৈতিক বিকাশৰ সম্পৰ্কতো বৃটিছে এই কৃপণালিৰ একে নীতিকে অনুসৰণ কৰিছিল। এইটো আমি জানো, জনজাতীয় লোকসকলৰ অৰ্থ নৈতিক কাৰ্যকলাপ প্ৰধানতঃ ঝুম খেতি অথবা স্থানসলনি খেতিতে সীমাবদ্ধ। মিছনাৰীসকলে জীৱন নিৰ্বাহৰ পশ্চিমীয়া পদ্ধতি প্ৰৱৰ্ত্তন কৰাৰ লগত নতুন নতুন দাবি উত্থাপিত হোৱাৰ আগলৈকে তেওঁলোকৰ অভাৱ-অভিযোগ আছিল সামান্য, কিন্তু বৃটিছৰ শাসন কালত জনজাতীয় অঞ্চলবিলাকত সামগ্ৰিক অৰ্থ নৈতিক অৱস্থাৰ পৰিবৰ্তন হোৱা নাছিল। বৰ বেছি চাহিদা অথবা যোগান নোহোৱাকৈ ই এক স্থিতিশীল অৰ্থনীতি হৈ আছিল। সীমিত আয় আৰু ভোগৰ নিম্ন স্তৰতে জনসাধাৰণ শান্ত আৰু সন্তুষ্ট আছিল। জনসাধাৰণৰ অৰ্থ নৈতিক উন্নতিৰ প্ৰতি বৃটিছ প্ৰশাসনৰ নীতি আছিল নেতিবাচক।

এই কথা সাধাৰণভাৱে কব পৰা যায় যে উত্তৰ পূৰ্বৰ জনজাতীয় অঞ্চলবিলাকত বৃটিছৰ সমগ্ৰ প্ৰশাসনিক গতি পৰিচালিত হৈছিল আৰ্থিক বিবেচনাৰদ্বাৰা, যিটো প্ৰমাণিত হৈছিল বৃটিছৰ কাৰণে লাভজনক, কিন্তু স্বাধীন ভাৰতৰ পক্ষে অতিপাত খৰচ সাধ্য। দীঘলীয়া আৰু সহানুভূতিহীন বৃটিছ শাসনে সৃষ্টি কৰা জনজাতীয় লোকসকলৰ বিচ্ছিন্নতা আৰু বিৰূপতাৰ লগত যুঁজ দিবলৈ ভাৰতীয় প্ৰজাতন্ত্ৰই অশেষ মূল্য দিব লগা হৈছে। সামাজিক, অৰ্থ নৈতিক আৰু ৰাজনৈতিক অনগ্ৰ-

সৰতাৰ জলাহৰপৰা জনজাতীয় লোকসকলক বাহিৰ কৰি উলিয়াই আনিবলৈ বৃটিছ চৰকাৰে কোনো চেষ্টা কৰা নাছিল।

জনজাতীয় অঞ্চলবোৰত বৃটিছ নীতিৰ ফল হৈছিল প্ৰধানতঃ তিনিটা। প্ৰথমতে, যেহেতু জনজাতীয় লোকসকলক ভাৰতৰ বাকী অংশৰ ৰাজনৈতিক বিকাশৰ ঘাই সুঁতিৰ লৈতে সংস্পৰ্শৰ বাহিৰত ৰখা হৈছিল, তেওঁলোকৰ ৰাজনৈতিক সংস্কৃতিৰ স্তৰ সৰ্ব-ভাৰতীয় স্তৰৰ বহু তলত প ৰ আছিল। দ্বিতীয়তে, খৃষ্টিয়ান মিছনাৰীসকলে তেওঁলোকৰ পছন্দ মতে জনজাতীয় সমাজখন পৰিবৰ্তন কৰিবলৈ প্ৰচুৰ সুযোগ পাইছিল আৰু তেওঁ'লাকে জীৱন নিৰ্বাহৰ পশ্চিমীয়া পদ্ধতি আৰু মূল্যৰ বিদেশী ভাবমূৰ্তি সোমাই দিছিল, কিন্তু এইবিলাকে জনজাতীয় সমাজক সুগুজিছিল। তৃতীয়তে, বৃটিছে জনজাতীয় সমাজত প্ৰবৰ্তিত কৰা আৰু ইয়াৰ ওপৰত জাপি দিয়া অৰ্থনীতিয়ে মানুহৰ মনত অৰ্থনৈতিক বিকাশৰ কাৰণে এক আকাঙ্ক্ষা আনি দিছিল। কিন্তু বৃটিছ চৰকাৰে ইয়াৰ কাৰণে অৰ্থনৈতিক সমলৰ যোগান ধৰা নাছিল, ইয়াৰ ফলত জনসাধাৰণৰ মনত নৈৰাশ্যৰ ভাব আহি পৰিছিল।

বৃটিছে জনজাতীয় লোকসকলক এৰি থৈ গৈছিল নিজৰ পৰম্পৰাগত স্থানৰপৰা মূলোচ্ছেদ হোৱা আৰু সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ভাৰসাম্যৰ কাৰণে চেষ্টা কৰা এক অশান্ত নৰ গোষ্ঠী হিচাপে। একে সময়তে, ভাৰতীয় জীৱনৰ প্ৰধান সুঁতিৰপৰা তেওঁলোকক বিচ্ছিন্ন কৰি ৰখা বৃটিছ নীতিৰ কাৰণেই তেওঁলোকৰ মনত এটা সংকীৰ্ণ মনোভাৱ সৃষ্টি হৈছিল আৰু ই স্থায়ী হৈ পৰিছিল। জনজাতীয় লোকসকলৰ আছিল জিলা বিষয়াৰ মুৰব্বীয়নাত একমাত্ৰ স্থানীয় ৰাজনৈতিক গাঁথনিৰ ভিত্তিত এক ক্ষুদ্ৰ মনোযোগ, দৃষ্টিকোণ আৰু লক্ষ্য কেন্দ্ৰ।

গতিকে স্বাধীনতাৰ পিছত, জনজাতীয় লোকসকলক, তেওঁলোকৰ মূলতঃ আঞ্চলিক চেতনাৰ গৰাহৰপৰা জাতীয় অথবা আনকি প্ৰাদেশিক চেতনাৰ বহল সীমাৰেখালৈ উলিয়াই অনা আৰু তেওঁলোকক জাতীয় জীৱনৰ বহল দৃশ্যপটমুখী কৰাটো এক অত্যন্ত কঠিন কাম হৈ পৰিছিল। আনকি স্বাধীনতাৰ পিছতো, সৰ্ব-শক্তিমান স্থানীয় কৰ্তৃপক্ষই সাধাৰণতে, তেওঁলোকৰ মানত একমাত্ৰ বাস্তৱ হৈ আছিল।

জনজাতীয় ৰাজনৈতিক গাঁথনিৰ সীমা পৰিবৰ্তন কৰা হৈছিল গাঁৱৰ সীমাৰপৰা জিলাৰ পৰিসৰলৈ, কিন্তু ই সেইখিনিতে স্তব্ধ হৈ গৈছিল। কিন্তু পৰিবৰ্তন হোৱা সত্বেও, মানুহৰ দৃষ্টি সীমিত পৰিসীমাতে আবদ্ধ আছিল। ভাৰতীয় নীতিৰ ভিতৰত জনজাতীয় উপ-ব্যৱস্থা সংকীৰ্ণ হৈ আছিল আৰু ৰাজনৈতিক উপ-ব্যৱস্থাৰ যোগান আৰু উৎপন্ন ফলৰ মাজত পাৰস্পৰিক ক্ৰিয়া সুযোগ আৰু পৰিসৰত সীমাবদ্ধ আছিল।

উত্তৰ-পূবৰ জনজাতীয় অঞ্চলবিলাকৰ সমস্যাবোৰৰ আমি যেতিয়া আলোচনা কৰোঁ, সিবিলাকৰ সমস্ত দিকৰপৰা এই বাধাবোৰৰ কথা আৰু বৃটিছ ঔপনিবেশিক শাসনৰ অৱশিষ্ট ৰূপবোৰৰ বাধাৰ কথা মনত ৰাখিব লাগিব। ভাৰতীয় জীৱনৰ লগত জনজাতীয় অঞ্চলবোৰ আৰু জনজাতীয় লোকসকল অঙ্গীভূত হোৱাৰ প্ৰক্ৰিয়াত এই বাধাবোৰে হেঙাৰ তোলে, একে সময়তে এইবিলাক আছিল বিৰূপতা আৰু দৃষ্টিভঙ্গীৰ কাৰণ, যিবিলাকৰ পৰিণতি হৈছিল পৃথকতাবাদৰ চৰমপন্থী পদ্ধতিবোৰ। এইবিলাকৰ বিষয়ে সম্প্ৰতি যথেষ্ট আলোচনা হৈছে।

ভাৰতৰ বাকী অংশৰ দৰেই, জনজাতীয় অঞ্চলবিলাকৰ ৰাজনৈতিক গাঁথনি আছিল ভাৰতীয় সংবিধানৰেই সৃষ্টি। আমি জানো, সংবিধানখন প্ৰৱৰ্তন হোৱাৰ আগতে উত্তৰ-পূবৰ পাহাৰী অঞ্চলবোৰ বহিৰ্ভূত অঞ্চলৰূপে গণ্য কৰা হৈছিল। এই বহিৰ্ভূত অঞ্চলবিলাকত প্ৰশাসন আছিল পিতৃতান্ত্ৰিক আৰু ই ন্যস্ত আছিল উপায়ুক্তৰ (ডেপুটি কমিচনাৰৰ) হাতত। অসমৰ আটাইবোৰ পাহাৰী জিলাত আছিল কিছুমান দেশীয় সংস্থা, যিবিলাকৰ ওপৰত জিলা প্ৰশাসন ভিত্তি কৰিছিল। সেইবিলাক আছিল মুৰব্বী আৰু গাওঁবুঢ়াসকল, এওঁলোকক বোলা হৈছিল খাছী আৰু জয়ন্তীয়া পাহাৰত ছিয়েম, লিংডো আৰু ছৰ্দাৰ, গাৰো পাহাৰত নোক্‌মা আৰু লস্কৰ, নগা পাহাৰত গাওঁবুঢ়া আৰু লুচাই পাহাৰত লাল ইত্যাদি। জিলা স্তৰত জনমত প্ৰকাশ কৰিব পৰা কোনো ৰাজনৈতিক সংগঠন নাছিল। ১৯৩৫ চনৰ পিছত জোৱাহৰ আৰু গাৰো পাহাৰ আংশিকভাৱে বহিৰ্ভূত অঞ্চলবোৰ আৰু মিকিৰ পাহাৰৰ একাংশক প্ৰাদেশিক আইন সভালৈ নিৰ্বাচিত প্ৰতিনিধি পঠাবলৈ অনুমতি দিয়া হৈছিল। লুচাই পাহাৰ, নগা আৰু উত্তৰ কাছাৰ পাহাৰ আগৰ দৰেই বহিৰ্ভূত অঞ্চল হৈয়ে আছিল, প্ৰাদেশিক আইন সভাত তেওঁলোকে কোনো প্ৰতিনিধিত্ব পোৱা নাছিল।

জনজাতীয় অঞ্চলবিলাকত প্ৰশাসনৰ বিৱৰ্তনৰ প্ৰক্ৰিয়া আছিল দুৰূহ। স্বাধীন ভাৰতৰ চৰকাৰে এই প্ৰক্ৰিয়া উদ্ভাৱনত সমস্ত সাৱধানতা অৱলম্বন কৰিবলৈ বিচাৰিছিল। আমি ইয়াৰ কিছু ধাৰণা পাব পাৰো ডঃ অনিমেষ ৰায়ৰ পৰিবৰ্তনৰ গতিৰূপৰপৰা।

গণ পৰিষদৰ এটা উপ-কমিটি অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ সভাপতিত্বত গঠন কৰা হৈছিল, আৰু কে ৰামধিয়ানি আছিল উপ-সমিতিৰ সম্পাদক। এই অঞ্চলবিলাকৰ প্ৰশাসনীয় ব্যৱস্থাটো এই উপ-সমিতিয়ে অতি আগ্ৰহেৰে অধ্যয়ন কৰিছিল। এই উপ-সমিতিৰ দৃষ্টিপটত আছিল জনজাতীয় জীৱনধাৰা ৰক্ষা কৰা আৰু লগে লগে ৰাজ্যখনৰ বাকী অংশৰ জনসাধাৰণৰ লগতে ৰাজ্যৰ ৰাজনৈতিক জীৱন আৰু

প্ৰশাসনত জাতীয় লোকসকলে সম্পূৰ্ণৰূপে অংশ গ্ৰহণ কৰিব পৰাটো সম্ভৱপৰ কৰি তোলা। উপ-সমিতিয়ে অনুভৱ কৰিছিল যে জনজাতীয় অঞ্চলবিলাকৰ ৰণনীতিগত গুৰুত্বপূৰ্ণ অৱস্থানৰ কাৰণে, তাত বাস কৰা লোকসকলক ভৈয়ামৰ জনসাধাৰণৰ অগ্ৰসৰ অংশৰদ্বাৰা শোষণ অথবা প্ৰভুত্ব কৰাৰ ভয়ৰপৰা মুক্ত কৰিব লাগিব। তেওঁলোকৰ নিজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, উত্তৰাধিকাৰ, সামাজিক সংগঠন, গ্ৰাম্য প্ৰশাসন আদি সম্পৰ্কত তেওঁলোকৰ পূৰ্ণস্বাধীনতা থকা উচিত আৰু তেওঁলোকৰ বিশিষ্ট জীৱনধাৰা ৰক্ষা কৰাত যথোপযোগী নিৰাপত্তাৰ নিশ্চয়তা তেওঁলোকক দিব নোৱাৰিলে, দেশৰ বাকী অংশৰ লগত তেওঁলোকৰ ঐক্যৰ বান্ধোন সংহত আৰু শক্তিশালী কৰিব পৰা নহব। এই কথাটো উপলব্ধি কৰা হৈছিল যে তেওঁলোকৰ মাটি, বনাঞ্চল, বিচাৰ ব্যৱস্থা আদি সম্পৰ্কত জনজাতীয় লোকসকল বিশেষভাৱে স্পৰ্শকাতৰ আৰু এইবিলাক বিষয়ত তেওঁলোকৰ জীৱনধাৰা ৰক্ষা কৰাত তেওঁলোকক সহায় কৰাটো প্ৰয়োজন হব। সেই হিচাপে এই পৰামৰ্শ দিয়া হৈছিল যে এইবিলাক আৰু এনে ধৰণৰ বিষয়বোৰত তেওঁলোকৰ কাম-কাজৰ সম্পৰ্কত তেওঁলোকৰ যুক্তিসন্মত আশা-আকাঙ্খাবোৰ, ৰাষ্ট্ৰখনৰ ঐক্য আৰু বহল নীতিৰ সঙ্গতিত আঘাত নকৰাকৈ প্ৰয়োজন অনুপাতে পূৰণ কৰিব লাগে।

তেওঁলোকৰ ৰীতি-নীতি, উত্তৰাধিকাৰৰ আইন, ন্যায় বিচাৰৰ প্ৰশাসন, মাটি, বনাঞ্চল আদিৰ লগত জড়িত সমস্ত বিষয়ত আঞ্চলিক স্বায়ত্বশাসনৰ ধাৰণাৰ ভিত্তিত, পাহাৰী অঞ্চলবিলাকৰ প্ৰশাসনৰ কাৰণে উপ-সমিতিয়ে এটা গাঁথনি অনুমোদন কৰিলে। প্ৰশাসনৰ এই ধৰণটোৱে সাকাৰ ৰূপ লৈছিল সংবিধানৰ ষষ্ঠ তপচিলৰ সাধাৰণ সূত্ৰবোৰত। ষষ্ঠ তপচিলৰ পাছত থকা ভাবধাৰাটো আছিল জনজাতীয় লোকসকলক তেওঁলোকৰ নিজৰ এনে এটা সৰল আৰু মিতব্যয়ী প্ৰশাসনিক গাঁথনি দিয়া, যিটোৱে তেওঁলোকৰ ৰীতি-নীতি আৰু জীৱনধাৰা ৰক্ষা কৰিব আৰু বিশেষ জনজাতীয় বিষয়বোৰৰ ব্যৱস্থাপনা তেওঁলোকৰ হাতত তুলি দিব। এই অঞ্চলবিলাক অসমৰ অংশ হৈয়ে থাকিব, ষষ্ঠ তপচিলে ৰাজ্যখনৰ ঐক্য আৰু অখণ্ডতাত কোনো ব্যাঘাত নজন্মায়। প্ৰস্তাৱিত স্বায়ত্বশাসন আছিল কেৱল বিশেষ জনজাতীয় ৰীতিনীতি সম্পৰ্কতহে, প্ৰশাসনৰ ঐক্য বিনষ্ট কৰাতো ইয়াৰ উদ্দেশ্য নাছিল। তেওঁলোকৰ শিক্ষামূলক আৰু অৰ্থনৈতিক স্বাৰ্থ বিশেষ সতৰ্কতাৰে প্ৰণোদিত কৰা আৰু ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশিকা সূত্ৰবোৰত তুলি ধৰাৰ ধৰণে সামাজিক অন্যায় আৰু সকলো ধৰণৰ শোষণৰপৰা তেওঁলোকক ৰক্ষা কৰাত, তেওঁলোকৰ কাৰণে প্ৰগতিশীল আৰু উদাৰনৈতিক প্ৰশাসন নিৰাপদ কৰি ৰখাত ৰাজ্য আৰু ইউনিয়ন চৰকাৰৰ দায়িত্ব অব্যাহত থাকিব।

সংবিধানৰ ষষ্ঠ তপচিলৰ অধীনত, অসমত ছুখন স্বায়ত্বশাসিত জিলা সৃষ্টি কৰা হৈছিল : সংযুক্ত খাচীয়া আৰু জয়ন্তীয়া পাহাৰ, গাৰো পাহাৰ, লুচাই পাহাৰ, নগাপাহাৰ, উত্তৰ কাছাৰ পাহাৰ আৰু মিকিৰ পাহাৰ জিলা। প্ৰতিখন স্বায়ত্ব শাসিত জিলাৰ কাৰণে ২৪ জন সদস্যৰ একোখনকৈ জিলা পৰিষদ থাকিব, ইয়াৰ তিনি-চতুৰ্থাংশ সদস্য প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ ভিত্তিত নিৰ্বাচিত হ'ব লাগিব। এটা মাত্ৰ স্বায়ত্বশাসিত খণ্ড আছিল : পাৱৈ-লেখৰ খণ্ড। মণিপুৰ আৰু ত্ৰিপুৰা সম্পৰ্কে, সিদ্ধান্ত আ ছল সেই দুখন ভাৰতীয় ইউনিয়নৰ গ খণ্ড ৰাজ্য কৰা হব। নেফাক সীমান্ত এজেন্সি হিচাপে ৰখা হৈছিল, পিছত ইয়াক অৰুণাচল প্ৰদেশ নাম দি কেন্দ্ৰ শাসিত অঞ্চল কৰা হ'ল।

১৯৫২ চনৰ অক্টোবৰ মাহত প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে উত্তৰ-পূব সীমান্ত অঞ্চল ভ্ৰমণ কৰিছিল। তেওঁৰ ভ্ৰমণৰ পিছতে সিদ্ধান্ত কৰা হৈছিল যে জিলা পৰিষদ-বিলাকৰ বিত্তীয় আৰু প্ৰশাসনিক চাহিদাৰ এক চৰকাৰী অধ্যয়ন কৰা হওক। দেখা গৈছিল যে সেই সময়ৰ জিলা সংস্থাবিলাকতকৈ জিলা পৰিষদবিলাক বহু বেছি ব্যাপকভাৱে সম্ভাৱনা পূৰ্ণ। জিলা পৰিষদবিলাকে ভোগ কৰা ক্ষমতা স্থানীয় সংস্থাবিলাকৰ ক্ষমতা আৰু কাম একে নহয়। গতিকে জিলা পৰিষদ আৰু ৰাজ্য চৰকাৰৰ মাজত কাজৰ সংঘৰ্ষৰ সম্ভাৱনা আছিল।

মণিপুৰ আৰু ত্ৰিপুৰাৰ দৰে অন্যান্য অঞ্চলবিলাকে সন্মুখীন হোৱা সমস্যাবোৰ আছিল পৃথক। মণিপুৰীসকলে ( জনসংখ্যাৰ ৭২ শতাংশই হ'ল মৈতেই ) গ খণ্ডৰ মৰ্যাদা দিয়াটো ভাল পোৱা নাছিল। এই কথা এতিয়া অবিশ্বাস্য যেন লাগিলেও, কথাটো সঁচা আছিল যে মণিপুৰত সোমাবলৈ ভাৰতীয় নাগৰিকসকলৰ পাৰপত্ৰৰ প্ৰয়োজন হৈছিল। মণিপুৰৰ বাইজে এই ৰাজ্যৰ কাৰণে পূৰ্ণ ৰাজ্যৰ মৰ্যদা দাবি কৰিছিল। কিন্তু সহাৰি আছিল সীমিত, মণিপুৰক উপদেষ্টাৰ আমোলৰ অধীনলৈ অনা হৈছিল। পৰবৰ্তী পদক্ষেপ আছিল মণিপুৰৰ কাৰণে এক আঞ্চলিক পৰিষদ স্থাপন। মণিপুৰক পূৰ্ণ ৰাজ্যৰ মৰ্যাদা দিয়া হৈছিল ১৯৭২ চনতহে। উপদেষ্টাৰ শাসনৰ বিৰুদ্ধে এক ব্যাপক আন্দোলনৰ পিছত এই পদক্ষেপ প্ৰয়োজন হৈ পৰিছিল। কিন্তু সেই সময়লৈ মৈতেই ক্ষোভ ইতিমধ্যেই শক্তিশালী হৈ উঠি ছল।

নগালেণ্ড ( নগাপাহাৰ জিলাৰ নাম পৰিবৰ্তন কৰি এই নাম দিয়া হৈছিল ) সম্পৰ্কতো গুৰুতৰ অনিয়ম দেখা গৈছিল। প্ৰাথমিক পৰ্যায়ত নগালেণ্ডক বৈদেশিক মন্ত্ৰালয়ৰ অধীনত ৰখা হৈছিল।

ভাৰতীয় ইউনিয়নৰ লগত চামিল হোৱাৰ ক্ষেত্ৰত ত্ৰিপুৰাই আছিল প্ৰথমখন দেশীয় ৰাজ্য। এই চামিলকৰণ হৈছিল ১৯৪৯ চনৰ ১৫ অক্টোবৰত। সেই তাৰিখে

যুৱৰাজ কীৰ্তি বিক্ৰমৰ ৰাজমাতা, বিজেন্ট মহাৰাণীৰপৰা মুখ্য আয়ুক্তৰ হাতলৈ প্ৰশাসন অনা হৈছিল।

সংবিধান গ্ৰহণ কৰাৰ পিছত, ত্ৰিপুৰাক গ খণ্ড ৰাজ্যলৈ ৰূপান্তৰ কৰা হ'ল। ইয়াৰ প্ৰশাসনৰ ভাৰ আছিল ভাৰত চৰকাৰৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণাধীনত, মুখ্য আয়ুক্তৰ হাতলৈ। ১৯৫২ চনৰপৰা ত্ৰিপুৰা শাসিত হৈছিল উপদেষ্টা পৰিষদৰদ্বাৰা আৰু ১৯৫৬ চনত ইয়াক ৰূপান্তৰ কৰা হৈছিল কেন্দ্ৰীয় অঞ্চললৈ আৰু ১৯৬৩ চনত ত্ৰিপুৰাক কৰা হৈছিল এক কেন্দ্ৰশাসিত অঞ্চল। ত্ৰিপুৰাই পূৰ্ণ ৰাজ্যৰ মৰ্যাদা পাইছিল ১৯৭২ চনৰ ২১ জানুৱাৰী তাৰিখে।

অতীতলৈ উভতি চালে সংবিধানখন ৰূপায়িত কৰাৰ সময়ত উত্তৰ পূবৰ পৰিস্থিতিৰ লগত ব্যৱহাৰৰ ক্ষেত্ৰত ভাৰত চৰকাৰে কিছু ভুল কৰা যেন লাগে। এইটো জনা কথা, অঞ্চলটোৰ পাহাৰী লোকসকলৰ অসমৰ বিষয়ে সংশয়, আনকি অবিশ্বাসো আছিল। তেনে সত্বেও, নতুন পৰিস্থিতিত উত্তৰ-পূব অঞ্চলবিলাক আৰু ইয়াৰ জনগণৰ পুনৰগঠনৰ কাৰ্যসূচীৰ লগত চিন্তা কৰা সমস্ত উদ্যোগবোৰৰ লগত অসমৰ প্ৰশাসন আৰু ইয়াৰ নেতাসকলক জড়িত কৰা হৈছিল। ইয়াৰ ফলত আচলতে সন্দেহ আৰু সংশয় বৃদ্ধিহে পাইছিল।

এনেবোৰ সন্দেহ আৰু সংশয় প্ৰকাশ পাইছিল অসমৰ স্বায়ত্বশাসিত জিলাকেইখনক লৈ এখন পাহাৰীৰাজ্য গঠনৰ কাৰণে একাংশ জনজাতীয়লোকৰ দাবিত।

এই দাবিটো পৰীক্ষা কৰিবলৈ ভাৰত চৰকাৰ বাধ্য হৈছিল আৰু সেই কাম কৰাৰ কাৰণে ১৯৫৫ চনত ৰাজ্য পুনৰগঠন আয়োগ গঠন কৰা হৈছিল। এই আয়োগে সমস্যাটোৰ গভীৰত্বলৈ যোৱাত বিফল হৈছিল, সেই কাৰণে এই দাবিটোত কোনো যুক্তিযুক্ততা বিচাৰি পোৱা নাছিল। অসম চৰকাৰ আৰু জিলা পৰিষদৰ মাজত ঘনিষ্ঠতৰ সংযোগৰ সৈতে স্থিতাৱস্থা ৰখাৰ কাৰণেহে আয়োগে পৰামৰ্শ দিছিল। এখন পাহাৰী ৰাজ্যৰ কাৰণে দাবিটো অগ্ৰাহ্য কৰা সম্পৰ্কত আয়োগ সম্পূৰ্ণৰূপে যুক্তিযুক্ত আছিল, কিন্তু অসম চৰকাৰৰ বিষয়ে পাহাৰী লোকসকলৰ অবিশ্বাসৰ প্ৰশ্নটোৰ প্ৰতি আৰু অলপ মনোযোগ দিয়া উচিত আছিল।

গতিকে স্থিতাৱস্থা অব্যাহত আছিল আৰু পাহাৰী লোকসকলৰ অসন্তুষ্টিও অব্যাহত আছিল। মূল কাৰণ আছিল শামুকীয়া গতিৰ অৰ্থনৈতিক বিকাশ। অৰ্থনৈতিক বিকাশৰ দাবিৰ প্ৰতি সহাৰিত, ইয়াৰ বিভিন্ন দিক, বিত্তীয় চাহিদা আৰু উৎস, পৰীক্ষা কৰাৰ কাৰণে অসম চৰকাৰে আন এটা কমিটি গঠন কৰিছিল। দেখা গৈছিল যে চাহিদাৰ সম্পৰ্কত উৎস আছিল অত্যন্ত অপৰিমিত। গুৰুতৰ ভাৰসাম্যহীনতা দেখা গৈছিল আৰু স্বয়ংশাসিত সংস্থাবোৰৰ প্ৰধান উদ্দেশ্য

লাভ কৰাৰ ক্ষেত্ৰত আত্ম প্ৰকাশনৰ কাৰণে পাহাৰী লোকসকলৰ আকাঙ্ক্ষা পূৰণ আৰু লগে লগে তেওঁলোকক জাতীয় জীৱনৰ বেবাৰ ভিতৰলৈ অনাত এই ভাৱসাম্য-হীনতাই বাধাৰ সৃষ্টি কৰিছিল। এই ভাবধাৰা নিৰ্দিষ্ট ৰূপ দিয়াৰ উদ্দেশ্যে, গঠন কৰাৰ ঠিক পিছতেই সেই জিলা পৰিষদবিলাকে এটা বৃহৎ প্ৰশাসনিক যন্ত্ৰ গঢ়ি তুলিছিল। কিন্তু সিবিলাকৰ বিত্তীয় উৎসই সম্প্ৰসাৰিত যন্ত্ৰটোৰ লগত কেতিয়াও তাল ৰাখিব পৰা নাছিল।

গতিকে, পৰবৰ্ত্তী পদক্ষেপত জিলা পৰিষদলৈ বিত্তীয় সাহায্য দিয়াৰ কাৰণে বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। ফলাফল বৰ বেছি উৎসাহব্যঞ্জক নাছিল। অধিক ধন পোৱাৰ কাৰণে জিলা পৰিষদবিলাকৰ মাজত অসুস্থ প্ৰতিযোগিতাৰ নিচিনা অন্যান্য বিষয়ৰ উপৰিও, বাহিৰৰপৰা ধনৰ অনুদান দিয়া কামে গ্ৰহীতাসকলৰ মাজত পৰনিৰ্ভৰশীলতাৰ মনোভাৱ গঢ়ি তুলিছিল। পৰৱৰ্ত্তী কালছোৱাত ইয়াৰ ফলত বিভিন্ন ধৰণৰ সুবিধাবাদেও মূৰ দাঙি উঠিছিল। লগতে আহিছিল বিভিন্ন ধৰণৰ দুৰ্নীতিমূলক কাম-কাজ। অৰ্থনৈতিক ক্ষেত্ৰত প্ৰকৃত সাফল্য আছিল সীমিত।

স্বাধীনতাৰ পিছত জনজাতীয় অঞ্চলত সামাজিক ক্ষেত্ৰত কিছুমান বৰ গুৰুত্বপূৰ্ণ পৰিবৰ্তন ঘটিছিল। বৃটিছৰ আমোলত, উত্তৰ পূবখণ্ডত জনজাতীয় লোকসকল গোষ্ঠীপতি সমাজ ব্যৱস্থাৰ অধীনত আছিল। কিন্তু এইটো আছিল এক অচল ব্যৱস্থা। যাযাবৰ জনজাতিৰ কাৰণে গোষ্ঠীপতিৰ প্ৰয়োজন থাকে, কিন্তু অভিজ্ঞতাৰ পৰা দেখা যায় যে য'ত গাঁওবিলাক স্থায়ী হৈ পৰে, গোষ্ঠীপতিজন হৈ পৰে কেৱল এজন গাঁওবুঢ়া। এনেকৈ, প্ৰায়বিলাক জনজাতীয় অঞ্চলত স্থায়ীৰূপে বসবাস আৰম্ভ হলেই গোষ্ঠীপতিজন জনসাধাৰণৰ নেতা হৈ নাথাকে। তাৰ পৰিবৰ্তে তেওঁলোক হৈ পৰে অন্য চৰকাৰৰ স্থানীয় প্ৰতিনিধি। বৃটিছে গোষ্ঠীপতি প্ৰথাৰ পূৰ্ণ তাৎপৰ্য উপলব্ধি কৰি সাধাৰণ মানুহক দমন কৰাৰ কামত সীমাবদ্ধভাৱে এই গোষ্ঠীপতি-সকলক ব্যৱহাৰ কৰাৰ উদ্দেশ্যে এই প্ৰথাটো ৰাখিছিল। দমনৰ কামবোৰ কৰাৰ কাৰণে গোষ্ঠীপতিসকলক ভোট দিয়া আৰু মিঠা কথাৰে ভুলোৱা হৈছিল।

বৃটিছ শাসনৰ শেষৰ ফালে, গোষ্ঠীপতিসকলৰ বিৰুদ্ধে তীব্ৰভাৱে ক্ষোভ সমগ্ৰ জনজাতীয় দেশজুৰি জনাবলৈ আৰম্ভ কৰিছিল। এইটো আছিল দমনৰ বিৰুদ্ধে মানুহৰ প্ৰতিবাদৰ এক প্ৰকাশ। স্বাধীনতাৰ পিছত এক বিদ্ৰোহ সংগঠিত ক'ৰবলৈ কিছুমান স্থানীয় গোষ্ঠীপতিয়ে কিছু চেষ্টা কৰা সত্বেও ঘৃণনীয় ব্যৱস্থাটো বিলুপ্ত কৰা হয়, এই প্ৰচেষ্টাবোৰতো বৃটিছৰ কূটকৌশলে অনুপ্ৰেৰণা যোগাইছিল। আনকি ১৯৪৭ চনৰ আগেই মাহতো লুচাই পাহাৰৰ অধীক্ষক এল্ এল্ পেট্ৰেছে বিলুপ্তিৰ

বিৰুদ্ধে গোষ্ঠীপতিসকলৰ এক বিদ্রোহ ঘটিবলৈ চেষ্টা কৰিছিল। অৱশেষে সকলোবোৰ প্ৰচেষ্টা ব্যৰ্থ হ'ল আৰু ব্যৱস্থাটোৰ চূড়ান্ত বিলুপ্তি ঘটিল।

এইটো আছিল জনজাতীয় সমাজৰ গাঁথনিত এক মৌলিক পৰিবৰ্তন, যোন প্ৰথমবাৰৰ কাৰণে জনজাতীয় লোকসকলে এটা প্ৰতিনিধিমূলক সংস্থা নিৰ্বাচিত কৰিবলৈ এক গণতান্ত্ৰিক অধিকাৰ লাভ কৰিছিল। এই সংস্থাটো আছিল স্থানীয় স্বায়ত্ব শাসনৰ নতুন যন্ত্ৰ।

গোষ্ঠীপতি প্ৰথাটো বিলুপ্তিৰ লগে লগে কৰ্তৃত্বৰ এক নতুন ব্যৱস্থা কৰাটো প্ৰয়োজন হৈ পৰিছিল। জিলা পৰিষদবিলাকে কৰ্তৃত্বৰ নতুন ব্যৱস্থাটোৰ কাম চলাইছিল। সেই সময়ত প্ৰয়োজন আছিল জিলাপৰিষদবিলাকক অধিক ক্ষমতা সম্পন্ন কৰ্তৃত্বশীল সংস্থা কৰা, অসম প্ৰশাসনৰ অধীনস্থ নহয়—তেওঁলোকক দিয়া পৰিমাণতকৈ অধিক স্বাধীনতা দান কৰা।

জিলা পৰিষদবিলাকৰ কাম-কাজতো অন্যান্য বহু অসুবিধা আৰু ত্ৰুটি আছিল। এই বিষয়ে কি কৰা যাব পাৰে, সেই কথাটো হয়তো চৰকাৰে সঠিককৈ জনা নাছিল। গতিকে দেখা গৈছিল যে জিলা পৰিষদবিলাক গঠিত হোৱাৰ পিছৰ দহ বছৰত অৱস্থাটো ভালৰ ফালে পৰিবৰ্তিত হোৱা নাছিল। তাৰ পিছত চৰকাৰে আৰু এটা আয়োগ—পাটাছকাৰ আয়োগ—গঠন কৰিছিল। নিজৰ প্ৰতিবেদনত এই আয়োগে কৈছিল, "এই পৰিষদবিলাকৰ কাম-কাজ সাধাৰণভাৱে সন্তোষজনক নাছিল। এই কথাটো বিশেষভাৱে দুৰ্ভাগ্যজনক বুলি বিবেচনা কৰো যে এই সংস্থাবোৰৰ প্ৰশাসন সম্পৰ্কে কোনো ধৰণৰ তদন্ত কৰা হোৱা নাই, যিটোৰ কাৰণে ষষ্ঠ তপচিলত এক ব্যৱস্থা আছে যদিও, তাত থকা অসন্তোষজনক কাম-কাজৰ বিষয়ে আপত্তি ভালেমান বছৰ ধৰি চলি আছে। এনে এটা তদন্ত যদি কৰা হ'লহেঁতেন আৰু প্ৰশাসনৰ উন্নতি সাধন কৰিবলৈ উপযুক্ত পদক্ষেপ গ্ৰহণ কৰা হ'লহেঁতেন, পৰিষদবিলাক জনজাতীয় লোকসকলৰ কাৰণে অধিক ফলপ্ৰসূ হ'লহেঁতেন"।

তদন্ত আয়োগ আৰু তেওঁলোকৰ প্ৰতিবেদনবিলাক আছিল প্ৰতিবেদন হিচাপে খুবেই সন্তোষজনক। কিন্তু এই প্ৰতিবেদন সদৰি কৰা হোৱা নাছিল। সামগ্ৰিক পৰিস্থিতিত মৌলিক বিষয়টো আছিল অসম প্ৰশাসনৰ বিৰুদ্ধে জনজাতীয় লোকসকলৰ অবিশ্বাস। কিন্তু এই কথাটো উপলব্ধি কৰা হোৱা নাছিল। এইটো উপলব্ধি কৰাহেঁতেন, তেনেহলে উত্তৰ পূৰ্বত পৰৱৰ্তী কালৰ অশান্তিৰ বহুখিনি হ্ৰাস কৰিব পৰা গ'লহেঁতেন।

১৯৫৩-৫৪ চনত কিছুমান জনজাতীয় লোকে অসম প্ৰশাসনৰ বিৰুদ্ধে ক্ষোভৰ নিৰ্দিষ্ট প্ৰকাশ দেখুৱাইছিল। তেওঁলোকৰ বহুতৰ মতে, অসম চৰকাৰে পাহাৰী

অঞ্চলবিলাকৰ চাহিদা সম্পূৰ্ণৰূপে উপলব্ধি কৰা যেন দেখা নাযায় আৰু পাহাৰী অঞ্চলবিলাকৰ উন্নয়নৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে আগবঢ়োৱা বিত্তীয় অনুদান সাধাৰণতে এনেভাৱে ব্যৱহাৰ কৰা হৈছিল, যিটোৱে জনজাতীয় লোকসকলৰ আশা-আকাঙ্ক্ষা আৰু চাহিদা পূৰণ কৰা নাছিল।

স্পষ্ট ৰূপেই দেখা গৈছিল, অসম চৰকাৰৰ বিৰুদ্ধে পাহাৰী জনসাধাৰণৰ ক্ষোভৰ পৰিমাণ চৰকাৰে ধৰিব পৰা নাছিল। তথাপি, পাহাৰী জনগণৰ সম্পৰ্কত কিছু ব্যৱস্থা গ্ৰহণ কৰা হৈছিল, অৱশ্যে এই ব্যৱস্থাবিলাক এক বিস্তৃত নীতিৰ ফল নাছিল, বৰং এইবিলাক আছিল সাম্প্ৰতিক উদ্দেশ্য পূৰণ কৰা প্ৰকৃতিৰ ব্যৱস্থা।

উদাহৰণ স্বৰূপে, পাহাৰী অঞ্চলবিলাকৰ পুনৰগঠনৰ পৰিকল্পনাত গাৰো, খাচীয়া আৰু জোৱাই, এই তিনিখন স্বায়ত্বশাসিত জিলাকলৈ মেঘালয় ৰাজ্যখন সৃষ্টি কৰা হ'ল। কিন্তু মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ অসমৰ লগত থাকি গ'ল। লুচাই জিলাখন নতুন মেঘালয় ৰাজ্যখনৰ লগত যোগ দিব নে নাই, তাৰ বিকল্প ব্যৱস্থা হোৱা নাছিল, গতিকে লুচাই জিলা অসমৰ এখন জিলা হিচাপে থাকিয়েই গ'ল। নগা পাহাৰ জিলাক অৱশ্যে ১৯৬৩ চনৰ ডিচেম্বৰত নগালেণ্ড নামৰ সৈতে পূৰ্ণ ৰাজ্যৰ মৰ্যাদা দিয়া হ'ল। ১৯৫৪ চনত লুচাই পাহাৰ জিলাৰ নাম মিজো জিলালৈ পৰিবৰ্তন কৰা হ'ল। সেই হিচাপে লুচাই পাহাৰ জিলা পৰিষদৰ নাম মিজো জিলা পৰিষদ কৰা হ'ল।

এই মিজো জিলাৰপৰাই এখন পৃথক পাহাৰী ৰাজ্যৰ দাবি উত্থাপিত হৈছিল। সেই দাবি অনুসৰি এই পৃথক পাহাৰী ৰাজ্যখনৰ ভিতৰত অসম আৰু নেফাৰ পাহাৰী অঞ্চলবোৰ থাকিব লাগে।

মিজো জিলাত প্ৰথমটো ৰাজনৈতিক দল 'মিজো ইউনিয়ন' অসমৰ লগত থাকি যোৱাৰ সদায়েই পক্ষপাতী আছিল। কিন্তু মিজো ইউনিয়নৰ বিসম্বাদীসকলে এখন পৃথক পাহাৰী ৰাজ্য সৃষ্টি কৰাৰ দাবি তুলিছিল। কিন্তু যেতিয়া অসমৰ পাহাৰী জিলাবিলাকত অৱস্থিত স্কুলবিলাকত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰিবলৈ প্ৰস্তুতি চলিছিল, সেই সময়ত আনকি মিজো ইউনিয়নতো অশান্তি আৰম্ভ হৈছিল। এই কথাটো অনুভূত হৈছিল যে পাহাৰ আৰু ভৈয়ামৰ মাজত ঘনিষ্ঠ বুজাবুজিলৈ অনাটোৱেই যদি ইয়াৰ অভিপ্ৰায় হয়, তেনেহলে পাহাৰবিলাকৰ ভাষাও অসমীয়া স্কুলবিলাকত শিকোৱা উচিত। এই পাৰস্পৰিক ক্ৰিয়াৰ অবিহনে, অসমৰ বহু কথিত ভাষাৰ ভিতৰত অন্যতম ভাষা অসমীয়া ভাষা শিকাবলৈ লোৱাটোৰ ব্যাখ্যা হব পাৰে অসমীয়া ভাষাৰ যোগেদি পাহাৰী জনগণৰ ওপৰত প্ৰভাৱ আৰু প্ৰভুত্ব বিস্তাৰৰ লক্ষ্য বুলি। এক পৰৱৰ্তী পৰ্যায়ত, পাৰস্পৰিক ক্ৰিয়াৰ কাৰণে অসমৰ ফালৰপৰা

সহাবিৰ অভাবৰ কাৰণেই, আনকি মিজো ইউনিয়নেও—ইয়াৰ কাৰ্যকৰী কমিটিয়ে এখন পৃথক পাহাৰী ৰাজ্য সৃষ্টি কৰাৰ দাবিটোৰ প্ৰতি সমৰ্থন জনাইছিল।

১৯৫৪ চনত যেতিয়া ৰাজ্য পুনৰগঠন আয়োগে অসম ভ্ৰমণ কৰিছিল, এই মিজো ইউনিয়ন আৰু লুচাই জিলা পৰিষদে এখন স্মাৰক পত্ৰত আয়োগৰ আগত তুলি ধৰিছিল যে যদিও অসমৰ জনসংখ্যা বিভাজনৰপৰা দেখা যায় যে অসমীয়াসকল হ'ল জনসংখ্যাৰ ৩১ শতাংশ, বঙালী ৩১ শতাংশ আৰু জনজাতীয় আৰু অন্যান্যসকল হ'ল বাকী ৩৮ শতাংশ, অসামৰিক চাকৰিৰ ক্ষেত্ৰত অসমীয়াই পায় ৬০ শতাংশ আৰু অন্যান্যসকলে পায় ৪০ শতাংশ চাকৰি আৰু সাধাৰণ উন্নয়নৰ ক্ষেত্ৰত খৰচৰ ৭৫ শতাংশ ব্যয় কৰা হয় অসমীয়া অঞ্চলবিলাকত আৰু ২৫ শতাংশ অন্যান্য অংশবোৰত। স্মাৰকপত্ৰখনত কোৱা হৈছিল এই ছবিখনৰ পৰিণতিৰূপে আহিছিল অসমৰপৰা পৃথককৰণৰ দাবি,

সামৰণীত স্মাৰকপত্ৰখনত কোৱা হৈছিল :

> ভাৰতৰ একেবাৰে সীমান্তত থকা ৰাজ্য অসমক এই অৱস্থানে ইতিমধ্যে গঢ় লৈ উঠা নৈৰাশ্য আৰু সন্দেহৰ মনোভাৱৰপৰা উদ্ভৱ হোৱা ৰাজনৈতিক অস্থিৰতালৈ পতিত কৰিছে, আয়োগৰ মাধ্যমৰ যোগেদি এটা সমাধানত যদি উপনীত হ'ব পৰা নাযায়, তেনেহলে পূব পাকিস্তান আৰু কমিউনিষ্ট অধ্যুষিত বাৰ্মাৰ মাজত থকা এই অত্যন্ত গুৰুত্বপূৰ্ণ সীমান্ত ৰাজ্যখনত এক অধিক গুৰুতৰ জটিলতা দেখা দিয়াৰ সম্ভাৱনা আছে।

এই যুটীয়া স্মাৰকপত্ৰখনত এই পৰামৰ্শও দিয়া হৈছিল যে মিজোসকলে বাস কৰা কাছাৰ আৰু ত্ৰিপুৰাৰ অংশবোৰ লুচাই জিলাৰ লগতে সংযোগ কৰিব লাগে আৰু এই আটাইবিলাক মিজোসকলে বসবাস কৰা অঞ্চলবোৰ লৈ মিজো জিলা গঠন কৰিব লাগে।

তাৰ পিছত আহিছিল অসমৰ লুচাই পাহাৰ, কাছাৰ আৰু উত্তৰ কাছাৰ পাহাৰত আৰু মণিপুৰৰ হমাৰ সংখ্যাগৰিষ্ঠ অঞ্চলবিলাক লৈ হমাৰ জিলা নামৰ আন এখন পৃথক জিলাগঠনৰ দাবী।

তাৰ পিছত আকৌ, হাইলেণ্ডাৰছ ইউনিয়নে দিছিল হিমাচল প্ৰদেশৰ দৰে এক পৃথক পাহাৰী ৰাজ্য গঠনৰ কাৰণে প্ৰস্তাৱ—এই পৰামৰ্শত কোৱা হৈছিল এই পৃথক পাহাৰী ৰাজ্যখনত থাকিব, মণিপুৰ, ত্ৰিপুৰা, কাছাৰ আৰু লুচাই পাহাৰ।

ৰাজ্য পুনৰগঠন কমিছনে এক পৃথক পাহাৰী ৰাজ্যৰ দাবি অগ্ৰাহ্য কৰিছিল ; কিন্তু জনজাতীয় লোকসকলৰ ইচ্ছাৰ প্ৰতি সন্মান জনাবলৈ অসমৰ অপাৰগতাৰ ফলত সৃষ্টি হোৱা জটিলতা কমিটিয়ে উপলব্ধি কৰিব পৰা নাছিল। আয়োগৰ অনুমোদন-

বিলাকত পাহাৰী জনগণৰ বৃহৎ অংশই সুখী হোৱা নাছিল। নগাসকলে আন্দোলন বৰ্জন কৰিছিল আৰু নিজৰ লক্ষ্য হিচাপে পূৰ্ণ স্বাধীনতা ঘোষণা কৰি তেওঁলোকে বিদ্ৰোহ কৰিছিল। অন্যান্য পাহাৰী জিলাবিলাকত বিভিন্ন ৰাজনৈতিক পাৰ্টিৰ নেতাসকলৰ মাজত পাহাৰী ৰাজ্যৰ দাবিটো শিপাবলৈ ধৰিছিল।

১৯৫৫ চনত যেতিয়া খাচীয়া আৰু জয়ন্তীয়া পাহাৰ, গাৰো পাহাৰ, মিকিৰ পাহাৰ আৰু মিজো পাহাৰৰ নেতাসকলে আইজলত এক সন্মিলনত মিলিত হৈছিল আৰু অসমৰ পাহাৰী জিলাকেইখনক লৈ এখন পৃথক ৰাজ্য গঠনৰ কাৰণে দাবি তুলিবলৈ সিদ্ধান্ত লৈছিল, সেই সময়তেই এই ভাৱধাৰাটোৱে এক নিৰ্দিষ্ট ৰূপ লৈছিল। ইষ্টাৰ্ন ইণ্ডিয়া ট্ৰাইবেল ইউনিয়ন (ই আই টি ইউ) নামৰ এটা নতুন ৰাজনৈতিক পাৰ্টি গঠিত হৈছিল আৰু ইয়াৰ কাৰ্যসূচী আছিল এখন পাহাৰী ৰাজ্য সৃষ্টি কৰা।

উপলব্ধি কৰিব লগীয়া বিষয়টো হ'ল এই যে অসম চৰকাৰৰ বিৰুদ্ধে মানুহৰ ক্ৰমবৰ্ধমান বিদ্বেষৰ কাৰণেই এখন পৃথক পাহাৰী ৰাজ্যৰ দাবিৰ ভাৱধাৰাটোৱে শিপাবলৈ লৈছিল। অসম চৰকাৰে ভৈয়ামৰ জনগণৰ অনুকূলে পাহাৰী লোকসকলৰ বিৰুদ্ধে বৈষম্যমূলক আচৰণ কৰে বুলি তেওঁলোকে অভিযোগ তুলিছিল।

এই পটভূমিতেই ১৯৫৭ চনত প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে ছিলং ভ্ৰমণ কৰিছিল এই ভাৱধাৰা লৈ যে অসম চৰকাৰৰ ওপৰত পাহাৰী জনগণৰ ক্ষয়িষ্ণু আস্থা বন্ধ কৰা উচিত। এই ভ্ৰমণৰ পিছত ইষ্টাৰ্ন ইণ্ডিয়া ট্ৰাইবেল ইউনিয়নৰ (ই আই টি ইউ) তিনিজন মুখিয়াল সদস্যক অসম চৰকাৰৰ মন্ত্ৰীপদ দিয়া হৈছিল। এই তিনিজন হ'ল কেপ্টেইন উইলিয়ামছন ছাংমা (গাৰো পাহাৰ), লাছিং শিখিয়াম (খাচীয়া আৰু জয়ন্তীয়া পাহাৰ) আৰু লাল্‌মাইয়া (মিজো পাহাৰ): প্ৰথম জনক মন্ত্ৰী, দ্বিতীয় জনক উপ-মন্ত্ৰী আৰু তৃতীয় জনক সংসদীয়া সচিব পদ দিয়া হৈছিল।

নগালেণ্ডৰ পৰিস্থিতি বিকশিত হৈছিল এক পৃথকভাৱে আৰু ইয়াক চম্ভালিবলৈও বিচৰা এক পৃথক উপায়েৰে।

নেহৰুৰ ভ্ৰমণৰ পিছত গ্ৰহণ কৰা ব্যৱস্থাবিলাকৰ পিছত কিছুদিনৰ কাৰণে, পাহাৰ অঞ্চলৰ পৰিস্থিতি নিয়ন্ত্ৰিত হোৱা যেন দেখা গৈছিল। কিছু দিনৰ কাৰণে সকলো-বিলাক ঠিক-ঠাক চলা যেন লাগিছিল। কিন্তু তাৰ পিছত আহিছিল ভাষা সমস্যা আৰু ১৯৬০ চনত দেখা দিছিল ব্ৰহ্মপুত্ৰ উপত্যকাত আৰু বৰাক উপত্যকাত অশান্তি। অসমৰ বিধান সভাই ১৯৬১ চনত অসম চৰকাৰীভাষা আইন গ্ৰহণ কৰিছিল। ইয়াৰ যোগে অসমীয়া ভাষাক ৰাজ্যিক স্তৰত চৰকাৰী ভাষা কৰা হৈছিল। সমস্ত পাহাৰী নেতাই অসম চৰকাৰৰপৰা পদত্যাগ কৰিছিল। সেই ঘটনাৰ পিছত, অসমৰপৰা পৃথককৰণৰ কাৰণে সকলোবিলাক পাহাৰতে এক

স্বতঃস্ফূৰ্ত আন্দোলন হৈছিল। অসমৰ প্ৰশাসনত প্ৰজ্ঞাৰ অভাৱে সমগ্ৰ জনজাতীয় অঞ্চলত পুনৰ অশান্তিৰ সৃষ্টি কৰিছিল।

গতিকে আটাইবোৰ পাহাৰী জিলাৰ নেতাসকলে কংগ্ৰেছী সংসদ সদস্য জে হাৰ্গাজিবৰ সভাপতিত্বত শিলঙত ১৯৬০ চনৰ ৬ আৰু ৭ জুলাইত এখন সভা পাতে। এই সভাতে সৰ্ব-দলীয় পাৰ্বত্য নেতাসকলৰ সম্মিলন (এ পি এইচ এল চি) নামেৰে এটা নতুন ৰাজনৈতিক পাৰ্টি গঠন কৰা হ'ল। সেই সময়ত পাহাৰী জিলা-বিলাকত থকা আটাইবোৰ ৰাজনৈতিক দলেই এই পটিত যোগদান কৰিছিল। ১৯৬০ চনৰ শেষৰ ফালে হাফলঙত অনুষ্ঠিত এক সভাত এ-পি এইচ এল চিয়ে সিদ্ধান্ত কৰিছিল যে পাহাৰী জিলাবিলাক অসমৰপৰা পৃথক কৰিব লাগে আৰু এখন পূৰ্ব সীমান্ত ৰাজ্য গঠন কৰিব লাগে।

স্বাধীনতাৰ পিছত উত্তৰ পূবত সমগ্ৰ পৰিস্থিতিৰ পুনৰ পৰ্যালোচনা কৰিলে, এই অৱধাৰিত সিদ্ধান্তলৈ আহিব লগা হয় অসম চৰকাৰৰ ভুলবিলাক নোহোৱা হলে, বৃটিছৰ ঔপনিবেশিক পৰম্পৰা সত্বেও, বিদেশী দালালবিলাকৰ সমস্ত চক্ৰান্ত সত্বেও, জনজাতীয় অঞ্চলবিলাকত এতিয়া হোৱাৰ দৰে, অশান্তিয়ে ইমান বিপদজনকভাৱে বিস্তাৰ লাভ নকৰিলেহেঁতেন। আচলতে, বৃটিছে কৰা ক্ষতি নিবাকৰণ কৰিবলৈ, ঔপনিবেশিক শাসনে এৰি থৈ যোৱা পৰম্পৰা বিনষ্ট কৰিবলৈ উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰাত স্বাধীন ভাৰতৰ চৰকাৰ ব্যৰ্থ হৈছিল।

অসম প্ৰশাসনৰ সহাৰিহীন, সহানুভূতিহীন আৰু কাঠচিতিয়া দৃষ্টিভঙ্গী আছিল মিজোৰামত পৰৱৰ্তীকালত ঘটা ঘটনাৱলীৰ কাৰণে বিশেষৰূপে দায়ী। আলোচ্য কালছোৱাত মিজো পাহাৰ তীব্ৰ অৰ্থনৈতিক সংকটৰ মাজেদি অতিক্ৰম কৰিছিল। ১৯৫৯ চনত সমগ্ৰ মিজো পাহাৰত বাঁহবোৰ ফুলিছিল আৰু এন্দুৰৰ সংখ্যা ইমান বাঢ়িছিল যে সেইবোৰে শস্য খাই শেষ কৰি দিছিল। ইয়াৰ পৰিণতিত হৈছিল দুৰ্ভিক্ষ, যিটোক মিজো সমাজত মউতাম বুলি কোৱা হয়। অসম চৰকাৰে গ্ৰহণ কৰা দুৰ্ভিক্ষ সাহায্য ব্যৱস্থা প্ৰয়োজনৰ তুলনাত দুঃখজনকভাৱে কম আছিল। আগতে কংগ্ৰেছত যোগদান কৰা মিজো ইউনিয়নৰ এম্ এল্ এ সকলে কংগ্ৰেছ বিধায়ক দল ত্যাগ কৰিছিল এই অভিযোগ তুলি যে দুৰ্ভিক্ষ-পীড়িত জনসাধাৰণলৈ সাহায্য আগ-বঢ়োৱাৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰ সহাৰিহীন আছিল। দীৰ্ঘ দিন ধৰি অসমৰ লগত সংহতকৰণৰ পক্ষে থকা মিজো ইউনিয়নেও এতিয়া অসমৰপৰা ফালৰি কাটি যোৱাৰ দাবি লৈ ওলাই আহিছিল। এই দাবিৰ প্ৰতি ৰাইজৰ সমৰ্থনৰ প্ৰমাণ পোৱা গৈছিল ১৯৬০ চনত গ্ৰাম্য পৰিষদবিলাকৰ নিৰ্বাচনত। অসমৰপৰা পৃথককৰণৰ

দাবিত মিজো ইউনিয়নে এই নির্বাচনত মুঠ প্ৰায় ৩০০ পৰিষদৰ ভিতৰত ২৮০খন প্ৰায় পৰিষদত জয়লাভ কৰিছিল।

এই কালছোৱাতেই দেখিবলৈ পোৱা গৈছিল মিজো নেচনেল ফ্ৰণ্টৰ (ই পিছত ভাৰতৰ লগত সংযুক্তকৰণৰ বিৰুদ্ধে চৰমপন্থী মিজো বিদ্ৰোহ অনুপ্ৰাণিত আৰু চালনা ক'ৰিছিল) আৱন্তণী। প্ৰথমতে ই আছিল এক কল্যানকামী সংগঠন, ইয়াৰ নাম আছিল মিজো নেচনেল ফেমিন ফ্ৰন্ট। ই গঠিত হৈছিল ১৯৬০ চনত আৰু ইয়াৰ ডেকা কৰ্মীসকলৰ ঐকান্তিক কামৰদ্বাৰা এই সংগঠনে সুখ্যাতি লাভ কৰিছিল। ইয়াৰ কৰ্মীসকলে দান বৰঙণী সংগ্ৰহ কৰিছিল আৰু বিপদগ্ৰস্ত লোকসকলক সাহায্য আৰু সমাদৰ কৰিছিল। বিশেষকৈ দূৰ-দূৰণিৰ গাঁওবিলাকত তেওঁলোকৰ কাম আছিল অমূল্য, কাৰণ জিলা প্ৰশাসনে সাহায্যৰ বয়বস্তুৰে সৈতে সেই অঞ্চলবিলাকলৈ যাব পৰা নাছিল। এনেকৈ সমগ্ৰ মিজো জিলাতে এম্ এন্ এফ্ এফ্ অতি জনপ্ৰিয় সংগঠন হৈ উঠিছিল।

দুৰ্ভিক্ষ শেষ হোৱাৰ লগে লগে এম্ এন্ এফ্ এফ্-এ দুৰ্ভিক্ষ' শব্দটো বাদ দি কেৱল এম্ এন্ এফ্ (মিজো নেচনেল ফ্ৰণ্ট) নামটো ৰাখিছিল। এয়া আছিল ১৯৬১ চন। এম এম্ এফ এটা ৰাজনৈতিক পাৰ্টি হৈ পৰিছিল আৰু ইয়াৰ লক্ষ্য আছিল এক স্বাধীন আৰু সাৰ্বভৌম মিজোৰাম ৰাষ্ট্ৰ সৃষ্টি কৰা। ক্ৰমে ক্ৰমে এম্ এন্ এফ্ মিজো জিলাৰ জনসাধাৰণৰ প্ৰকৃত কণ্ঠস্বৰ হৈ উঠিল।

এম্ এন্ এফ্ৰ নেতা আছিল লালডেঙ্গা, তেওঁ আছিল জিলা পৰিষদৰ এজন কেৰাণী। তেওঁ সেনাবাহিনীৰ এজন প্ৰাক্তন হাবিলদাৰ আছিল। নিজৰ যথেষ্ট সাংগঠনিক শক্তিৰ গুণত লালডেঙ্গাই যুৱকসকলক অন্যান্য সংগঠনৰ প্ৰভাৱৰপৰা আঁতৰাই আনি তেওঁৰ উদ্দেশ্যৰ কাৰণ তেওঁলোকৰ প্ৰায় পূৰ্ণ সমৰ্থন আদায় কৰিব পাৰিছিল।[১]

বি কে ৰয় বৰ্মণে কৈছিল, "ৰাজ্য চৰকাৰে পলমকৈ হাতত লোৱা সাহায্য ব্যৱস্থা সম্পৰ্কত প্ৰাথমিক বাধাবোৰে জনসাধাৰণৰ মনত গভীৰ অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। কংগ্ৰেছ পাৰ্টিৰ সহযোগী দল হিচাপে থকা মিজো ইউনিয়ন জিলা স্তৰত সৰ্বাধিকাৰী আছিল। এই কথাটোৱে প্ৰধানতঃ মিজো ইউনিয়নৰ বিৰুদ্ধে এম্ এম্ এফ এফক অতিৰিক্ত সমল যোগাইছিল। ১৯৬০ চনত দুৰ্ভিক্ষ সাহায্য সম্পৰ্কত আৰু ৰাজ্যিক চৰকাৰী ভাষাৰ প্ৰশ্নত তীব্ৰ পাৰ্থক্য দেখা দিয়াৰ পিছত মিজো ইউনিয়নে কংগ্ৰেছ পাৰ্টিৰ সঙ্গ ত্যাগ কৰিছিল ইয়াৰ (এম্ এন্ এফ্) নেতাসকলে দুমুখীয়া কথা-বতৰা আৰম্ভ কৰিছিল। অসম চৰকাৰ আৰু মিজো ইউনিয়নৰ দখলত থকা জিলা পৰিষদৰ মাজত থকা পাৰ্থক্যক ব্যৱহাৰ কৰিবলৈ বিচাৰিছিল"।[২]

যি সময়ত মিজো জিলাত পৰিস্থিতি বেয়াৰ ফাললৈ ঢাল খাবলৈ এৰি দিয়া হৈছিল আৰু ই এক পৃথক পথেদি যাবলৈ আৰম্ভ কৰিছিল, সেই সময়তে এ পি এইচ্ এল্ চি ৰ নেতাসকলে কেবা বাৰো দিল্লীলৈ গৈছিল আৰু তেওঁলোকে প্ৰধান মন্ত্ৰী নেহৰুক সাক্ষাত কৰিছিল। কোনো সুফল নফলিল আৰু এ পি এইচ এল চিয়ে আনকি ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচন বৰ্জন কৰিবলৈকে ওলাইছিল। অৱশেষ সৎ পৰামৰ্শৰ জয় হ'ল আৰু এ পি এইচ এল চিয়ে নিৰ্বাচনত অংশ গ্ৰহণ কৰিছিল। খাছীয়া আৰু জয়ন্তীয়া পাহাৰ, গাৰো পাহাৰ আৰু মিকিৰ পাহাৰৰ এঘাৰখন আসনৰ আঠাইকেখন লাভ কৰিছিল। সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ পাহাৰৰ আসন কেইখন কংগ্ৰেছে লাভ কৰিছিল। মিজো জিলাত মিজো ইউনিয়ন আৰু ই আইটি ইউয়ে যুটীয়াভাবে এ পি এইচ এল চিৰ পতাকা তলত নিৰ্বাচনত নামিছিল আৰু বিধান সভাৰ তিনিখন আসন লাভ কৰিছিল ( মিজো ইউনিয়নে দুখন আৰু ই আই টি ইউৱে এখন আসন )।

নিৰ্বাচনত অংশ গ্ৰহণ কৰা সত্বেও, এ পি এইচ এল চিয়ে পৃথক পাহাৰী ৰাজ্যৰ দাবি পৰিহাৰ কৰা নাছিল। ই প্ৰকৃতপক্ষে এক আন্দোলন আৰম্ভ কৰিছিল আৰু ১৯৬২ চনৰ অক্টোবৰত এক দাবি দিবস উদ্‌যাপন কৰিছিল। এ পি এইচ এল চিৰ অন্তৰ্ভুক্ত প্ৰায়বিলাক নিৰ্বাচিত সদস্যই বিধান সভা আসনৰপৰা পদত্যাগ কৰিছিল। চীনৰ আক্ৰমণৰ কাৰণে আন্দোলন স্থগিত ৰখা হৈছিল। এই সিদ্ধান্তৰ ( আন্দোলন স্থগিত ৰখাৰ ) লগত আন সকলোবোৰ অংশীদাৰে সম্মতি প্ৰকাশ কৰিলেও, মিজো ইউনিয়নে পৃথক পাহাৰী ৰাজ্যৰ কাৰণে দাবিৰে সৈতে আন্দোলন অব্যাহত ৰখাটো বিচাৰিছিল।

পিছত মিজো ইউনিয়ন এ পি এইচ এল চিৰপৰা ওলাই আহিল আৰু নিজৰ পথেদি যাবলৈ আৰম্ভ কৰিলে। ভাৰতৰ ভিতৰত এখন মিজো ৰাজ্য হব লাগে বুলি ই দাবি তুলিলে। এই দাবিটো আনুষ্ঠানিকভাবে উত্থাপিত হৈছিল মিজো ইউনিয়নৰ সাধাৰণ সভাত। এই সমগ্ৰ কালছোৱাত এম এন এফ-এ "কেৱল সাৰ্বভৌম স্বাধীনতাৰ কাৰণেই প্ৰচাৰ কৰিছিল এনে নহয়," ইয়াৰ নেতা আৰু অনুগামীসকলক আনকি পূব পাকিস্তানলৈকো পঠাইছিল।

এম এন এফ-এ মিজো জিলাৰ ভিতৰুৱা অঞ্চলবিলাকত ইয়াৰ ঘাটি শক্তিশালী কৰিছিল যদিও, মিজো ইউনিয়নে তেতিয়াও সংখ্যাগৰিষ্ঠৰ সমৰ্থন লাভ কৰি আছিল। ১৯৬৩ চনত গ্ৰাম পৰিষদবিলাকৰ নিৰ্বাচনত মিজো ইউনিয়নে পাইছিল ২২৮ খন আসন আৰু এম এন এফ-এ পাইছিল ১৪৫ খন আসন, কংগ্ৰেছে পাইছিল ১৬ খন, ই আই টি ইউৱে পাইছিল ১২খন আৰু স্বতন্ত্ৰ প্ৰাৰ্থীয়ে পাইছিল ১০খন আসন।



৮

বিধান সভাৰ এক উপ-নিৰ্বাচনত এম এল এক-এ ইয়াৰ সমস্ত শক্তি সমবেত কৰিছিল, কিন্তু আসনথন পালে মিজো ইউনিয়নৰ সভাপতি চুঙ্গাই আৰু এম এল এক-এ পৰাজয় বৰণ কৰিলে।

এই কালছোৱাৰ সকলো সময়তে নগালেণ্ডত অশান্তি চলি আছিল। অন্যান্য পাহাৰী অঞ্চলতো পৰিস্থিতিয়ে উৎকণ্ঠাৰ সৃষ্টি কৰিছিল। এনে এক পৰিস্থিতিত প্ৰধানমন্ত্ৰী নেহৰুৱে স্কটিছ ধৰণৰ স্বায়ত্বশাসন পৰামৰ্শ দিছিল, যিটোৱে পাহাৰী জনগণৰ অস্তিত্ব আৰু সংস্কৃতি ৰক্ষা কৰিব। এই পৰামৰ্শ অনুসৰি, পাহাৰী অঞ্চল-বিলাকৰণৰা মন্ত্ৰীসকল নিয়োজিত হ'ব সেই অঞ্চলবিলাকৰ বিধায়কসকলৰ অনুমোদন ক্ৰমে। পাহাৰী মন্ত্ৰীসকলৰ অধীনত থাকিব লগা বিভিন্ন বিষয়ৰ তালিকা প্ৰস্তুত কৰা হৈছিল। বিভিন্ন পাহাৰী অঞ্চলত ব্যৱহাৰ কৰিব লগা ভাষা এই পাহাৰী মন্ত্ৰীসকলে নিৰ্ধাৰণ কৰিব। পাহাৰী অঞ্চলৰ বিধায়কসকলক লৈ এটা আঞ্চলিক কমিটি গঠন কৰা হ'ব। অসম বিধান সভাৰ সকলোবোৰ বিধান এই কমিটিলৈ পঠোৱা হ'ব। চৰকাৰ আৰু এই কমিটিৰ মাজত পাৰ্থক্য দেখা দিলে, বিষয়টো সিদ্ধান্তৰ কাৰণে ৰাজ্যপাললৈ পঠোৱা হ'ব।

এটা ক্ষেত্ৰত লক্ষ্য কৰিব লগীয়া বিষয় হ'ল যে আনকি পৰিস্থিতি উন্নত কৰাৰ কাৰণে ব্যৱস্থাৱলীৰ পৰামৰ্শ দিওঁতেও, অসমক প্ৰধান হিচাপে গ্ৰহণ কৰা হৈছিল যদিও, পাহাৰী অঞ্চলবিলাকত অসন্তুষ্টিৰ প্ৰধান কাৰণ আছিল অসম চৰকাৰৰ ওপৰত তেওঁলোকৰ আস্থাৰ অভাৱ।

নেহৰু সূত্ৰক পৰীক্ষা কৰি চোৱা নহ'ল, কাৰণ আনকি তেনে ধৰণৰ প্ৰচেষ্টা চলোৱাৰ আগতেই জৱহৰলাল নেহৰুৰ মৃত্যু হ'ল আৰু নতুন প্ৰধান মন্ত্ৰী হ'ল লাল বাহাদুৰ শাস্ত্ৰী। তেওঁ নেহৰু সূত্ৰটো চিধাচিধি কাৰ্যকৰী কৰিবলৈ কোনো চেষ্টা নকৰাকৈয়ে, তাৰ পৰিবৰ্তে আন এটা আয়োগ, পাটাস্কাৰ আয়োগ গঠন কৰিলে। এই আয়োগে ইয়াৰ প্ৰতিবেদনত কৈছিল যে পাহাৰ জিলাবিলাকৰ অৰ্থনৈতিক অগ্ৰগতিৰ ক্ষেত্ৰত অসন্তুষ্টিয়েই আছিল দুই খণ্ডৰ—অসমৰ পাহাৰ আৰু ভৈয়ামৰ মাজত অসন্তোষজনক সম্পৰ্কৰ মূল কাৰণ।

পাটাস্কাৰ আয়োগৰ প্ৰতিবেদন আৰু পৰামৰ্শাৱলী এ পি এইচ এল চিয়ে অগ্ৰাহ্য কৰিছিল। কৈছিল যে ই নেহৰুৰ পৰামৰ্শতকৈ বহু নিম্ন থাপৰ আছিল।

ভাৰত চৰকাৰে ইয়াৰ পিছত আৰু এটা কমিটি নিয়োগ কৰিছিল। এইটো আছিল তেতিয়াৰ গৃহমন্ত্ৰী গুলজাৰিলাল নন্দৰ নেতৃত্বত এটা ছজনীয়া মন্ত্ৰীসভাৰ কমিটি। এখন উপ-ৰাজ্য গঠনৰ কাৰণে এই কমিটিয়ে পৰামৰ্শ দিছিল। এই পৰামৰ্শ অনুসৰি, পাহাৰী অঞ্চলবিলাকৰ পৃথক বিধান সভা আৰু মন্ত্ৰীসভা থাকিব, কিন্তু অসমৰ

ভিতৰতে থাকিব। এ পি এইচ এলচিয়ে এই পৰিকল্পনাও অগ্ৰাহ্য কৰিছিল আৰু ঘোষণা কৰিছিল যে তেওঁলোকে ১৯৬৭ চনৰ নিৰ্বাচন বৰ্জন কৰাৰ পিছত এক অহিংস আন্দোলন আৰম্ভ কৰিব।

ইতিমধ্যে লাল বাহাদুৰ শাস্ত্ৰীৰ তাছখন্দত মৃত্যু হৈছিল। তেওঁৰ পিছত নতুন প্ৰধানমন্ত্ৰী হৈছিল ইন্দিৰা গান্ধী। তেওঁ ১৯৬৬ চনৰ শেষৰ ফালে শ্বিলং ভ্ৰমণ কৰাৰ পিছত চলিছিল এলানি বৈঠক আৰু আলোচনা, শ্বিলং আৰু নতুন দিল্লী উভয়তে। ১৯৬৭ চনৰ ৩১ জানুৱাৰীত অসম ৰাজ্যখন পুনৰগঠন কৰা হব বুলি ভাৰত চৰকাৰে ঘোষণা কৰিছিল।

প্ৰশ্নটো বিশদভাৱে অধ্যয়নৰ কাৰণে চৰকাৰে অশোক মেহতা কমিটি নাম দি আৰু এখন কমিটি গঠন কৰিলে। এই কমিটিয়ে সাতোটা পৰামৰ্শ আগবঢ়াইছিল। পাহাৰী নেতাসকলে এই আটাইবোৰ পৰামৰ্শ প্ৰত্যাখ্যান কৰিছিল। তেওঁলোকে কৈছিল যে এই পৰামৰ্শবোৰ নেহৰু পৰিকল্পনাৰ আৰু চৰকাৰৰ আগৰ প্ৰস্তাৱবোৰতকৈ (জানুৱাৰী, ১৯৬৭) বহু বেছি নিম্ন থাপৰ। চৰকাৰে নিজৰ পক্ষৰপৰা পিছত ঘোষণা কৰিছিল যে সংসদত কোনো আইন উত্থাপন কৰাৰ আগতে প্ৰশ্নটো বিৰোধী পক্ষৰ নেতাসকলৰ লগত আলোচনা কৰা হব।

১৯৬৮ চনৰ ছেপ্তেম্বৰ মাহত এখন স্বায়ত্তশাসিত ৰাজ্য গঠনৰ কাৰণে আঁচনিখন ভাৰত চৰকাৰে ঘোষণা কৰিছিল। সিদ্ধান্ত কৰা হৈছিল যে অসম ৰাজ্যৰ ভিতৰতে স্বায়ত্বশাসিত গাৰো পাহাৰ, খাচীয়া পাহাৰ আৰু জয়ন্তীয়া পাহাৰক লৈ এখন স্বায়ত্তশাসিত ৰাজ্য গঠন কৰা হব। সমগ্ৰ উত্তৰ-পূব খণ্ডৰ কাৰণে এখন উচ্চ পৰ্যায়ৰ উপদেষ্টা পৰিষদ গঠন কৰাৰ কাৰণে এই আইনত ব্যৱস্থা ৰখা হৈছিল। ইয়াৰ নাম হব উত্তৰ পূব পৰিষদ আৰু অঞ্চলটোৰ নিৰাপত্তা আৰু উন্নয়নৰ কাৰণে ইয়াৰ এক অখণ্ড দৃষ্টিভঙ্গী থাকিব। মেঘালয়ৰ স্বায়ত্তশাসিত ৰাজ্য সৃষ্টি কৰাৰ আইনখন ১৯৬৯ চনৰ ডিচেম্বৰ মাহত সংসদত গৃহীত হৈছিল। ১৯৭০ চনৰ ২ এপ্ৰিল তাৰিখে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে এই উপ-ৰাজ্যখন উদ্বোধন কৰিছিল।

মিজো পাহাৰ সম্পৰ্কত, ভাৰত চৰকাৰে ১৯৭১ চনত প্ৰস্তাৱ দিছিল যে মিজো পাহাৰক এক কেন্দ্ৰ শাসিত অঞ্চল কৰা হব। সকলো বিষয়ত বিশদ আলোচনাৰ পিছত, চৰকাৰে মেঘালয় উপ-ৰাজ্যখন এক পূৰ্ণ পৰ্যায়ৰ ৰাজ্য কৰিবলৈ সিদ্ধান্ত কৰিছিল। এই সিদ্ধান্তত কৰা হৈছিল যে মণিপুৰ আৰু ত্ৰিপুৰাৰ কেন্দ্ৰ শাসিত অঞ্চল দুখনো ৰাজ্য হব। দুখন নতুন কেন্দ্ৰ শাসিত অঞ্চল গঠন কৰা হব: উত্তৰ পূব ফ্ৰণ্টিয়াৰ এজেন্সি (নেফা) হব অৰুণাচল প্ৰদেশ নামেৰে এক কেন্দ্ৰ শাসিত অঞ্চল আৰু মিজো জিলাখন মিজোৰাম নামৰ কেন্দ্ৰ শাসিত অঞ্চল হব। ধৰা হৈছিল যে

এই আটাইবোৰ ৰাজ্য আৰু কেন্দ্ৰ শাসিত অঞ্চলক লৈ উত্তৰ-পূব পৰিষদ গঠন কৰা হব আৰু ই সমগ্ৰ অঞ্চলটোত উন্নয়ন আৰু নিৰাপত্তাৰ কামবোৰৰ মাজত সমন্বয় ঘটাব।

মণিপুৰ আৰু ত্ৰিপুৰা ৰাজ্য আৰু, মিজোৰাম আৰু অৰুণাচল প্ৰদেশ কেন্দ্ৰীয় শাসিত অঞ্চল দুখনৰ জন্ম হৈছিল ১৯৭২ চনৰ ২১ জানুৱাৰীত।

সমস্ত উত্তৰ-পূব অঞ্চলবিলাকৰ ভিতৰত নগালেণ্ডৰ পৰিস্থিতি এক পৃথকভাৱে বিকশিত হৈছিল। আমি সকলোৱে জানো যে উত্তৰ-পূবত, আনকি সমগ্ৰ ভাৰততে প্ৰথমে বিদ্ৰোহ আৰম্ভ হৈছিল নগালেণ্ড আৰু তাৰ পিছত মিজোৰামত। বৃটিছ শাসকসকলে সৃষ্টি কৰা পটভূমিৰ বিষয়ে আমি সাধাৰণভাৱে আলোচনা কৰিছো, ইয়াৰ পৰিপ্ৰেক্ষিতত উত্তৰ-পূবৰ সামগ্ৰিক সমস্যাবিলাক বিচাৰ কৰিব লাগিব। এই কথা কব পাৰি যে নগালেণ্ড আৰু মিজোৰাম উভয়তে অশান্তিৰ মূল কাৰণবিলাক আছিল বৃটিছে অনুসৰণ কৰা নীতিৰ পৰিণতি, খণ্ডটোৰ অন্যান্য অংশবিলাকত কন্দল উদ্ভৱ হৈছিল, ইয়াতো অশান্তিৰ ভিত্তি আছিল বৃটিছ নীতিৰ সৃষ্টি। পাহাৰী অঞ্চলবিলাকত পৰিস্থিতি তীব্ৰ কৰা হৈছিল অসম চৰকাৰৰ পৰিস্থিতিৰ ভুল চালনাৰ দ্বাৰা আৰু কেন্দ্ৰীয় চৰকাৰৰ উপযুক্ত আৰু যথেষ্ট উপলব্ধিৰ অভাৱৰদ্বাৰা। খণ্ডটোৰ অন্যান্য অঞ্চলত অশান্তিআছিল কৰিব লগীয়া কাম নকৰা আৰু নকৰিব লগীয়া কাম কৰাৰ সঞ্চিত কুফল। ইয়াক বৃদ্ধি কৰিছিল অন্যান্য অশান্তি সৃষ্টিকাৰীয়ে, যিবিলাক দৃশ্যপটত অৱতীৰ্ণ হৈছিল পাহাৰী অঞ্চলবিলাকতকৈ কিছু পিছত।

নগাপাহাৰত চাৰ চাৰ্লছ পছি নামৰ এজন বৃটিছ আই চি এছ অফিচাৰ উপায়ুক্ত হিচাপে আছিল। এই বৃটিছ অফিচাৰজনে নিজেই নগাসকলৰ অভিভাৱকৰ ভূমিকা লৈছিল আৰু নিজকে 'নগা জাতিয়তাবাদৰ নেতা' উপাধি প্ৰদান কৰিছিল। এই পছিয়েই কহিমাত প্ৰথমতে নগা ক্লাব খুলিছিল, য'ত নগাসকলৰ মাজত প্ৰভাৱশালী ব্যক্তিসকল সমবেত হৈছিল। নগা ক্লাব আছিল সামাজিক আৰু লগে লগে ৰাজনৈতিক সমাৱেশৰ প্ৰধান কেন্দ্ৰ। দ্বিতীয় বিশ্বযুদ্ধৰ পিছত এই নগা ক্লাবকে নগা নেচনেল কাউন্সিললৈ (এন্ এন্ চি) ৰূপান্তৰ কৰা হৈছিল। পছিৰদ্বাৰা অনুপ্ৰাণিত হৈ নগা নেচনেল কাউন্সিলে হঠাতেই অসম, মণিপুৰ, বাৰ্মা আৰু নেফাত বাস কৰা সমস্ত নগাসকলক ঐক্যবদ্ধ কৰি এখন ফেডাৰেল ৰাজ্যৰ কাৰণে এক নৰম দাবি উত্থাপণ কৰিছিল। এই ৰাজ্যই অসম, চট্টগ্ৰাম পাহাৰী অঞ্চল আৰু বাৰ্মাৰ উত্তৰ-পশ্চিম খণ্ডৰ অন্যান্য পাহাৰী জনজাতিসকলকো প্ৰায় সামৰি লব। পছিৰ অনুপ্ৰেৰণাৰ কাৰণেই এই দাবিৰ পাছত আছিল এই বুজাবুজি যে, যুদ্ধৰ কালছোৱাত বাৰ্মা, মণিপুৰ আৰু নগালেণ্ডত মিত্ৰশক্তিক তেওঁলোকে দিয়া সেৱাসমূহৰ স্বীকৃতিৰ ফলস্বৰূপে বৃটিছে ভাৰত এৰি থৈ যোৱাৰ আগতে নগাসকলৰ কাৰণে নিশ্চয় কিবা এটা কৰি দি যাব।

যেতিয়া বৃটিছ মন্ত্ৰী মিছন ভাৰতলৈ আহিছিল, এই নগা নেচনেল কাউন্সিলে মহামান্য চৰকাৰৰ ওচৰত এখন স্মাৰকপত্ৰ দাখিল কৰিছিল। ইয়াত কোৱা হৈছিল : (১) এই নগা নেচনেল কাউন্সিলে অ-শাসিত অঞ্চলবিলাকক ধৰি সমস্ত নগা জনজাতিৰ সংহতি সমৰ্থন কৰে, (২) বঙ্গদেশৰ লগত অসমৰ গ্ৰুপ গঠনৰ বিৰুদ্ধে এই কাউন্সিলে ঘোৰ প্ৰতিবাদ জনায়, (৩) নগা পাহাৰক এক নতুন ভাৰতৰ স্বায়ত্ত-শাসিত অসমত অবিচ্ছেদ্যভাৱে অন্তৰ্ভুক্ত কৰি ৰাখিব লাগিব, লগতে থাকিব লাগিব স্থানীয় স্বায়ত্বশাসন আৰু নগাসকলৰ স্বাৰ্থৰ কাৰণে যথোপযুক্ত ৰক্ষা কৱচ আৰু নগা জনজাতিয়ে পাব লাগিব এক পৃথক নিৰ্বাচকমণ্ডলী।

ইয়াৰপৰা দেখা যায় যে নগা নেচনেল কাউন্সিলে অসমৰ প্ৰতি প্ৰথমতে কোনো বৈৰী ভাব পোষণ কৰা নাছিল। অসমৰ প্ৰশাসনে যদি উপলব্ধি কৰিলেহেঁতেন আৰু সেই অনুসৰি কাম কৰিলেহেঁতেন, বহু অশান্তিৰপৰা হাত সাৰি থাকিবপৰা গ'ল-হেঁতেন, কিন্তু দুৰ্ভাগ্যবশতঃ সেইটো নঘটিল।

তাৰ পিছত নগা নেচনেল কাউন্সিলে কিছুদিনৰ পিছত নিজৰ ভিতৰতে সিদ্ধান্ত লৈছিল যে ভবিষ্যতে নগালেণ্ডত থাকিব পাৰ্টিবিহীন গণতন্ত্ৰ। কোৱা হৈছিল যে এনেধৰণৰ পাৰ্টিবিহীন গণতন্ত্ৰ নগাসকলৰ সমগ্ৰ পৰম্পৰাত নিহিত আছে। ৰোম আৰু গ্ৰীচৰ চহৰ ৰাষ্ট্ৰৰ দৰেই অবিস্মৰণীয় কালৰপৰাই নগাসকলৰ আছিল গ্ৰাম ৰাজ্যৰ ধৰণ। এই অৱস্থানৰপৰা আৰম্ভ কৰি নগা নেচনেল কাউন্সিলে ইচ্ছা প্ৰকাশ কৰিছিল যে নগালেণ্ডক ভাৰতৰ ৰাজনৈতিক দলবিলাকৰপৰা মুক্ত ৰাখিব লাগিব। প্ৰকৃতপক্ষে, এন্ এন্ চিৰ এটা প্ৰস্তাৱ আছিল যে এন্ এন্ চিৰ অনুমতি নোহোৱাকৈ কোনো ৰাজনৈতিক দলৰ সদস্যই নগালেণ্ডত প্ৰৱেশ কৰিব নোৱাৰিব। এনেভাৱে আন্তৰ্লাইন বিধিৰ (ইনাৰ লাইন ৰেগুলেচন) যোগেদি ৰাজনৈতিক কাৰ্যকলাপৰপৰা নগাপাহাৰক বিচ্ছিন্ন ৰখাৰ পূৰণি বৃটিছ ঔপনিবেশিক অৱস্থানকেই এন্ এন্ চিয়ে প্ৰকৃততে শক্তিশালী কৰিছিল।

ৰাজনৈতিক দল আৰু ৰাজনৈতিক কাৰ্যকলাপৰ প্ৰতি বলপূৰ্বক অনীহাই অসমৰ ভিতৰতে নগাপাহাৰৰ কাৰণে আঞ্চলিক স্বায়ত্বশাসনৰ আগৰ অৱস্থানৰপৰা নগা নেচনেল কাউন্সিলক আঁতৰাই নিছিল। তেওঁলোক এতিয়া সাৰ্বভৌম স্বাধীন নগালেণ্ড ৰাষ্ট্ৰৰ দাবিৰ অৱস্থানলৈ আহিছিল। এক ক্ৰাউন কল'নী অথবা সম্মিলিত জাতিসংঘৰ অধীনত এক ট্ৰাষ্ট টেৰিটৰীৰ ভাৱধাৰাটো বিবেচনা কৰা হোৱা নাছিল, কাৰণ অসমৰ লগত নগালেণ্ডৰ কোনোৰকমৰ যোগাযোগ ৰখাৰ ক্ষেত্ৰত এন্ এন্ চি এতিয়া সম্পূৰ্ণৰূপে বিৰোধী হৈ উঠে। মাননীয় সম্ৰাটৰ চৰকাৰক দাখিল কৰা এন্ এন্ চিৰ স্মাৰকপত্ৰৰ যোগেদি এই কথাটো সম্পূৰ্ণৰূপে পৰিষ্কাৰ কৰি দিয়া হৈছিল। সেই

স্মাৰকপত্ৰত কোৱা হৈছিল, "নগা জনসাধাৰণ স্বাধীন আছিল আৰু সাত শ বছৰ ধৰি অসম উপত্যকাত ৰাজত্ব কৰা আহোম ৰজাসকলে তেওঁলোকৰ দেশখন তলতীয়া কৰিব পৰা নাছিল। বৃটিছৰ আগমনৰ আগলৈকে নগালেণ্ড কেতিয়াও অসম অথবা ভাৰতৰ অঙ্গ নাছিল। য়াণ্ডাবু সন্ধিৰ যোগেদি অসম উপত্যকাৰ ওপৰত বৃটিছে সৰ্বময় ক্ষমতা লাভ কৰাৰ সময়ত নগালেণ্ডৰ বিষয়ে বিশেষ কোনো কথা জনা হোৱা নাছিল। বৃটিছে নগা জনসাধাৰণক প্ৰথমবাৰ আক্ৰমণ কৰিছিল ১৮৩৯ চনত, কিন্তু নগাসকলে আঢৈ কুৰি বছৰলৈ অধিক কাল ধৰি ১৮০৯ চনত আও নগা দেশখন জয় নকৰালৈকে যুঁজ চলাই আছিল। তেতিয়াৰপৰাই নগা লোকসকল অনুগত, বন্ধু সুলভ আৰু শান্তিপ্ৰিয় হৈ আছে। প্ৰথম বিশ্বযুদ্ধত, হাজাৰ হাজাৰ নগালোকে বৃটিছ আৰু মিত্ৰ শক্তিৰ স্বাৰ্থত সহায় কৰাৰ কাৰণে সুদূৰ ফ্ৰান্সত যুঁজ কৰিছিল। দ্বিতীয় বিশ্বযুদ্ধত, যেতিয়া জাপানীসকলে নগালেণ্ডৰ মাজেদি ভাৰত আক্ৰমণ কৰিবলৈ বিচাৰিছিল, নগাসকলৰ চোৰাং খবৰ আৰু জঙ্গলৰ যুদ্ধত সহযোগিতাইহে কহিমা আক্ৰমণ ৰোধ কৰিবলৈ বৃটিছ বাহিনীক সক্ষম কৰি তুলিছিল আৰু এনেভাৱে অসম আৰু ভাৰতৰ বাকী অংশক যুদ্ধৰ ক্ষয়ক্ষতিৰপৰা ৰক্ষা কৰিছিল।

"ন্যায়সঙ্গত আৰু উচিত কাম কৰাৰ আৰু নগা জনসাধাৰণৰ এক মধ্যৱৰ্তী কালীন চৰকাৰ প্ৰতিষ্ঠাৰ কাৰণে তেওঁলোকৰ ন্যায়সঙ্গত দাবী মঞ্জুৰ কৰাৰ কাৰণে এই স্বাধীনতা প্ৰিয় নগাসকলে মাননীয় সম্ৰাটৰ চৰকাৰৰ ওচৰত আশা কৰি আছে।"

নিজৰ পৃথকতাবাদী কৰ্মধাৰাতে অসমকো উচটনি দিয়াৰ উদ্দেশ্যে নগা নেচনেল কাউন্সিলে চেষ্টা কৰিছিল। অসমৰ প্ৰতি উদ্দেশ্য কৰি দিয়া এক বিবৃতিত, বৃহত্তৰ ভাৰতৰ কাৰণে প্ৰতিশ্ৰুতিবদ্ধ কংগ্ৰেছৰ স্বাধীনতা আন্দোলনত ইতিমধ্যেই যোগদান কৰা অসমীয়া মানুহক ভাৰতীয় ইউনিয়নত যোগ নিদিয়াকৈ এখন স্বাধীন ৰাষ্ট্ৰ গঠন আৰু ফেডাৰেল নগা নেতাসকলে আহ্বান জনাইছিল। বিবৃতিটোত কোৱা হৈছিল, "এক বিভক্ত আৰু অৰাজক ভাৰতৰ লগত নিজক জড়িত নকৰিবলৈ সংকল্পবদ্ধ নগাসকল নিজৰ স্বাধীনতা ঘোষণা কৰিবলৈ প্ৰস্তুত আৰু এক স্বাধীন অসমৰ লগত এক দহবছৰীয়া চুক্তি স্বাক্ষৰ কৰাৰ কথাহে তেওঁলোকে চিন্তা কৰিব পাৰে।"

এই পটভূমিতেই আহিছিল ছাৰ আকবৰ হাইদৰীৰ কহিমা মিছন। ছাৰ আকবৰ হাইদৰী আই চি এছ আছিল অসমৰ শেষ বৃটিছ গভৰ্ণৰ ছাৰ এণ্ড্ৰু ক্ল'ৰ পিছত হোৱা প্ৰথম ভাৰতীয় গভৰ্ণৰ। হাইদৰী মিছনে নগা প্ৰতিনিধিসকলৰ লগত দীঘলীয়া আলোচনাৰ পিছত এখন চুক্তিৰ, হাইদৰী চুক্তি নামে জনাজাত, চূড়ান্ত ৰূপ দিছিল। এই চুক্তিৰ কাৰ্যকাল ধৰা হৈছিল দহ বছৰ। কিন্তু এন্ এন্ চিৰ নিজৰ ভিতৰতে, চৰমপন্থী আৰু নৰমপন্থীসকলৰ মাজত মতপাৰ্থক্য হোৱাত এই

নগাকীয়া হাইদৰী চুক্তি ৰূপায়ণৰ কাৰণে প্ৰকৃতপক্ষে কেতিয়াও চেষ্টা কৰা হোৱা নাছিল।

প্ৰক্ৰিয়াই নিজৰ পথ ললে আৰু নগাসকলৰ মাজৰ চৰমপন্থীসকলে বিচ্ছিন্নতাবাদী পথত সশস্ত্ৰ বিদ্ৰোহৰ কাৰণে নিজৰ ভিতৰত ঐক্য প্ৰতিষ্ঠা কৰিবলৈ পলম নকৰিছে।

নগালেণ্ডৰ পৰিস্থিতিৰ সম্বন্ধে মন্তব্য দি অসমৰ নেতা গোপীনাথ বৰদলৈয়ে কৈছিল, "আমি জানিবলৈ পাই প্ৰকৃততে দুখ পাইছো যে অসমৰ প্ৰাক্তন গভৰ্ণৰসকল আৰু তেওঁলোকৰ সমৰ্থকসকলে অসমৰ সমগ্ৰ পাহাৰী অঞ্চল আৰু উজনি বাৰ্মাৰ উত্তৰ পাহাৰীখণ্ডবোৰক লৈ এখন 'ক্ৰাউন কল'নী' গঠন কৰাৰ কাৰণে ইংলণ্ড আৰু অন্যান্য ঠাইত প্ৰচাৰ কাৰ্য চলাইছে। প্ৰশাসনিক ফাইলবোৰ চোৱা-মেলা কৰাৰ পিছত, মই এই কথা সম্পূৰ্ণৰূপে উপলব্ধি কৰিছো, যে দিল্লীত তেতিয়াৰ শাসকসকলে এনে এখন 'ক্ৰাউন কল'নী' গঠন কৰাৰ কাৰণে পৰিকল্পনা কৰিছিল, কাৰণ এনে এখন কল'নী পতাৰ সম্ভাৱনা তেওঁলোকে দেখিবলৈ পাইছিল। পৃথকতাবাদী প্ৰৱণতাটো পাহাৰী জনগণৰ মনত দৃঢ়ভাৱে শিপোৱা হৈছিল।"

একে ধৰণৰ এক মন্তব্য কৰিছিল গণ পৰিষদৰ জনজাতীয় বিষয়ৰ উপদেষ্টা কমিটিৰ সচিব আৰ কে ৰামধ্যানীয়ে। তেওঁ কৈছিল: "কমিটিৰ ভ্ৰমণৰ সময়ত, প্ৰখ্যাত বৃটিছ ৰক্ষণশীল নেতাসকললৈ আৰু তেতিয়াৰ বৃটিছ প্ৰধানমন্ত্ৰীলৈ বুলি নগা স্বাৰ্থ সম্পৰ্কত লিখা চিঠিৰ নকল আৰু ৰিপোৰ্ট আমি পাইছিলো। খবৰ পোৱা গৈছিল যে জনজাতীয় অঞ্চলবিলাকক বৃটিছ চৰকাৰৰ ৰক্ষণাবেক্ষণৰ অধীনত এখন পৃথক ৰাষ্ট্ৰ নহলেও, এখন পৃথক ডমিনিয়ন হিচাপে ঘোষণা কৰি এই অঞ্চলবিলাকক ভাৰতৰ বাকী অংশৰপৰা পৃথক কৰাৰ কথা বৃটিছ বিষয়াসকলে চিন্তা কৰিছিল।"

এই কথা উল্লেখ কৰিব পাৰি যে উপদেষ্টা কমিটিৰ এটা উপ-সমিতিও আছিল। এই উপ-সমিতিয়ে ইয়াৰ প্ৰতিবেদনত কৈছিল, "সম্ভৱতঃ কোনো কোনো অংশৰ উচটনি নোহোৱৈ নহয়, এই চেতনাই আনকি পাহাৰী জনগণৰ মাজত এনে এক স্বাধীন মৰ্যদাৰ ভাৱধাৰাও সুমাই দিছিল য'ত বৈদেশিক সম্পৰ্ক ইয়াৰ অধীনত চালিত হব কেৱল এক সন্ধি অথবা চুক্তিৰদ্বাৰা।" উপ-সমিতিয়ে একে ধৰণৰ মনোভাব নগা পাহাৰ, লুচাই, গাৰো পাহাৰ, খাচীয়া পাহাৰ আদিত পাইছিল। আৰু পাইছিল "সকলোবিলাক পাহাৰী জিলাত উমৈহতীয়া এক মনোভাব যে একে জনজাতিৰ মানুহক এক সাধাৰণ প্ৰশাসনৰ অধীনত একেলগ কৰিব লাগে। ইয়াৰ ফলত আহিছিল সীমাবোৰৰ সংশোধনৰ কাৰণে দাবি। মণিপুৰ আৰু অন্যান্য ঠাইৰ কুকীসকলক লুচাইসকলে নিজৰ সীমাৰ ভিতৰত বিচাৰিছিল, নগাসকলে বিচাৰিছিল উত্তৰ কাছাৰৰ জেমাই অঞ্চল তেওঁলোকৰ জিলাত অন্তৰ্ভুক্ত কৰিবলৈ ইত্যাদি।"

পৰৱৰ্ত্তী কালৰ ঘটনাবোৰে প্ৰমাণ কৰে যে এই সকলোবোৰ প্ৰতিবেদন আৰু মন্তব্যৰ ওপৰত কোনো ব্যৱস্থা লোৱা নহ'ল আৰু স্বাধীন ভাৰতৰ চৰকাৰে পৰিস্থিতি বেয়াৰ ফালে যাবলৈ এৰি দিলে। সেই কাৰণে বছৰৰ পিছত বছৰ ধৰি সমস্যাবিলাক সঞ্চিত হৈ থাকিল। তাৰ পিছত এইবিলাক তীব্ৰ হৈ সঙ্কটজনক পৰিস্থিতিৰ ৰূপ ধাৰণ কৰিলে, যাৰ সমাধান পাবলৈ এতিয়াও বাকী।

বিভিন্ন কমিটি আৰু উপ-সমিতি আৰু গণপৰিষদৰ সন্মুখত যথেষ্ট পৰিমাণৰ তথ্য আছিল। কিন্তু এই সকলোবিলাক ফাকততে পৰি থাকিবলৈ এৰি দিয়া হ'ল। এই তথ্যবিলাকৰ ভিত্তিত গণ পৰিষদে যদি এনে এক ধৰণৰ ব্যৱস্থা কৰিলেহেঁতেন, যাৰ যোগেদি কেন্দ্ৰীয় চৰকাৰে সমগ্ৰ উত্তৰ পূব খণ্ডটো ইয়াৰ প্ৰত্যক্ষ অধীনলৈ আনিলে-হেঁতেন, তেনেহলে নগা, মিজো, মণিপুৰী ইত্যাদিৰ সমস্যাবিলাক উদ্ভৱ নহ'লহেঁতেন। আনকি হোৱা হলেও সেইবিলাক অধিক ভালকৈ চম্ভালিব পৰা গ'লহেঁতেন আৰু অঞ্চলটোত উত্তেজনাও বহু কম হ'লহেঁতেন।

অতীতৰ ভুলবিলাক প্ৰধান মন্ত্ৰী নেহৰুৱে উপলব্ধি কৰিছিল। এই কথাটো প্ৰতিফলিত হৈছিল পাহাৰবিলাকলৈ অসমীয়া বিষয়া পঠিওৱা সম্পৰ্কত ১৯৬৩ চনৰ কোনো এসময়ত তেওঁ কৰা মন্তব্যত। তেওঁ কৈছিল, "নগালেণ্ডত আমাৰ তিতা অভিজ্ঞতাই সেইভাবে তুলি নধৰে, কাৰণ যিসকল বিষয়াক নগালেণ্ডলৈ পঠিওৱা হৈছিল, অন্য ক্ষেত্ৰত তেওঁলোক ভাল বিষয়া হলেও, এই উদ্দেশ্যৰ কাৰণে বিশেষভাৱে উপযোগী নাছিল। তেওঁলোকে নগাসকলক প্ৰচণ্ডভাৱে বিৰক্ত কৰিছিল।"

জনজাতীয় লোকসকলৰ প্ৰতি নেহৰুৰ ভাল পোৱা সৰ্বজনবিদিত। অথচ, তেওঁ যেতিয়া শাসনৰ শিখৰত আছিল সেই সময়তেই জনজাতীয় সমস্যাবোৰ সঞ্চিত হৈছিল। ইয়াৰ কাৰণ আছিল, সমগ্ৰভাৱে নীতিত কিছু মৌলিক ভুল আছিল আৰু বিভিন্ন কাৰণ আৰু অৱস্থাৰ নিমিত্তেই এই ভুলবিলাক আঁতৰাব পৰা হোৱা নাছিল। নেহৰুৱে বুজাই-বৰাই মান্তি কৰাৰ আচৰণত বিশ্বাস কৰিছিল, কিন্তু আন কিছুমান লোক আছিল, যি বুজনিতকৈ অন্য পদ্ধতিতহে বিশ্বাস কৰিছিল।

অন্য জনজাতিৰ দৰেই নগাসকলৰ প্ৰতি সম্পূৰ্ণৰূপে সহানুভূতিশীল থাকিও প্ৰধান মন্ত্ৰী নেহৰুৱে তেওঁলোকৰ এক পৃথক স্বাধীন ৰাষ্ট্ৰ গঠন সম্পৰ্কত কেতিয়াও সন্মতি জনাব নোৱাৰিছিল। তেওঁ কৈছিল, "এই কথা স্পষ্ট যে পূব অসমত নগা অঞ্চলটো ৰাজনৈতিক আৰু অৰ্থ নৈতিকভাৱে নিজৰ ভৰিত থিয় হোৱাৰ পক্ষে অত্যন্ত ক্ষুদ্ৰ।" "নেহৰু বহিৰ্ভূত অঞ্চলবোৰ" বহিৰ্ভূত হৈ থকাটোৰ বিৰোধী আছিল। তেওঁ আৰু কৈছিল, "ভাৰতৰ কেৱল উত্তৰ-পূৰ্বাঞ্চলৰেই নহয়, উত্তৰ-পশ্চিম আৰু মধ্যম খণ্ডৰ জনজাতি অঞ্চলবিলাকৰ প্ৰতিও মই বিশেষৰূপে আগ্ৰহান্বিত। সেইবিলাকে বিভিন্ন

সমস্যা তুলি ধৰে। মই আশাকৰো যে স্বাধীন ভাৰতত, কেন্দ্ৰ আৰু সংশ্লিষ্ট ৰাজ্য-বিলাক, উভয়তেই, জনজাতীয় অঞ্চলবোৰৰ ৰক্ষণ আৰু উন্নয়নৰ কাৰণে এটা বিশেষ বিভাগ থাকিব। দেশৰ অন্যান্য অংশৰ যিবিলাক মানুহ নিজৰ সুবিধাৰ কাৰণে তেওঁ-লোকক শোষণ কৰিবলৈ তালৈ যাব পাৰে, সেই মানুহবিলাকৰদ্বাৰা তেওঁলোকক গ্ৰাস কৰাটো মই নিবিচাৰো।"

প্ৰকৃতপক্ষে, ১৯৫১ চনতেই নগা সমস্যা সম্পৰ্কে পণ্ডিত নেহৰুক অৱগত কৰা হৈছিল। সেই সময়ত এ জেদ ফিজোক জেলৰপৰা খালাচ দিয়া হৈছিল। তেওঁ নগা নেচনেল কাউন্সিলৰ অন্যতম প্ৰধান ব্যক্তি আছিল। পণ্ডিতজী অসমত থাকোঁতেই, ফিজোৰ নেতৃত্বত এন্ এন্ চিৰ এটা প্ৰতিনিধিদলে তেওঁক লগ ধৰিছিল। নগা প্ৰতিনিধসকলে নগালেণ্ডৰ স্বাধীনতা সম্পৰ্কে তেওঁলোকৰ অৱস্থান জানিবলৈ দিছিল আৰু একে সময়তে, তেতিয়ালৈকে নগাপাহাৰৰ প্ৰশাসনৰ দায়িত্বত থকা অসম চৰকাৰৰ প্ৰতি তেওঁলোকৰ বিৰূপতা প্ৰকাশ কৰিছিল।

পণ্ডিত নেহৰুৱে তেওঁলোকক কৈছিল, ক্ষমতা হস্তান্তৰৰ পিছত ভাৰতৰ সাৰ্ব-ভৌমত্ব এতিয়া কিমান বাস্তৱ আৰু এক ভাৰতীয় ইউনিয়নত সংহতকৰণৰ প্ৰক্ৰিয়া কেনেকৈ ঘটিছে আৰু পিছত কেনেকৈ নগাপাহাৰ ভাৰতৰ অপৰিহাৰ্য অংশ হৈ পৰিছে। তেওঁ কৈছিল "মই স্বাধীনতাক অতি মূল্যবান বুলি বিবেচনা কৰো। মই নিশ্চিত, নগাসকল মোৰ দৰেই সমানে স্বাধীন, কাৰ্যতঃ ভালেমান ক্ষেত্ৰত তাতোকৈ বেছি। কিন্তু নগাসকলে যি স্বাধীনতা বিচাৰে, সি সম্পূৰ্ণ পৃথক ধৰণৰ· ভাৰত আৰু বিশ্ব, উভয়ৰে, বৰ্তমানৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত নগাসকলৰ স্বাধীনতাৰ কাৰণে এনে অবাস্তৱ দাবি, আনকি ক্ষন্তেকৰ কাৰণেও বিবেচনা কৰাতো অসম্ভৱ। তেওঁলোকে যিটো বিচাৰিছে, তাৰ পৰিণতি নগাসকলে উপলব্ধি কৰিছে নে নাই, সেইটো সন্দেহৰ কথা। কাৰণ তেওঁলোকৰ বৰ্তমানৰ দাবিয়ে তেওঁলোকক ধ্বংসৰ পথলৈহে নিব।"

প্ৰধানমন্ত্ৰী নেহৰুৱে নগানেতাসকলক এক আশ্বাস দিছিল যে ভাৰতীয় ইউনিয়নৰ সংবিধানৰ ভিতৰতেই নগাসকলৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিবলৈ সম্ভৱতঃ সকলোখিনি কৰিব পৰা যায় আৰু সাধু মনোভাৱত কাম কৰিবলৈ তেওঁ তেওঁলোকক উপদেশ দিছিল।

কিন্তু এই সকলোখিনি সত্বেও, পৰিস্থিতিত মৌলিক ক্ৰটীটো অব্যাহত থাকিবলৈ দিয়া হৈছিল: নতুন দিল্লীৰ কাৰণে আৰু ইয়াৰ হৈ কাম কৰিবলৈ অসম চৰকাৰক ক্ষমতা দিয়া হৈছিল। এইটো নগাসকলে অত্যন্ত বেয়া পাইছিল আৰু ই বিক্ষোভৰ জুইত ঘিউ ঢালিছিল।

১৯৫২ চনত প্ৰধানমন্ত্ৰী নেহৰুৱে মণিপুৰ ভ্ৰমণ কৰা সময়ত পৰিস্থিতিটো উপশম কৰাৰ কাৰণে আৰু এটা সুযোগ পোৱা গৈছিল। তেওঁ কহিমাৰপৰা প্ৰায় ২৪ মাইল দূৰত, নগাপাহাৰ আৰু মণিপুৰৰ ঠিক সীমান্ততে অৱস্থিত মাও নামৰ মণিপুৰৰ নগা গাঁও এখনলৈ আহিছিল। ফিজোৱে পঠোৱা নগা দল এটাই প্ৰধানমন্ত্ৰীক লগ ধৰিছিল। তেওঁ তেওঁলোকক খাটাংকৈ কৈছিল যে নগা সাৰ্বভৌমত্বৰ প্ৰশ্নটো নগাসকলৰ লগত আলোচনা কৰিবলৈ চৰকাৰ আৰু প্ৰস্তুত নহয়। তাৰ পিছত নগা নেচনেল কাউন্সিলে ভাৰতীয় প্ৰশাসনৰ লগত কোনো সম্পৰ্ক নাৰাখে বুলি ইয়াৰ সিদ্ধান্ত ঘোষণা কৰিছিল। পৰিস্থিতি ক্ৰমে বেছি শোচনীয় হৈ পৰিছিল। বিশ্বৰ অন্যান্য অংশৰ লগত যোগাযোগ স্থাপনৰ কাৰণে আৰু সম্মিলিত জাতিসংঘৰ সমুখত নগা স্বাধীনতাৰ প্ৰশ্নটো উত্থাপন কৰাৰ নিমিত্তে এ জেদ. ফিজোৱে মনে মনে ১৯৫২ চনৰ ডিচেম্বৰ মাহত নগালেণ্ড ত্যাগ কৰিছিল। ফিজো বাৰ্মা পাইছিলগৈ, কিন্তু তাতে তেওঁক বাৰ্মাৰ পুলিচে গ্ৰেপ্তাৰ কৰে। তেওঁক নগালেণ্ডলৈ ঘূৰাই পঠোৱা হৈছিল, কিন্তু ভাৰতীয় কৰ্তৃপক্ষৰ হাতত চমজাই দিয়া হোৱা নাছিল।

পিছৰ বছৰৰ মাৰ্চ মাহত আন এটা অপ্ৰীতিকৰ ঘটনা ঘটিছিল। এই ঘটনাই পৰিস্থিতি আৰু বেছি শোচনীয় কৰি তুলিছিল। প্ৰধানমন্ত্ৰী নেহৰু আৰু বাৰ্মাৰ প্ৰধানমন্ত্ৰী থাকিন ইউ নুক আদৰণী জনাবলৈ এখন ৰাজহুৱা সভা আহ্বান কৰা হৈছিল। ইম্ফল ভ্ৰমণৰ পিছত ইন্দিৰা গান্ধী, টি এন্ কাউল আৰু বি এন্ মল্লিকক লগত লৈ দুয়োজন প্ৰধানমন্ত্ৰী কহিমালৈ আহিছিল। তেওঁলোকক এক উদ্দীপনাময় সম্বৰ্ধনা জনোৱাৰ কাৰণে নগাসকল তাত সমবেত হৈছিল। নগাসকলে এখন স্মাৰকপত্ৰ দিয়াৰ কাৰণে আৰু তেওঁলোকৰ স্বাধীনতাৰ কাৰণে দাবিৰ বিষয়ে পণ্ডিত নেহৰুৰ লগত কথা-বতৰা পাতিবলৈকো চেষ্টা কৰিছিল। ডেপুটি কমিছনাৰে তেওঁলোকক কোনো লিখিত অথবা মৌখিক ভাষণৰ অনুমতি নিদিলে আৰু দুই প্ৰধানমন্ত্ৰীৰ বক্তৃতা তেওঁলোকক শুনিবলৈ কলে। পণ্ডিত নেহৰুৰ লগত সাক্ষাত আৰু কথা-বতৰা হোৱাটো তেওঁ বিশেষভাৱে মানা কৰিছিল। নগাসকল ক্ৰোধান্বিত হৈ পৰিছিল আৰু ডেপুটি কমিছনাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰি তেওঁলোকে চিঞৰ-বাখৰ লগাইছিল। আনকি অৱশেষত পণ্ডিত নেহৰুৱে তেওঁৰ ভাষণ আৰম্ভ কৰাৰ আগতেই তেওঁলোকে সভাৰপৰা ওলাই গৈছিল। পণ্ডিতজী ক্ষুব্ধ হৈছিল আৰু তেওঁ ইয়াৰ সমস্ত দোষ অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ ওপৰত আৰোপ কৰিছিল বুলি জনা যায়। মেধিয়ে ডেপুটি কমিছনাৰজনক আঁতৰাইছিল।

পত্তিকে নগা জনসাধাৰণৰ লগত বুজাবুজি স্থাপনৰ কাৰণে আৰু এটা সুযোগ

হৈবাইছিল, অসম চৰকাৰৰ সামগ্রিক অবিজ্ঞ নীতিৰ ভিতৰত আমোলাতান্ত্রিক বেমেজালিৰ কাৰণেই।

সেই সময়ত কেন্দ্রীয় চৰকাৰে কিছুমান পদক্ষেপ গ্রহণ কৰাৰ কথা চিন্তা কৰিছিল আৰু এইবিলাকৰ যোগেদি ই পৰিস্থিতি চম্ভালিবলৈ বিচাৰিছিল। কিন্তু আকৌ অসম প্রশাসনৰ দ্বাৰা বেমেজালি সৃষ্টিৰ কাৰণেই এক নতুন অধ্যায় মুকলি কৰাৰ সমস্ত সুযোগ নষ্ট হৈছিল। ১৯৫৩ চনৰ মার্চ মাহত কহিমাৰ সভাত অশান্তি সৃষ্টি কৰাৰ সন্দেহত অসম পুলিচে হঠাতেই কেবাজনো নগানেতাক গ্রেপ্তাৰ কৰিবলৈ সিদ্ধান্ত কৰিছিল। তেওঁলোকে নগা নেচনেল কাউন্সিলৰ সম্পাদক টি ছাখৰীৰ ঘৰ তালাছি কৰে, আৰু এপ্রিল মাহৰ আগভাগত এন্ এন্ চিৰ মুখপত্ৰ নগাহেৰাল্ড নিষিদ্ধ কৰে।

তাৰ পিছত নগা নেচনেল কাউন্সিলৰ প্রায় সকলো গুৰুত্বপূর্ণ নেতাই আত্মগোপন কৰে। সশস্ত্র বিদ্রোহৰ কাৰণে প্রস্তুতি আৰম্ভ হয়।

এইবিলাকৰ পিছতো আনকি অসম চৰকাৰৰ খেলিমেলি সৃষ্টি বন্ধ হোৱা নাছিল। চাৰি পাঁচখন নগা গাঁৱত সশস্ত্র পুলিচে তালাছি কৰিছিল গাঁওবাসীৰ হাতত থকা সকলোবোৰ বন্দুক জব্দ কৰিছিল আৰু ভালেমান সন্দেহজনক লোকক গ্রেপ্তাৰ কৰিছিল। ইতিমধ্যে সমগ্র নগা বসতি অঞ্চলবিলাকৰপৰা বহু সংখ্যক লোকে স্বেচ্ছায় আত্মগোপন কৰিছিল। দ্রুত গতিত শোচনীয় হৈ পৰা এই পৰিস্থিতিৰ প্রতি অসম চৰকাৰে সহাৰি জনাইছিল সৰ্বাধিকৈ পুলিচ বাহিনী শক্তিশালী কৰি।

আনহাতে, কংগ্রেছৰ সভাপতি মণিপুৰলৈ আহোঁতে তেওঁৰ লগত সাক্ষাত কৰিবলৈ নগা নেতাসকলক অনুমতি দিয়া হোৱা নাছিল আৰু নতুন দিল্লীত ৰাষ্ট্রপতি ডঃ ৰাজেন্দ্র প্রসাদৰ লগতো সাক্ষাতৰ অনুমতি দিয়া নহৈছিল। সেয়ে নগাসকলৰ ভয় আৰু অবিশ্বাস প্রচুৰ পৰিমাণে বৃদ্ধি পাইছিল। বৰং তেওঁলোকৰ বিদ্রোহৰ গতি খৰতকীয়া কৰিবলৈহে তেওঁলোকক ঠেলি দিয়া হৈছিল।

পিছত নগাসকলে অসহযোগিতা আৰু আইন অমান্যৰ কর্মনীতি গ্রহণ কৰিছিল। এইটো আছিল কার্যতঃ ভাৰত চৰকাৰৰ চাকৰিয়ালসকলৰ লগত অসহযোগিতা। স্কুলৰ শিক্ষকসকলক পদত্যাগ কৰিবলৈ বাধ্য কৰা হৈছিল আৰু ছাত্রসকলে স্কুললৈ যোৱাটো বন্ধ কৰি দিছিল। স্কুল আৰু চৰকাৰী সম্পত্তি জলাই দিয়া আদি ঘটিয়েই আছিল। অ-বিদ্রোহী নগাসকলক আক্রমণ কৰা হৈছিল, অধিক গুৰুতৰ পৰিণতিৰ ভাবুকি দিয়া হৈছিল।

পুলিচ আৰু চৰকাৰী বিষয়াসকলক খাদ্যবস্তু বিক্রী কৰিবলৈ নগাসকলে অস্বীকাৰ কৰিছিল। গাঁওবুঢ়াসকলক চৰকাৰে দিয়া ৰঙা কম্বলবিলাক পদত্যাগৰ চিন

হিচাপে উপাযুক্তলৈ ঘূৰাই পঠোৱা হৈছিল আৰু ভাৰতীয় ইউনিয়নৰ চৰকাৰী উদ্‌যাপনবিলাক বৰ্জন কৰা হৈছিল। এইবিলাকক কিবা 'বিদেশী' বুলি বৰ্ণনা কৰা হৈছিল। এনে এটা পৰিস্থিতিৰ সন্মুখত, অসম চৰকাৰে কিছুদিন অসহায় দৰ্শকৰ দৰে আচৰণ কৰিছিল আৰু তাৰ পিছত, শান্তি আৰু শৃঙ্খলা ঘূৰাই অনাৰ কাৰণে পুনৰ কৌশলহীন আৰু অদূৰদৰ্শী ব্যৱস্থা গ্ৰহণ কৰিছিল, ভিতৰুৱা অঞ্চলত সশস্ত্ৰ আৰক্ষী চকী পতা হৈছিল, তাবুকি, ভীতিপ্ৰদৰ্শন আৰু সতৰ্কবাণী বাধাহীনভাৱে চলোৱা হৈছিল, ৰীতিগত সামূহিক জৰিমনা লগোৱা হৈছিল, কিন্তু এই সকলোবোৰে পৰিস্থিতি আৰু শোচনীয় কৰাতহে সহায় কৰিছিল।

প্ৰায় সেই সময়তে এটা নগা সদিচ্ছা মিছনে অসম ভ্ৰমণ কৰিছিল আৰু স্বাধীনতাৰ কাৰণে নগা দাবিৰ তাৎপৰ্য অসমৰ নেতাসকল আৰু জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিছিল।

ইপিনে নগা পাহাৰৰ ভিতৰত নগা নেচনেল কাউন্সিলে নিজেই এক ভাঙোনৰ সন্মুখীন হৈছিল, ইয়াৰ ভিতৰত থকা নৰমপন্থীসকলে তেওঁলোকৰ অহিংস আন্দোলন চলায়েই আছিল, কিন্তু চৰমপন্থীসকলে এক সশস্ত্ৰ বিদ্ৰোহ কৰিবলৈ বিচাৰিছিল আৰু ইয়াৰ কাৰণে প্ৰস্তুতি চলাই আছিল। প্ৰশ্নটো কেৱল আইন আৰু শৃংখলাৰ প্ৰশ্ন হিচাপে সমাধান কৰিবলৈ অসম চৰকাৰৰ গুৰুত্ব আৰোপ আৰু সেই দিশেদি গ্ৰহণ কৰা পৰৱৰ্তী ব্যৱস্থাবিলাকে পৰিস্থিতিটো চৰমপন্থীসকলৰ কাৰণে সুবিধাজনক কৰি দিছিল।

নগা চৰমপন্থীসকলে টুৱেনচাং অঞ্চলৰপৰা এক সশস্ত্ৰ বিদ্ৰোহৰ কাৰণে প্ৰস্তুতি আৰম্ভ কৰিছিল।

এনেকৈয়ে স্থাপিত হৈছিল নগাপাহাৰত চৰমপন্থী বিদ্ৰোহৰ মঞ্চ।

নগা পাহাৰৰপৰা বিপৰীত ধৰণে, মণিপুৰত অসন্তোষ আৰু অশান্তিৰ প্ৰধান কাৰণ-সমূহ অৰ্থনৈতিক, যদিও বৃটিছৰদ্বাৰা তেওঁলোকৰ বঞ্চনা আৰু ভূমি বিভাজনৰ বিৰুদ্ধে মণিপুৰীসকলৰ পুৰণি ঘৃণা এতিয়াও টিকি আছে।

মৈতেইসকল ( মণিপুৰীসকলক বোলা হয় ) হ'ল ৰাজ্যখনৰ জনসংখ্যাৰ ৭২ শতাংশৰো অধিক। তেওঁলোকৰ এটা ধাৰণা আছে যে স্বাধীন ভাৰতৰ চৰকাৰৰ পৰা তেওঁলোকৰ প্ৰাপ্যখিনি তেওঁলোকে পোৱা নাই। তেওঁলোকৰ নেতাসকলৰ মতে, মণিপুৰে ৰাজ্য মৰ্যাদা পোৱাৰ আনকি পিছতো, পাহাৰৰ লোকসকলকহে বেছি সুবিধা দি থকা হৈছে, আৰু মৈতেইসকল দ্বিতীয় শ্ৰেণীৰ নাগৰিক হৈ আছে। বৃটিছ উপনিবেশকাৰীসকলেই বিভেদৰ বীজ সিঁচিছিল বুলি তেওঁলোকে স্বীকাৰ কৰে, কিন্তু প্ৰশ্ন কৰে, অন্যায় দূৰীকৰণৰ কাৰণে দেশৰ জাতীয় নেতাসকল কিয় ব্যৰ্থ হৈছে।

নগাসকল থকা অঞ্চল নগালেণ্ডৰ লগত যুক্ত কৰি ৰাজ্যখন পুনৰগঠন কৰা আৰু মণিপুৰক নিজেই এক ঘন বিন্যস্ত অঞ্চল কৰাটো প্ৰয়োজন নাছিল নে? মণিপুৰৰ ভিতৰত এনে কিছুমান গুৰুত্বপূৰ্ণ অঞ্চল আছে, যিবিলাকত প্ৰধানত মাও আৰু উখৰুলৰ দৰে নগাসকলে বসবাস কৰে।

অতিৰিক্ত দুৰ্ভাগ্য হ'ল যে উখৰুল বাৰ্মাৰ ছোম্‌ৰা জনপদৰ গাতে লাগি আছে আৰু বিদ্ৰোহী নগাৰদ্বাৰা আক্ৰমণ আৰু লুণ্ঠনৰ কাৰণে ই সুচল। এই জনপদতো নগা-সকলে বাস কৰে।

মাও আৰু উখৰুল অঞ্চলবিলাকৰ নগাসকলো বিক্ষুব্ধ, তেওঁলোকে মণিপুৰৰ পৰিবৰ্তে নগালেণ্ডত অন্তৰ্ভুক্ত হোৱাটো বিচাৰে। তাৰ পিছত আছে কুকীসকলো (লুচাই) অসুখী, কাৰণ তেওঁলোকৰ সম্পৰ্ক মণিপুৰৰ লগতকৈ মিজোৰামৰ ফালে বেছি।

আগতেই উল্লেখ কৰা হৈছে, ১৯৪৭ চনত ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত মণিপুৰক খণ্ড ৰাজ্যৰ মৰ্যাদা দিয়া হৈছিল। এই কথাটো মণিপুৰৰ মানুহে কেতিয়াও ভাল পোৱা নাছিল। তেওঁলোকে মণিপুৰৰ কাৰণে পূৰ্ণ ৰাজ্যৰ মৰ্যাদা দাবী কৰিছিল। কিন্তু সহাবি আছিল সীমিত, মণিপুৰক উপদেষ্টা শাসিত অঞ্চল কৰা হৈছিল। পৰৱৰ্তী পদক্ষেপ আছিল মণিপুৰৰ কাৰণে এক আঞ্চলিক পৰিষদ স্থাপন। মণিপুৰক পূৰ্ণ ৰাজ্য-মৰ্যাদা দিয়া হয় মাত্ৰ ১৯৭২ চনতহে। উপদেষ্টাৰ শাসনৰ বিৰুদ্ধে এক ব্যাপক আন্দোলনৰ পিছত এই পদক্ষেপৰ প্ৰয়োজন হৈ পৰিছিল।

মৈতেই জনগণৰ প্ৰধান অভিযোগ হৈছে এই যে মণিপুৰে আনকি পূৰ্ণ ৰাজ্য মৰ্যাদা পোৱাৰ পিচতো ইয়াৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰে যথোপযোগী মনোযোগ দিয়া নাছিল। উচ্চ খাপৰ প্ৰশাসকসকলৰ প্ৰয়োজনীয় গুণৰ—জনসাধাৰণ আৰু তেওঁলোকৰ আশা-আকাঙ্খাবোৰ সহানুভূতিৰ সৈতে উপলব্ধি কৰা—অভাৱ দেখা গৈছিল। তেওঁলোকে আপত্তি কৰিছিল যে প্ৰশাসকসকলে সাধাৰণতে তেওঁলোকক ঘৃণাৰ চকুৰে চায়। এতিয়াহে এই পৰিস্থিতি ভালৰ ফাললৈ পৰিবৰ্তন হৈছে। কিন্তু ইতিমধ্যেই ক্ষতি সাধন কৰা হ'ল।

মৈতেইসকল হ'ল মণিপুৰৰ প্ৰকৃত শাসক শ্ৰেণী। কিন্তু তেওঁলোকৰ আপত্তি হ'ল, ভাৰত চৰকাৰে তেওঁলোকক তেওঁলোকৰ প্ৰাপ্য ব্যৱহাৰ দিয়া নাই। এইটো অৱশ্যে সম্পূৰ্ণ সত্য যেন নালাগে। বছৰৰ পিছত বছৰ ধৰি মণিপুৰে কেন্দ্ৰৰপৰা বৃহৎ পৰিমাণৰ ধন পাই আহিছে, কিন্তু এই ধন ৰাজ্যখনৰ আৰু ইয়াৰ জনসাধাৰণৰ উপকাৰ, আৰু উন্নয়নৰ কাৰণে উপযুক্তভাৱে ব্যৱহাৰ কৰা হোৱা নাই। মণিপুৰৰ নিজৰ ৰাজহ হ'ল বছৰি মাত্ৰ ৪ কোটি টকা, কিন্তু ৰাজ্যখনে বছৰি গড়ে ১১০ কোটি

টকা পৰিকল্পনা আৰু পৰিকল্পনাৰ বাহিৰৰ খৰচৰ কাৰণে পায়। এই ধনখিনিৰে আচলতে কি কৰা হৈছে ?

এটা উদাহৰণ দিয়া যাওক। ইম্ফল হ'ল মণিপুৰৰ ৰাজধানী নগৰ। যেই কোনো দিন এটাত ইয়াত চাইকেলৰ সংখ্যা দেখিলে যেই কোনো পৰ্যবেক্ষকেই মুগ্ধ হ'ব, ধাৰণা হ'ব যেন গোটেই চহৰখনেই চাইকেলৰ ওপৰত আছে। কিন্তু আচৰিত কথা, এই সমগ্ৰ মণিপুৰত এটা চাইকেল কাৰখানা অথবা আনকি এটা চাইকেলৰ বিভিন্ন অংশ জোৰা লগোৱা কৰ্মশালো স্থাপিত হোৱা নাই।

দ্বিতীয়তে, লোকটাক প্ৰকল্প। ইয়াক নিৰ্মাণ কৰোঁতে বহু বছৰ পাৰ হৈ গৈছে। মাত্ৰ সিদিনাহে ই চালু হৈছে। এইটো আগতেই নিৰ্মাণ কৰা হলে, মণিপুৰৰ জলসিঞ্চন সমস্যা বহুদিনৰ আগতেই সমাধান হলহেঁতেন, তাৰ উপৰি, ই মণিপুৰক প্ৰচুৰ পৰিমাণৰ বিদ্যুৎ শক্তি দিব পাৰিলেহেঁতেন। সেইটোৱে বাহিৰৰপৰা অনেক উদ্যোগপতিক মণিপুৰলৈ আকৃষ্ট কৰিলেহেঁতেন।

এই অভিযোগো কৰা হয় যে কেন্দ্ৰই দিয়া বিপুল পৰিমাণৰ ধন পাহাৰী লোক-সকলৰ মাজতো পৰাগৈ নাই, যদিও শুনা যায় যে পাহাৰী লোকসকলক অনবৰত বিশেষ সুবিধা দি অহা হৈছে। এই কথা স্পষ্ট যে মণিপুৰৰ কাৰণে দিয়া কেন্দ্ৰীয় চৰকাৰৰ নিধি ভয়ানকভাৱে অপব্যৱহাৰ কৰা হৈছে। সন্দেহ নাই, দুৰ্নীতি ব্যাপকৰূপে চলি আছে। আৰু এই ব্যাপক দুৰ্নীতিয়েই একাংশ যুৱকৰ মাজত চৰম পন্থাৰ জন্ম দিছে। মণিপুৰত এটা সন্ত্ৰাসবাদী আত্মঘাটী স্কোৱাড (টি এছ এছ) আছে। দুৰ্নীতিগ্ৰস্ত হোৱাৰ অভিযোগত তেওঁলোকে ভালেমানে বিষয়াক হত্যা কৰিছে। এই স্কোৱাডটোৰ ডেকাসকলে ভালেমান বিশ্বাস কৰে যে একমাত্ৰ সন্ত্ৰাস-বাদৰ এই পদ্ধতিৰদ্বাৰাইহে তেওঁলোকে মণিপুৰত দুৰ্নীতিৰ অৱসান ঘটাব পাৰিব।

মণিপুৰত ২২ টা মহাবিদ্যালয় আছে আৰু এইবিলাকৰপৰা বছৰি অনেক সংখ্যক যুৱক স্নাতক হৈ ওলাই আহে। কিন্তু নিয়োগৰ সুযোগ একেবাৰে নগণ্য। সেই কাৰণেই দেখা দিছে মণিপুৰী যুৱকসকলৰ মাজত বিৰোধৰ আৰু নৈৰাশ্যৰ মনোভাৱ।

এই অৱস্থাত দুটা উপাদানে মণিপুৰৰ পৰিস্থিতি জটিল কৰি তুলিছে: ব্যৰ্থ মনোৰথ যুৱকসকলৰ মনত মাও ছে তুঙৰ চিন্তাধাৰাৰ প্ৰসাৰ আৰু ৰাজ্যখনলৈ অস্ত্ৰ-শস্ত্ৰৰ অনুপ্ৰৱেশ। চৰমপন্থী ৰাজনীতিৰ উত্থান আৰু বিকাশত এই উপাদানবিলাকে ৰৰঙণী যোগাইছে।

আন এটা উপাদান হ'ল ৰাজ্যখনত ৰাজনৈতিক অস্থিৰতা। আঞ্চলিক দল আৰু গ্ৰুপবিলাকে বহুদিন ধৰি দৃশ্যপটত প্ৰাধান্য বিস্তাৰ কৰি আছে আৰু জাতীয় সংহতিৰ ধাৰা আৰু প্ৰৱণতা এই দল আৰু গ্ৰুপবিলাকে শক্তিশালী কৰিব বুলি মুঠেই আশা

কৰা নাযায়। তদুপৰি, দুৰ্ভাগ্যৰ কথা যে ৰাজ্যখনৰ আগৰ চৰকাৰৰ আনকি কিছুমান মন্ত্ৰীয়ো প্ৰায় প্ৰকাশ্যেই সন্ত্ৰাসবাদীৰ লগত যোগ আছিল। ইয়াৰ পৰিণতিত, প্ৰশাসনত এক গুৰুতৰ ব্যাঘাত ঘটিছিল। এনে মন্ত্ৰীসকলৰপৰাই উদগনি লৈ, কোনো কোনো বিষয়ায়ো সন্ত্ৰাসবাদীসকলক সহায় সমৰ্থন যোগাইছিল, আৰক্ষী বাহিনী হতাশগ্ৰস্ত হৈ পৰিছিল।

মণিপুৰত সন্ত্ৰাসবাদী বিদ্ৰোহৰ জন্ম দিয়া পটভূমি আছিল এয়ে।

বহু বছৰৰ আগতে লৰ্ড আৰউইনে মণিপুৰক ভাৰতৰ ছুইজাৰলেণ্ড বুলি বৰ্ণনা কৰিছিল। জৱহৰলাল নেহৰুৱে মণিপুৰক ভাৰতৰ ৰত্ন বুলি কৈছিল। 'মণি' শব্দটোৰ অৰ্থ হ'ল ৰত্ন আৰু 'পুৰ' শব্দটোৰ অৰ্থ হ'ল দেশ, গতিকে মণিপুৰ হ'ল ৰত্নৰ দেশ। এই ৰাজ্যখনৰ উত্তৰে আছে নগালেণ্ড, পশ্চিমে অসম আৰু দক্ষিণে মিজোৰাম। ইয়াৰ পূবত আছে বাৰ্মা।

মণিপুৰীসকল পাহাৰ আৰু ভৈয়াম, উভয়তে বাস কৰে আৰু দুই অংশৰ দোৱান, ৰীতি-নীতি আৰু পোছাক হ'ল পৃথক পৃথক ধৰণৰ। ভৈয়ামত বাস কৰা মণিপুৰীসকল হ'ল হিন্দু আৰু তেওঁলোকে কয় মণিপুৰী ভাষা, তেওঁলোকক বোলা হয় মৈতেই। পাহাৰত বাস কৰা লোকসকল হ'ল প্ৰায়ভাগেই খৃষ্টান আৰু তেওঁলোক হ'ল দুটা পৃথক জনজাতিৰ মানুহ: নগা আৰু কুকী। বিখ্যাত মণিপুৰী নৃত্যৰ উপৰিও তাঁত শিল্প আৰু হস্তশিল্পৰ কাৰণেও মণিপুৰৰ খ্যাতি আছে। উৎপন্ন বস্তুবোৰ তিৰোতাসকলে বজাৰত বিক্ৰী কৰে, এই বজাৰৰ নাম হ'ল খোৱাইজামবান্দ আৰু সম্ভৱতঃ ইয়েই ভাৰতৰ ভিতৰত সৰ্ববৃহৎ তিৰোতাসকলৰ বজাৰ।

ৰাজধানী ইম্ফল হ'ল ৰাজ্যখনৰ প্ৰায় মধ্যস্থলত অৱস্থিত আৰু সাংস্কৃতিক, বাণিজ্যিক আৰু ৰাজনৈতিক কাৰ্যৰ কেন্দ্ৰবিন্দু। ইম্ফলৰপৰা প্ৰায় ১১০ কিলোমিটাৰ দূৰত বাৰ্মা সীমান্তৰ ওপৰত মোৰে নামৰ এখন নগৰ অৱস্থিত। ইম্ফলৰ লগত মোৰেৰ সংযোগ পথটো হ'ল বিখ্যাত ভাৰত-বাৰ্মা পথ। এই পথত আছে খংজম নামৰ এটুকুৰা ঠাই, য'ত ১৮১১ চনত আক্ৰমণকাৰী বৃটিছ সেনা বাহিনীৰ বিৰুদ্ধে নিজৰ দেশৰ কাৰণে যুঁজ দি মণিপুৰৰ অতি সাহসী যুঁজাৰুসকলৰ অন্যতম মেজৰ জেনেৰেল পাওনাই প্ৰাণ আহুতি দিছিল। তাত স্থাপিত স্মৃতিস্তম্ভই সোঁৱৰাই দিয়ে জেনেৰেল পাওনাই চলোৱা বীৰত্বপূৰ্ণ যুঁজৰ কথা। ইম্ফল নগৰৰ প্ৰধান বজাৰখনো নামকৰণ হৈছে জেনেৰেলজনৰ নামত।

ইয়াৰ অলপ দূৰত আছে মৈৰাং। দ্বিতীয় বিশ্ব যুদ্ধৰ কালছোৱাত মৈৰাং আছিল আজাদ হিন্দ ফৌজৰ প্ৰধান কাৰ্যালয়। ইয়াতেই বৃটিছৰপৰা মুক্ত কৰা ভাৰতীয় মাটিত পোন প্ৰথমবাৰৰ কাৰণে সুভাষ চন্দ্ৰ বসুৱে আই এন্ এৰ পতাকা উত্তোলন

কৰিছিল। এতিয়া ময়ৰাঙত আছে আই এন্ এৰ স্মৃতিস্তম্ভ আৰু নেতাজীৰ এক প্ৰতিমূৰ্তি।

পাহাৰত গুৰুত্বপূৰ্ণ নগৰ হ'ল উখ্ৰুল আৰু মাও। মাও হ'ল ইম্ফলৰ পূবে এক পাহাৰী ঠাই আৰু এই ঠাই ছিমলাৰ দৰেই ঠাণ্ডা।

উত্তৰৰ পাহাৰমালা হ'ল কুব্ৰু। ইয়াৰ কিংবদন্তি আছে যে মণিপুৰী সভ্যতাৰ এটা খাটি ইয়াত আছে। কোৱা হয় যে মানুহৰ বসতি আৰম্ভ হৈছিল এই কুব্ৰুতেই আৰু তাৰপৰাহে বাহিৰলৈ বিয়পি পৰিছিল। মণিপুৰীসকলে কুব্ৰুক অতি প্ৰিয় আৰু পবিত্ৰ বুলি বিবেচনা কৰে।

ৰাজ্যখনৰ মাটিকালি হ'ল ২২৩২৭ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা হ'ল ১৪ ১১ লাখ, ইয়াৰে ২৭ ৩ শতাংশ হ'ল জনজাতীয়। প্ৰতি ১০০০ জন মুনিহৰ ভিতৰত ৯৭২ গৰাকী নাৰী। জনজাতীয় আৰু অ-জনজাতীয় নাৰী উভয়েই সম্পূৰ্ণ মুক্ত আৰু মুখৰ। তেওঁলে'কে সমাজত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। কিন্তু পৰিহাসৰ কথা যে ৬০ জনীয়া ৰাজ্যবিধান সভাত এগৰাকী নাৰীও নাই। ৰাজধানী চহৰ ইম্ফলতেই সমগ্ৰ ৰাজ্যৰ প্ৰায় আধাখিনি মানুহ বাস কৰে।

মৈতেই সকল হ'ল এক আত্মমৰ্যাদাবোধসম্পন্ন মানুহ। তেওঁলোক পোনে পোনেই সূৰ্য দেৱতাৰ বংশোদ্ভৱ বুলি বিশ্বাস কৰে। তেওঁলোকে নিজৰ ধৰণৰ এক শাসন ব্যৱস্থা, এক ধৰণৰ ৰাজতন্ত্ৰ গঢ়ি তুলিছিল। ৰজাই আছিল সৰ্বোচ্চ শাসক, তেওঁ ঐশ্বৰিক ক্ষমতা সম্পন্ন বুলি বিশ্বাস কৰা হৈছিল। মণিপুৰী ৰজাসকলে ওঠৰ শতিকাত হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল আৰু আনকি তেতিয়াও নিজক অৰ্ধ-ঐশ্বৰিক বুলি বিশ্বাস কৰিছিল। নিজৰ ৰাজ্যৰ আয়তন বঢ়োৱাৰ উদ্দেশ্যে মণিপুৰী ৰজাসকলে প্ৰায় সকলো সময়তে নগা গাঁও আক্ৰমণ কৰি সেইবোৰ অধিকাৰ কৰিছিল। ইয়াৰ ফলত জন্ম হৈছিল মণিপুৰী আৰু নগাসকলৰ মাজত পৰম্পৰাগত বৈৰিতা। বৃটিছ শাসকসকলে পিছত এই বৈৰিতাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল। স্বাধীন ভাৰততো এই মণিপুৰী নগা বৈৰীতাৰ ওৰ পৰা নাই। উপত্যকাত হিন্দু বৈষ্ণৱ ধৰ্মই প্ৰভুত্ব কৰাৰ দৰে পাহাৰত প্ৰভুত্ব কৰিছিল খৃষ্টান ধৰ্মই। ইয়ালৈ খৃষ্টান ধৰ্ম আহিছিল উনৈশ শতিকাত পশ্চিমৰপৰা। খৃষ্টান ধৰ্মৰ এই অনুপ্ৰবেশক কিছুমান জনজাতিয়ে ঘোৰ বিৰোধিতা কৰিছিল। এই লোকসকল আছিল প্ৰকৃতি পূজক। মৈতেই আৰু জনজাতিসকলৰ মাজত বৈৰীসুলভ মনোভাৱৰ গুৰি তেওঁলোকক নিজ নিজ ধৰ্মীয় বিশ্বাসতো নিহিত।

ৰাজনৈতিক ক্ষেত্ৰত, ১৭৫০ খৃষ্টাব্দৰপৰা মণিপুৰক বাৰ্মাই বাৰংবাৰ আক্ৰমণ কৰিছিল। তাৰ পিছত অৱশেষত ১৮২৬ চনত বৃটিছ আহি পৰিছিল আৰু মণিপুৰ

বৃটিছ কৰ্তৃত্বাধীন হৈ পৰিছিল। বৃটিছে মণিপুৰক খণ্ডিত কৰিছিল আৰু সাত হাজাৰ বৰ্গ মাইল জোৰা কাবৌ উপত্যকাটো মণিপুৰৰপৰা কাঢ়ি নি বাৰ্মাৰ লগত জাপি দিছিল। এই ক্ষেত্ৰত ইয়াৰ অধিবাসীসকল আৰু মণিপুৰীসকলৰ অনুভূতি বৃটিছে সম্পূৰ্ণৰূপে অৱজ্ঞা কৰিছিল। বৃটিছৰদ্বাৰা ক্ষমতা হস্তান্তৰৰ সময়ত, আগৰ কালৰ দৰেই, কাবৌ উপত্যকাটো মণিপুৰক ঘূৰাই দিয়াৰ কাৰণে মণিপুৰীসকলে আকৌ খুঁজ কৰিছিল। কিন্তু তেওঁলোকৰ সপোন অথলে গৈছিল।

আনহাতে, বৃটিছে মণিপুৰৰ অন্তৰ্ভুক্ত কৰিছিল একালে নগাসকলে বসবাস কৰা অঞ্চল আৰু আনফালে লুচাই ( মিজো ) আৰু কুকীসকলে বসবাস কৰা অঞ্চলবিলাক। এনে ধৰণৰ অন্তৰ্ভুক্তিয়ে আন্তঃৰাজ্যিক আৰু আন্তঃআঞ্চলিক কন্দলৰ কাৰণে প্ৰায় এক স্থায়ী ভিত্তি সৃষ্টি কৰিছিল। বৃটিছৰ দুষ্কৃতি দূৰ কৰিবলৈ স্বাধীন ভাৰত এতিয়াও সক্ষম হোৱা নাই আৰু আন্তঃৰাজ্য আৰু আন্তঃআঞ্চলিক উত্তেজনাৰ কাৰণ এতিয়াও থাকি গৈছে।

ত্ৰিপুৰাৰ কাহিনী আন এক ধৰণৰ হৈ আছে।

ত্ৰিপুৰা হ'ল 'তুই' পানী, আৰু 'প্ৰা' কাষ, দেশৰ উত্তৰ-পূব খণ্ডত দূৰ অঞ্চলত অৱস্থিত এক ক্ষুদ্ৰ ৰাজ্য। ইয়াৰ ক্ষুদ্ৰ অনুপাতেই—আয়তন ১০৪৮৬ বৰ্গ কিলোমিটাৰৰ বেছি নহয় যদিও, সমস্যাৱলীৰ ভাণ্ডাৰ। এই সমস্যাবোৰৰ এটা হ'ল ভৌগোলিক বিচ্ছিন্নতা। দেশ বিভাজনৰ ফলত ইয়াক ঘোঁৰাৰ খুৰাৰ দৰে তিনি ফালৰপৰা বাংলাদেশে ঘেৰি আছে। ইয়াৰ সীমান্তৰ দৈৰ্ঘ্য হ'ল ৯০০ কিলোমিটাৰৰো অধিক, ভাৰতৰ লগত সংযোগৰ কাৰণে থাকিল মাত্ৰ এটা সৰু বাট।

ত্ৰিপুৰাৰ আগৰ ইতিহাসত গাৰো পাহাৰৰপৰা আৰাকানলৈকে এক বৃহৎ অঞ্চল জয় কৰা হৈছিল বুলি গৌৰৱ কৰা হয়। ইয়াৰ কেবাবাৰো নাম সলনি হৈছিল—দুই ছিলেবলৰ শব্দ তিপ্‌ৰাৰপৰা বৃটিছৰ তিপেৰালৈকে। এতিয়া ইয়াৰ নাম ত্ৰিপুৰা হৈ আছে। পাহাৰী লোকসকলে অৱশ্যে পুৰণি নাম তিপ্‌ৰাকে ধৰি আছে।

ইয়াৰ প্ৰাক্তন শাসকসকলৰ বংশাৱলীৰ তালিকা থকা ৰাজসভাৰ বৰ্ণাৱলীত এবাৰ দৃষ্টি দিলেই প্ৰকাশ পায় যে ইয়াৰ ১৫০ জন শাসকৰ ভিতৰত প্ৰথম জন আছিল চেংথুম্ ফা। তেওঁ আছিল বাৰ্মাৰ ছান ৰাজ্যৰ সমৰ নেতা। কিংবদন্তি আছে যে এক বিচক্ষণ আপোচকামী সঙ্কেতৰূপে, বঙ্গদেশৰ গৌড় ৰজাই তেওঁক মাণিক্য উপাধিৰে ভূষিত কৰিছিল। পিছত তেওঁ মহামাণিক্য হিচাপে জনাজাত হৈছিল। ১৯৪৯ চনত ভাৰতীয় ইউনিয়নত ৰাজ্যখন অন্তৰ্ভুক্ত হোৱাৰ লগে লগে তেওঁৰ বংশ, ত্ৰিপুৰাৰ মাণিক্যসকলৰ শাসনৰ ওৰ পৰিছিল। এজন মাণিক্য ত্ৰিপুৰাৰ গোবিন্দ মাণিক্যক

ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ বিসৰ্জনত অমৰ কৰি থৈ গৈছে। পিছলৈ উভতি চালে দেখা যায়, ইতিহাস সচৰাচৰ হোৱাৰ দৰেই, মধ্যৱৰ্তী কালছোৱাত, ত্ৰিয়াং আৰু জামাটিয়ালকলৰ অন্যান্য জনজাতি ৰজায়ো ক্ষমতাৰ কাৰণে যুঁজ কৰিছিল আৰু চমু কালৰ কাৰণে গৌৰৱৰ ভাগী হৈছিল। প্ৰকৃতপক্ষে, শ-শ বছৰ ধৰি ৰাজ্যখনলৈ জনজাতীয় লোকৰ আগমণ আছিল প্ৰায় ধাৰাবাহিক। ত্ৰিপুৰালৈ অহা পমুৱাসকলৰ ভিতৰত আছিল লুচাই, মগ, কুকী, চাকমা, গাৰো, হালাম, খাচিয়া, নোৱাটিয়া, চাওতাল, ভীল, লেপচা আৰু ওৰাং জনজাতীয় লোকসকল। এওঁলোকৰ প্ৰত্যেকেই নিজৰ জনজাতীয় বৈশিষ্ট্য ৰক্ষা কৰিছিল আৰু এক বিভিন্ন তৰপীয়া সামাজিক ব্যৱস্থা গঢ়ি উঠাত সহায় কৰিছিল। অৱধাৰিতৰূপে, আন্তঃজনজাতীয় কন্দল হৈছিল। কিন্তু অ-জনজাতিসকলৰ তেওঁলোকৰ সংঘৰ্ষতকৈ এইবিলাক কন্দল কম সমস্যাযুক্ত আছিল। ১৯৮০ চনৰ সংঘৰ্ষ আছিল প্ৰশ্নাতীতভাৱে অতি শোচনীয় সংঘৰ্ষ। সেইখিনিতেই হ'ল আচল ৰহস্য।

জনসংখ্যাৰ গাঁথনিগত ভাৰসাম্যহীনতাই হ'ল বিবাদৰ এই ব্যাপকতাৰ আশু কাৰণ। ১৯৮১ চনৰ লোকপিয়াল অনুসৰি, ত্ৰিপুৰাৰ জনসংখ্যা হ'ল ২০.৫৩ লাখ। ইয়াৰ ভিতৰত ১৯টা তপছিলভুক্ত জনজাতিৰ লোকসংখ্যা হ'ল মাত্ৰ ২৯'৬৪ শতাংশ। এইটো আছিল ১৯৩১ চনৰ লোকপিয়লৰ লগত বৈসাদৃশ্য। সেই সময়ত তেওঁলোকৰ সংখ্যা আছিল ৫২ শতাংশ। গণ্ডগোলটো দেশবিভাজনৰ আগতেই আৰম্ভ হৈছিল। বৃটিছৰ গধুৰ মাটি খাজনাই কৃষকসকলক লাওলোৰা কৰিছিল আৰু ঋণদাতা মহাজনসকলৰ প্ৰভাৱৰ ক্ষেত্ৰ বৃদ্ধি কৰিছিল। গাঁৱৰ অধিকাংশ দুখীয়া মানুহে দেশীয় ৰাজ্যবোৰলৈ পলাই গৈছিল। প্ৰশাসন আৰু কৰ-কাটলৰ বোজা পাতল আছিল। বঙ্গদেশৰ দুখীয়া লোকসকল অসম আৰু ত্ৰিপুৰাসহ অন্যান্য দাঁতি-কাষৰীয়া অঞ্চলবিলাকলৈ গৈছিল। **আধুনিক ভাৰত** নামৰ তেওঁৰ কিতাপখনত বিপিন চন্দ্ৰই বিছপ হোৱাৰৰপৰা উদ্ধৃতি দি কৃষকসকলৰ দুৰৱস্থাৰ বৰ্ণনা দিছে। এই দুৰৱস্থাৰপৰা তেওঁলোক কেতিয়াও উদ্ধাৰ হব পৰা নাছিল। " সমগ্ৰভাৱে, দেশীয় প্ৰদেশবিলাকৰ প্ৰজাসকলতকৈ কোম্পানী প্ৰদেশবিলাকৰ কৃষকসকলৰ অৱস্থা অধিক শোচনীয়, অধিক দুখীয়া আৰু অধিক উৎসাহহীন কথাটো হ'ল এই যে আমি কৰাৰ দৰে কোনো দেশীয় ৰজাই খাজনা আদায় নকৰে।"

ত্ৰিপুৰাৰ ৰজাই বিশেষকৈ, কৃষি কাৰ্য বৃদ্ধিত উৎসাহ দিছিল, কাৰণ সেইটোৱেই আছিল তেওঁৰ ৰাজহৰ প্ৰধান উৎস। মাটি নিৰ্দিষ্ট খাজনাৰ স্থায়ীভাৱে দিয়া হৈছিল। য'ত এনে ধৰণে দিয়া হোৱা নাছিল, সেইবিলাক ক্ষুদ্ৰ তালুকৰপৰা প্ৰায়েই ঠিকা ভিত্তিত ৰাজহ সংগ্ৰহ কৰা হৈছিল। স্থায়ী বন্দোৱস্তীসকলক নামমাত্ৰ খাজনা দাবি

কৰা হৈছিল। আৰু ব'ড মাটি পোৱাজন নিজেই খেতিয়ক, তেওঁ কাৰ্যতঃ কৃষক মালিকৰ অৱস্থান লাভ কৰিছিল।

বঙ্গদেশৰ খেতিয়কসকল দলেবলে ত্ৰিপুৰালৈ গৈছিল প্ৰধানতঃ মাটিৰ কাৰণে। ৰাজ্যৰ বাহিৰৰ জনজাতীয়সকলক আহিবলৈ আৰু ঝুম খেতিৰ কাৰণে মাটি লবলৈ প্ৰলোভিত কৰা হৈছিল। (আগতেই ব্যাখ্যা কৰা হৈছে, ঝুম পদ্ধতি হ'ল ঠাই সলনি কৰি কৰা খেতি, ইয়াৰ কাৰণে হাবি কাটি জলাই দিয়া হয় আৰু তাৰ পিছত ওটি সিঁচাৰ কাৰণে আবৰ্জনাৰে চাকা কৰা হয়)। দেশ বিভাজনে অৱশ্যে অনাজনজাতীয়সকলৰ অনুকূলে ভাৰ গধুৰ কৰাত সহায় কৰিছিল। বাংলাদেশৰপৰা বঙালী হিন্দুৰ বৃহৎ আকাৰৰ দলবোৰ ক্ৰমে ক্ৰমে ত্ৰিপুৰাত প্ৰৱেশ কৰিছিল। এওঁলোকৰ লগতে আহিছিল বজাৰ পূৰ্বৰ প্ৰজাসকল চাকলা ৰোছানাবাদৰপৰা। এই ঠাইখন পূব পাকিস্তানক (এতিয়া বাংলাদেশ) এৰি দিয়া হৈছিল।

আশ্ৰয় প্ৰাৰ্থীসকলৰ বৃহত্তম আগমন হৈছিল ১৯৫১ আৰু ১৯৬১ চনৰ মাজত। সেই সময়ত, ১৯৪১ আৰু ১৯৫১ চনৰ মাজত থকা জনসংখ্যাৰ শতাংশ হিচাপত ২৪.৫৬ৰপৰা ৭৮.৭১ শতাংশলৈ বৃদ্ধি পাইছিল আৰু জনসংখ্যাৰ ঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত ১৯৬ জন হৈছিলগৈ। ই দেখাতেই তৈয়ামত সামান্য বেছি। গতিকেই, মানুহৰ ঠেলাঠেলি আৰু জনসংখ্যাৰ বিভাজন হ'ল অনুচিত ধৰণে। এফালে ৬৮ শতাংশ পাহাৰী অঞ্চলত ২৯ শতাংশ মানুহ সিঁচৰতি হৈ থাকিল আৰু আনফালে ৩১ শতাংশ ভৈয়াম অঞ্চলত জাপখাই থাকিল ৬৮ শতাংশ মানুহ। গতিকে অশান্তি হবলৈ বাধ্য কেৱল হিন্দু আৰু মুছলমানসকলৰ মাজতে নহয়, আনকি জনজাতীয় আৰু অ-জনজাতীয়সকলৰ মাজতো।

ত্ৰিপুৰাত ৰাজনৈতিক পাৰ্টিবিলাকৰ জন্ম ঘটে অঞ্চলটোত এক প্ৰতিনিধিমূলক চৰকাৰৰ কাৰণে মধ্যবিত্ত শ্ৰেণীৰ আন্দোলনৰ পৰিণতিৰূপে। কংগ্ৰেছ আৰু কমিউনিষ্ট পাৰ্টি, উভয়ৰে জন্ম হৈছিল সেই আন্দোলনৰপৰাই। অন্যান্য পাৰ্টিৰ অৱস্থিতি পিছৰ কালৰ। কংগ্ৰেছৰ ক্ষেত্ৰত, ই আছিল আকৌ অসমৰ প্ৰাধান্য সংক্ৰান্ত বিষয়। কাৰণ ত্ৰিপুৰাত পোন প্ৰথম কংগ্ৰেছ কমিটি অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ ওচৰত দায়বদ্ধ আছিল। আৰু এই কথাও সত্য যে ৰাজ্য পুনৰগঠন কাৰ্যসূচীৰ প্ৰথম পৰ্যায়ত ত্ৰিপুৰাক অসমৰ অন্তৰ্ভুক্ত কৰিবলৈ এটা প্ৰস্তাৱ উঠিছিল। এইটোত মানুহে ঘোৰ অসন্তোষ প্ৰকাশ আৰু বিৰোধিতা কৰিছিল।

ত্ৰিপুৰা ৰাজ্য প্ৰজামণ্ডল নামৰ আৰু এটা সংগঠন আছিল। এই সংগঠনটোৱে প্ৰধানতঃ জনজাতীয় লোকসকলৰ মাজত কাম কৰিছিল। ১৯৪৮-৫০ ৰ হিংস্ৰ

আন্দোলনৰ পিছত এই সংগঠনটো নিষিদ্ধ কৰি দিয়া হৈছিল। ইয়াক পিছত ত্রিপুৰা ৰাজ্য গণমুক্তি পৰিষদ হিচাপে পুনৰগঠন কৰা হৈছিল।

কংগ্রেছৰ তিতভবত তালে সংখ্যক শৰণাৰ্থীগতভাবে স্বীকৃত দেওৱা আছে। তেওঁলোকে জনসাধাৰণৰ অৱস্থা উন্নত কৰাৰ কাৰণে আজীৱন যুঁজ কৰি আহিছে। কিন্তু ইয়াৰ মূল দুৰ্বলতা জনসাধাৰণৰ মাজত পাৰ্টি ঘাটি স্থাপন কৰাত নহয়, ক্ষমতা লাভ কৰাৰ পিছত ই কাৰ্যতঃ এক ক্ষমতা-ভিত্তিক সংগঠন হৈ পৰিছিল। এই বিকাশৰ কুফল স্পষ্টভাৱে দেখিবলৈ পোৱা গৈছিল ত্রিপুৰাত ১৯৭৮ চনত অনুষ্ঠিত বিধান সভা নিৰ্বাচনত। এইবাৰ কংগ্ৰেছে ৬০ জনীয়া বিধান সভাত এখনো আসন দখল কৰিব পৰা নাছিল।

১৯৭৮ চনৰ নিৰ্বাচনে কমিউনিষ্ট পাৰ্টিৰ ( মাৰ্ক্সবাদী ) সমৰ্থন ঘাটিতো এক বিশেষ ধৰণৰ পৰিবৰ্তন প্ৰদৰ্শন কৰিছিল। আগতে ই আছিল কাৰ্যতঃ জনজাতীয় লোকৰ পাৰ্টি, কিন্তু এতিয়া ই অনা-জনজাতীয়সকলকো পক্ষে আনিছিল আৰু এনেভাৱে নিৰ্বাচনত উল্লেখনীয় ফল দেখুৱাইছিল। আনহাতে, কংগ্ৰেছে অনা-জনজাতীয় লোকসকলৰ, প্ৰধানতঃ বঙালী শৰণাৰ্থীসকলৰ মাজত থকা ইয়াৰ সমৰ্থন হেৰুৱাইছিল।

এই কালছোৱাত ত্রিপুৰাৰ ৰাজনৈতিক দৃশ্যপটত আৰু এটা পাৰ্টিৰ আবিৰ্ভাব হৈছিল। এইটো হ'ল ত্রিপুৰা উপজাতি যুব সমিতি। ত্রিপুৰাৰ ৰাজনীতিত এই পাৰ্টিৰ আবিৰ্ভাব এটা মন কৰিব লগীয়া তাৎপৰ্যপূৰ্ণ ঘটনা। ইয়াৰ উল্লেখনীয় পটভূমি হ'ল, দুয়োটা কমিউনিষ্ট পাৰ্টিয়েই ত্রিপুৰা উপজাতি যুব সমিতিৰ উদ্যোক্তা আছিল, ইয়াৰপৰাই পিছত ত্রিপুৰা উপজাতি যুব সমিতি আৰু চি পি এম মৈত্ৰীৰ ব্যাখ্যা পোৱা যায়। চি পি এম এই অত্যন্ত উদ্যোগী পাৰ্টিটোক কেৱল সাধাৰণ কামবোৰহে দিয়াত ভাঙোন অনিবাৰ্য হৈ পৰে।

এনেধৰণৰ এক অংশ বিশেষৰ ( অথবা সংকীৰ্ণতাবাদী ) পাৰ্টি গঠনৰ কাৰণে ধাৰণাটো কৰা হৈছিল এই কাৰণে যে, ষাঠি দশকৰ শেষৰ কালে চি পি আই আৰু চি পি এম-এ উপলব্ধি কৰিছিল যে ত্রিপুৰাৰ জনজাতীয় যুৱকসকলৰ ওপৰত বামপন্থী প্ৰভাৱ হ্ৰাস পাই আহিছে। এই ক্ষয়িষ্ণু গতিৰোধ কৰাৰ উদ্দেশ্যে তেওঁলোকে এই সংগঠনৰ ধাৰণাটো তুলি ধৰিছিল। তেওঁলোকৰ এই আশা আছিল যে ত্রিপুৰা উপজাতি যুব সমিতিয়ে জনজাতীয় যুৱকসকলক এক প্ৰতিদ্বন্দ্বী ৰাজনৈতিক আদৰ্শৰ ফালে তেওঁলোকৰ সহানুভূতি চাল লোৱাটোৰপৰা বাধা দি ৰাখিব পাৰিব।

পৰিণতি হ'ল কংগ্ৰেছ আৰু কমিউনিষ্ট পাৰ্টি কেইটাৰ প্ৰভাৱৰ ক্ষেত্ৰ আৰু অঞ্চল সম্পৰ্কে এক প্ৰাসঙ্গিক প্ৰশ্ন। প্ৰবাসী বঙালী হিন্দু লোকসকলৰ অনুজাৰ বিনিময়ত

কমিউনিষ্টসকলে আৰভনীৰপৰাই জনজাতীয় লোকসকলৰ মাজত তেওঁলোকৰ ঘাটি সংগঠিত কৰিছিল। কংগ্ৰেছৰ প্ৰভাৱ বেছি শক্তিশালী আছিল বঙালীৰ মাজত। এইটোৰ ফল সাধাৰণভাৱে হৈছিল জনজাতীয় আৰু অ-জনজাতীয়ৰ মাজত এক বিভাজন।

পিছত জনজাতীয় যুৱকসকলৰ মাজত কমিউনিষ্ট প্ৰভাৱ হ্ৰাস পাই অহাৰ লগে লগে পৰিস্থিতিৰ পৰিবৰ্তন ঘটিছিল আৰু সেই একেধৰণৰ ঘটনা ঘটিছিল বঙালীসকলৰ মাজত কংগ্ৰেছৰ প্ৰভাৱ হ্ৰাস, বিশেষকৈ জৰুৰীকালীন অৱস্থাৰ বছৰবোৰৰ পিছত।

১৯৭৮ চনৰ নিৰ্বাচনত সফলতাৰ পিছত, জনজাতীয় অঞ্চলত হেৰুৱা ভিত্তি পুনৰুদ্ধাৰৰ কাৰণে চি পি এম-এ সংকল্প লৈছিল। কিন্তু ত্ৰিপুৰা উপজাতি যুব সমিতি এই ক্ষেত্ৰত এক বাধা হৈ পৰিছিল আৰু তেওঁলোক আৰু চি পি এমৰ মাজত সম্পৰ্ক তিক্ত কৰি তুলিছিল। ত্ৰিপুৰা উপজাতি যুব সমিতিৰ প্ৰভাৱ খৰ্ব কৰাৰ উদ্দেশ্যে চি পি এম-এ ত্ৰিপুৰা হিল পিপল্ছ্ পাৰ্টি নামেৰে এটা প্ৰতিদ্বন্দ্বী পাৰ্টি গঠন কৰিছিল। ত্ৰিপুৰাৰ শাসকদল, চি পি এম-এ জনজাতীয় লোকসকলৰ অত্যন্ত সংকীৰ্ণমনা অনুভূতিৰ প্ৰতি আবেদন কৰি তেওঁলোকক পক্ষলৈ অনাৰ কাৰণে ইয়াৰ শক্তি মনোনিৱেশ কৰে। প্ৰতিদ্বন্দ্বী জনজাতীয় পাৰ্টি, টি এইচ পি পি, প্ৰতিষ্ঠাৰ লগে লগে এনে এক ৰণনীতি গ্ৰহণ কৰাৰ যুক্তিযুক্ততা সম্পৰ্কে সন্দেহ দেখা দিয়ে।

ত্ৰিপুৰা উপজাতি যুব সমিতিয়ে জনজাতীয় অনুভূতি জগাই তোলাৰ একেধৰণৰ কৌশল অনুসৰণ কৰিলেও, কংগ্ৰেছ সংযোগৰ মাধ্যমেদি সংখ্যাগৰিষ্ঠ সম্প্ৰদায় বঙালী-সকলৰ লগতো প্ৰভাৱ বিস্তাৰ কৰিবলৈকো চেষ্টা কৰিছে। কংগ্ৰেছৰ লগত মৈত্ৰীৰ সম্পৰ্ক গঢ়ি তোলাৰ বিষয়ে ত্ৰিপুৰা উপজাতি যুব সমিতি খুবেই আগ্ৰহী, আনহাতে কংগ্ৰেছ ত্ৰিপুৰা উপজাতি যুব সমিতিৰ প্ৰতি ইয়াৰ প্ৰতিশ্ৰুতি সম্পৰ্কে এতিয়াও উদাসীন।

কংগ্ৰেছৰ লগত মৈত্ৰীৰ নীতিৰ কাৰণে ত্ৰিপুৰা উপজাতি যুব সমিতি নিজেই সংকটৰ সন্মুখীন হব লগা হৈছে। ইয়াৰ এটা অংশ ইয়াৰপৰা বাহিৰ হৈ গৈছে আৰু নতুন পাৰ্টি গঠন কৰিছে: ত্ৰিপুৰা নেচনেল ভলন্টিয়াৰ: এইটো হ'ল চৰমপন্থী-সকলৰ পাৰ্টি।

ইয়াৰ সমস্ত নিৰ্বাচনী সাফল্য সত্বেও, চি পি এম অভ্যন্তৰীণ মত বিৰোধত ভুগিছে। আৰু কংগ্ৰেছৰ অৱস্থাও একেই।

গতিকে, ত্ৰিপুৰাত ৰাজনীতি এতিয়া একধৰণৰ দুৰ্বলতাত স্থবিৰ হৈ গৈছে, আৰু অৰ্থনৈতিকভাৱে, ৰাজ্যখন এতিয়া অতিশয় দাৰিদ্ৰ্যৰ কবলত পৰিছে।

ত্ৰিপুৰা হ'ল এক বিশেষ প্ৰকাৰৰ ৰাজ্য, পৰিকল্পনাভুক্ত আৰু পৰিকল্পনা বহিৰ্ভূত,

উত্তৰ বিধৰ, সমস্ত ব্যয়ৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰে বহন কৰে। জনসাধাৰণৰ ৮১ শতাংশৰো অধিক লোক দাবিদ্ৰ্য ৰেখাৰ তলত থকা ত্ৰিপুৰাৰ দাবিদ্ৰ্যই চূড়ান্ত সীমা চুইছেগৈ। ৰাজ্যখনৰ জনমূৰি আয় আছিল ১৮৭৮—৭৯ৰ সৰ্বভাৰতীয় গড় ১২৪৯ টকাৰ তুলনাত মাত্ৰ ৮৬১ টকা।

বাট-পথ আৰু ৰেলপথৰ যোগাযোগেও পৰিত্যক্ত হৈ থকাৰ সাধাৰণ মনোভাব তীব্ৰতৰ কৰিছে। কেউফালে স্থলভাগৰদ্বাৰা অৱৰুদ্ধ ৰাজ্যখন বাংলাদেশত জেপ এটাৰ দৰে ওলমি আছে। ইয়াৰ ৰেলপথ মাত্ৰ ১২ কিলোমিটাৰ দীঘল আৰু ৰেল ষ্টেচন ধৰ্মপুৰ, ত্ৰিপুৰাৰ ৰাজধানী চহৰ আগৰতলাৰপৰা দুশ কিলোমিটাৰ দূৰত অৱস্থিত।

গতিকে এই জুকলা দাবিদ্ৰ্য-পীড়িত ৰাজ্যখনত পথ পৰিবহনেই হ'ল যোগাযোগৰ একমাত্ৰ সম্বল।

ইয়াৰ মুঠ পথ দৈৰ্ঘ্য ৪৫০০ কিলোমিটাৰৰ ভিতৰত ১৮০০ কিলোমিটাৰৰ মটৰ-যানবাহন চলিব পৰা পকী পথটো সকলো ক্ষেত্ৰতে ৰাজ্যখনৰ শোচনীয় দুৰৱস্থাৰ পৰিচয়। আনকি ৰাষ্ট্ৰীয় পথ, ৰক্ত-বাহী ধমনী আৰু সিৰ হেন অসম-আগৰতলা পথটো দুৰ্বল দলংবোৰৰ সৈতে সন্ত্ৰাসবাদীসকলৰ দৰেই সমানে বিপদযুক্ত। এই সন্ত্ৰাসবাদীসকলৰ কাৰণে কেন্দ্ৰীয় আৰক্ষী বাহিনীৰ দুটা বেটেলিয়ান অনবৰত সতৰ্ক থাকিব লাগে। চৰমপন্থীৰ বিপদৰপৰা যোগাযোগৰ পথ মুক্ত আৰু বাধাহীন কৰি ৰখাৰ কাৰণে ৰাজ্য চৰকাৰে নিৰাপত্তা বাহিনীৰ পাঁচোটা বেটেলিয়ান নিয়োগ কৰিব লাগে।

কৃষিৰ কাৰণে সমতল ভূমিৰ মুঠ পৰিমাণ নিচেই কম। এটা পাটকল আৰু আন কেইটামান ৰাজহুৱা খণ্ডৰ গোটৰ বাহিৰে ৰাজ্যখনক এক সুস্থ অৰ্থনৈতিক মেৰুদণ্ড দিয়াৰ কাৰণে আন কোনো শিল্প প্ৰায় নায়েই। চাহখেতি আৰম্ভ হৈছিল ১৯১৬ চনত, কিন্তু ইও এতিয়া ইয়াৰ শেষ অৱস্থাত পৰিছেহি। প্ৰায়বিলাক বাগিচাই কপীয়া আৰু লোকচান দিছে। সম্প্ৰতি, এক নতুন সমবায় আঁচনিৰ অধীনত জনজাতীয় অঞ্চলবিলাকত কিছুমান বাগিচা পতা হৈছে। অৱশ্যে, চাহ খেতিৰ পুনৰুদ্ধাৰৰ বিষয়ে কোনো নিশ্চিত নহয়।

১৯৬৩ চনত যদিও ৰবৰ শিল্পৰ কাৰণে চেষ্টা কৰা হৈছিল, ১৯৭২ চনৰ আগলৈকে গুৰুত্বপূৰ্ণ অৰ্থনৈতিক পৰিকল্পনা হিচাপে ইয়াক কোনেও বিবেচনা কৰা নাছিল। ১৯৭২ চনত প্ৰাক্তন মুখ্যমন্ত্ৰী সুখময় সেনগুপ্তই জনজাতীয় লোকসকলক ৰবৰ বাগিচাত পুনৰবাসন দিয়াৰ কাৰণে এখন আঁচনি তৈয়াৰ কৰিছিল। কিন্তু কিছুমান সমস্যা আছিল। এইবিলাকৰ এটা হ'ল কূটাঘাটী লোকৰদ্বাৰা ৰবৰ পুলিবোৰৰ ইচ্ছাকৃত

নির্বিচাৰে ধ্বংস সাধন ( চি পি এম্ব উচ্চতনিত কৰা বুলি অভিযোগ উঠিছে )। যি কি নহওক, বৰবে এতিয়া ৰাজ্যৰ অৰ্থনীতিত এক গুৰুত্বপূর্ণ স্থান লাভ্ কৰিছে।

এসময়ত ত্রিপুৰাৰ উল্লেখযোগ্য বন সম্পদ আছিল। কিন্তু বছৰৰ পিছত বছৰ ধৰি ব্যাপকৰূপে গছ-গছনি কটাৰ ঘটনাই ৰাজ্যৰ মূল্যবান কাঠৰ যে কেৱল হানি কৰিছে এনে নহয়, আনকি ইয়াৰ পাৰিপাৰ্শ্বিকতাকো বিৰূপভাৱে আঘাত কৰিছে।

মূল কেঁচা মালৰ অভাৱৰ কাৰণে ৰাজ্যখনে অন্যান্য ৰাজ্যৰপৰা কৰা আমদানিৰ ওপৰত সম্পূৰ্ণৰূপে নির্ভৰ কৰিব লাগে আৰু এইবিলাকৰ পৰিবহনত বহু ধন খৰচ কৰিব লগা হয়। খাদ্য শস্যৰ ক্ষেত্ৰতো ত্রিপুৰা আত্মনির্ভৰশীল নহয় আৰু এই চাহিদা পূৰণৰ কাৰণে ত্রিপুৰাই ভাৰতীয় খাদ্য নিগমৰ কৃপাৰ ওপৰত নির্ভৰ কৰিব লাগে।

৪০৯ খন জিলাৰপৰা সংগৃহীত তথ্যপাতিৰ ভিত্তিত ভাৰতীয় অৰ্থনীতিৰ দিক নির্ণয়ৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে যুগুত কৰা অৰ্থনৈতিক বিকাশৰ সূচীয়ে এই ইংগিত দিয়ে যে সর্ব ভাৰতীয় গড ১০০ৰ তুলনাত ত্রিপুৰাৰ সূচী হ'ল, নিম্ন পৰ্যায়ৰ মাত্র ৩৪ আৰু অন্যান্য দুখীয়া ৰাজ্যৰ লগত তুলনা হ'ল, নগালেণ্ডৰ কাৰণে ই হ'ল ৫০, অসমত ই হ'ল ৫৮, ওপৰলৈ উঠি গৈ হাৰিয়ানাত হয়গৈ ১৬৬ আৰু পঞ্জাবত চুইছেগৈ ২২০ ত।

ৰাজ্যখনৰ অৰ্থনীতি প্ৰধানতঃ কৃষিৰ ওপৰত নির্ভৰশীল। ই হ'ল মুঠ উৎপন্নৰ ৬০ শতাংশ। গতিকেই, কৰ্মী বাহিনীৰ এটা বৃহত্তৰ অংশ ( ৭৬.৬ শতাংশ ) কৃষি আৰু তেনে ধৰণৰ কাৰ্যত নিযুক্ত থাকে। উদাহৰণ স্বৰূপে, কম উৎপাদন ক্ষম ঝুম খেতিয়ে এতিয়াও বৃহৎ অংশ জনজাতীয় লোকক আকৃষ্ট কৰে। ব্যক্তিগত দখলি মাটি নিচেই কম। এহাতে মুঠ মাটিৰ ৫৯ শতাংশ আছে এক হেক্টাৰৰ ওপৰৰ ব্যক্তিগত মাটি থকা মানুহৰ হাতত, মাটিৰ পৰিমাণ যিমানে বাঢ়িছে মাটিৰ মালিকৰ সংখ্যা তেনেকৈ কমি গৈছে। দুইৰপৰা চাৰি হেক্টৰৰ জমিখণ্ডৰ মালিক হ'ল ৰাজ্যখনৰ মাত্র ১৩ শতাংশ মাটিৰ মালিক। দহ হেক্টাৰ জমি খণ্ড থকা লোকৰ সংখ্যা হ'ল ৬০৫ জন।

গাঁৱৰ দুখীয়া মানুহৰ ক্ৰমবৰ্ধমান দাৰিদ্ৰ্যৰ কাৰণ মূলতঃ হ'ল গাঁৱৰ অৰ্থনীতিৰ উৎপাদন সঁজুলিবোৰ নিয়ন্ত্রণ কৰে চহৰৰ ব্যৱসায়ীসকলে আৰু এমুঠি ধনী পৰিয়ালে। তেওঁলোকৰ অবিচ্ছিন্ন দাৰিদ্ৰ্য হ'ল ঋণদাতা মহাজনৰ ওচৰত গাঁৱৰ মানুহৰ নির্ভৰশীলতাৰ ফল। অনা-জনজাতীয় গাঁৱলীয়া লোকসকলৰ লাওলোৱা অৱস্থা একে ধৰণৰ আৰু একে কাৰণৰপৰাই উদ্ভৱ। বহু বছৰ ধৰি কৃষকৰ সংখ্যা কমাৰ অনুপাতে ভূমিহীন কৃষকৰ সংখ্যা আৰু অনুপাত ধীৰে ধীৰে বৃদ্ধি পাই আহিছে। উৎপাদন-নিয়ন্ত্রণৰ সামন্ততান্ত্রিক গাঁথনিয়ে পুঁজিৰ সঞ্চয়ত বাধা সৃষ্টি কৰিছে। তাতোকৈ শোচনীয়

কথাশোধিক শ্ৰেণীবোৰে বৃহৎ সংখ্যক জনসাধাৰণক দাৰিদ্ৰ্যৰ হেচাত জকলা অৱস্থাত পেলাই ৰাখি ৰাষ্ট্ৰীয় ৰাজহৰ প্ৰচুৰ অপচয় ঘটাইছে। প্ৰশাসনৰ গাঁথনি ইমান দুৰ্বল যে এই গতি ওলোটামুখী কৰাৰ কাৰণে কাৰ্যতঃ একোকে কৰা সম্ভৱ হোৱা নাই।

ৰাজ্যখনক আগুৰি ধৰা নিবনুৱা সমস্যাটো আনকি ইয়াতকৈয়ো ভয়ানক। প্ৰতি বছৰতেই নিয়োগ বিনিময়ৰ কাৰ্যালয়ৰ বাহিৰত শাৰীবোৰ দীঘল হৈ গৈ আছে। নিয়োগৰ প্ৰধান থলীবোৰ হ'ল বিভিন্ন চৰকাৰী বিভাগবোৰ। ইতিমধ্যেই ইয়াত নিয়োগৰ সম্ভাৱনা ক্ষীণ হৈ গৈছে।

এনেধৰণৰ বিষম অৱস্থাত, এটা ৰূপালী ৰেখা আছে। সেইটো হ'ল প্ৰাকৃতিক গেছৰ আৱিষ্কাৰ। ইয়াৰ পৰিমাণ প্ৰচুৰ। ইতিমধ্যেই তেল আৰু প্ৰাকৃতিক গেছ আয়োগে তিনিটা কূপত গেছ পাইছে আৰু চাৰিটা কূপ পোৱাৰ সম্ভাৱনা আছে। তেল আৰু প্ৰাকৃতিক গেছ আয়োগক ( ও এন্ জি চি ) সহায় কৰা ছোভিয়েত বিশেষজ্ঞসকলে তেল পোৱাৰ সম্ভাৱনাও দুই নকৰে।

কিন্তু প্ৰতিশ্ৰুতিৰ এনে খণ্ডবোৰতো, ৰাজ্য চৰকাৰৰ দৃষ্টিভঙ্গীত এক বিৰক্তিজনক উদ্দেশ্যহীনতা দেখিবলৈ পোৱা যায়, খৃষ্টিয়ান মিছনাৰীসকলে ঔদ্যোগিক বিকাশ, বৈষয়িক সমৃদ্ধি আৰু অৰ্থনৈতিক কল্যাণৰ বিৰুদ্ধে জোৰ প্ৰচাৰ চলাইছে।

এই আটাইবোৰ অৱস্থাৰ সম্মিলনে নিশ্চিত কৰিছে যে আগলৈ 'যোৱা প্ৰতিটো দৃঢ় পদক্ষেপে স্থিতাৱস্থা ৰক্ষা কৰিবলৈ দুটা পিছলৈ যোৱা পদক্ষেপৰ লগত তাল মিলাব লগা হৈছে।

"ইয়াৰ মাটি আমাৰ মাটিৰ দৰে নহয়, ইয়াৰ আকাশ আমাৰ আকাশৰ দৰে নহয়; ওপৰত ডাৱৰ নোহোৱাকৈয়ে ইয়াৰ আকাশৰপৰা বৰষুণ পৰে, ইয়াৰ ভূমিত সেউজীয়া ঘাঁহ গজে মাটিৰপৰা কোনো সাহায্য নোহোৱাকৈয়ে। ইয়াৰ অৱস্থান পৃথিৱীৰ বৃত্তৰ আৰু আবৰি থকা আকাশৰ অভ্যন্তৰৰ বাহিৰত। আলিফ্ আখৰটো শব্দৰপৰা পৃথক হোৱাৰ দৰেই ইও অন্যান্যবোৰৰপৰা পৃথক। অন্য ঠাইত ঋতু শেষ হোৱা সময়ত ইয়াৰ ঋতুবোৰ আৰম্ভ হয়। আমাৰ শীতৰ সময়ত ইয়াত গ্ৰীষ্ম হয় আৰু আমাৰ গ্ৰীষ্মৰ সময়ত ইয়াত ঠাণ্ডা পৰে। মৃত্যুৰ গহ্বৰলৈ যোৱা পথৰ দৰেই ইয়াৰ বাট-পথবোৰ ভয়াবহ, ধ্বংস হোৱা জনবিহীন নগৰৰ দৰেই ইয়াৰ মুকলি অঞ্চলবোৰ জীৱনৰ কাৰণে মাৰাত্মক। অবিজ্ঞজনৰ অন্তৰৰ দৰেই ইয়াৰ বনাঞ্চলবোৰ হিংসাৰে পৰিপূৰ্ণ, ইয়াৰ নদীবোৰ সীমাহীন আৰু বিজ্ঞজনৰ মনৰ দৰেই এইবোৰ অসীম।"

এই কথাখিনি লিখা হৈছিল ৩০০ বছৰৰ আগতে। ইয়াৰ লিখক আছিল হেৰাটৰ মোল্লা দাৰিছ। যেতিয়া আহোম ৰাজত্ব চলি আছিল, সেই সময়ত অসম

আক্ৰমণ কৰিবলৈ অহা ব্ৰিধ জুম্‌গ্ৰাম লগত তেওঁ আহিছিল। বৰ্তমানে অৰুণাচল প্ৰদেশ নামে জনাযতে ঠাই ভোখৰত যেতিয়া আক্ৰমণকাৰীজন সোমাইছিলগৈ, তেওঁ ইয়াৰ ভূখণ্ড, জলবায়ু, পোছাক, ৰীতি-নীতি আৰু সবাতোপৰি ইয়াৰ জনগণৰ সাহস দেখি বিস্ময়াভূত হৈছিল। তিনিশ বছৰৰ আগতে যিটো কথা সঁচা আছিল, হয়তো এই শতিকাৰ আৰম্ভণীতো সেইটো কাৰ্যতঃ সত্য আছিল। কেৱল স্বাধীনতাৰ পিছতহে মাটি, আৰু জনগণ উভয়েই পৰিবৰ্তিত হবলৈ আৰম্ভ কৰিছিল।

অঞ্চলটোৰ সৌন্দৰ্যৰ বিষয়ে ১৮৪১ চনত উইলিয়াম ৰবিনছনে লিখিছিল: "পাহাৰৰ সিপাৰে পাহাৰ, নিৰ্জীৱ বেমেজালি একেলগে বান্ধ খাই দৰ্শকৰ চকুত লাগে যেন ধ্বংসপ্ৰাপ্ত বিশ্বৰ অৱশিষ্টবোৰহে, আৰু আনহাতে, চকুত চমক লগায় মনোৰম দৃশ্যপট, চকুৰ আগত ভাহি পৰে অসংখ্য শাৰী-শাৰী পৰ্বতমালা, বিস্তোপন দৃশ্যমালাৰ সৈতে দূৰ-দূৰনিলৈ আঁতৰি গৈছে, সেইবিলাকৰ নীলা কোণীয়া শৃঙ্গবোৰ হিমালয় পৰ্বতমালাৰ উচ্চ গম্ভীৰ চূড়াবোৰৰদ্বাৰা অতিক্ৰম নকৰালৈকে আকাশৰ শূন্য স্থানলৈকে মাজপথত বৰফ আৰু ধুমুহাৰ সুউচ্চ ভাণ্ডাৰ হিমালয় পৰ্বতৰ এই চূড়াবোৰ আছে মূৰ তুলি আৰু মহত্তম অনুভূতিৰ সৈতে মন সজীৱ কৰিব পৰা আৰু অত্যন্ত মহান স্মৃতিবোৰ জগাই তুলিব পৰা দৃশ্য প্ৰদৰ্শন কৰি।"

"সমগ্ৰ উত্তৰ সীমায়েদি বৰফে ঢকা পাহাৰ, ছিয়াঙৰ নদী দৃশ্য, কামেঙৰ পাইন আৰু বোক্তোভেনড্ৰন লোহিত উপত্যকাৰ গহীন সৌন্দৰ্য, পাটকাইৰ বিস্তোপন উচ্চভূমি, আপাতনী সমতলৰ নিৰীহ ছবি আৰু পথাৰবোৰে পৰ্যটকৰ মনলৈ এনে ভাব আনি দিয়ে যেন সৌন্দৰ্যৰ এক অফুৰন্ত নিজৰাৰ জিলিকনি তেওঁৰ মুখত আহি পৰিছেহি। এহাতে জীৱনৰ কঠোৰতা আৰু আনহাতে ইয়াৰ দৃশ্যপটৰ জাকজমকতা আৰু মনোৰমতাৰ ছাঁই মানুহবিলাকৰ চৰিত্ৰৰ ওপৰত ক্ৰিয়া কৰিছে। তেওঁলোকে সাহসৰ সৈতে বিপত্তিবোৰৰ সম্মুখীন হৈছে আৰু জয় কৰিছে, আৰু তেওঁলোক হ'ল মিহি, সবল আৰু ধুনীয়া বস্তুৰ প্ৰেমী।'

বহু ক্ষেত্ৰত অৰুণাচল প্ৰদেশ হ'ল ভাৰতৰ এক অসাধাৰণ অংশ। ইয়াৰ ভূখণ্ডৰ উপবিভাগ পশ্চিমৰ হিমালয় খণ্ডৰ উপবিভাগৰপৰা পৃথক। ইয়াৰ মাটিকালি ১৮৫৭৮ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা হ'ল আধা নিযুতবো কম। অৰুণাচল প্ৰদেশ বিস্তৃত হৈ আছে তিব্বতৰ দক্ষিণ সীমা গঠন কৰা বাৰ মাহে বৰফে ঢাকি ৰখা পৰ্বতৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ তপত আৰু সেমেকা সমভূমিলৈকে। সমগ্ৰ ভাৰতৰ অৰুণাচল প্ৰদেশতেই প্ৰথম সূৰ্যোদয় হয়। ইয়াৰ পশ্চিমে আছে ব্ৰহ্মপুত্ৰ, উত্তৰ আৰু পূৱত আছে তিব্বত আৰু চীনৰ ছিংকিয়াং খণ্ড আৰু দক্ষিণ পূৱত আছে বাৰ্মা। পাহাৰবোৰ আছে সাগৰৰ ঢৌৰ দৰে, ইটোৰ ওপৰত সিটোকৈ, অসংখ্য জুৰি

ছুলদিত কুলু কুলু ধ্বনি কৰি তলৰ উপত্যকালৈ তীব্ৰ গতিত বৈ আছে। সমতল ভূমি আছে বিধি হিচাপে নহয়, ব্যতিক্ৰম হিচাপেহে। দূৰ-দূৰণিৰ অঞ্চলবিলাকত, য'লৈ ভাঠ হাবিৰ মাজেদি লুংলুঙীয়া বাটেৰে কেৱল খোজ কাঢ়িহে যাব পাৰি, সেই দূৰণিৰ অঞ্চলবিলাকত এক ধৰণৰ দ্বীপত থকা মানুহৰ দৰে ক্ষুদ্ৰ ক্ষুদ্ৰ সম্প্ৰদায়ৰ মানুহ বাস কৰে আৰু তেওঁলোক পৃথিৱীৰ আন আন অংশৰপৰা কাৰ্যতঃ বিচ্ছিন্ন। স্থানীয় মানুহসকলে প্ৰায়েই মাটিৰপৰা জীৱিকা নিৰ্বাহ কৰে। সাম্প্ৰতিক বছৰবোৰত, সুবিধাজনক ব্যৱস্থাৰ লগে লগে তেওঁলোকৰ দৈনন্দিন প্ৰয়োজনীয় বস্তুবোৰ বিমানেৰে যোগান ধৰা হয়।

বিমানৰ যোগে যোগান ধৰা এই কামটো কৰে ভাৰতীয় বিমান বাহিনীয়ে। কেন্দ্ৰ শাসিত অঞ্চল অৰুণাচল প্ৰদেশত পাঁচোখন জিলাতেই কিছুমান নিৰ্দিষ্ট স্থান আছে। প্ৰত্যেক ঋতুতে, ভাৰতীয় বিমান বাহিনীৰ বিমানে সপ্তাহৰ নিৰ্দিষ্ট দিনবোৰত পাহাৰৰ ওপৰেদি উৰি গৈ এই নিৰ্দিষ্ট ঠাইবোৰলৈ যায় আৰু পাহাৰৰ ওপৰত নিৰ্ধাৰিত স্থানত জীৱনৰ প্ৰয়োজনীয় বস্তুবোৰ নমাই থৈ আহে। এই প্ৰয়োজনীয় বস্তুবোৰৰ ভিতৰত সকলো বস্তু থাকে—চাউল আৰু চেনিৰপৰা জুইচলা আৰু কেৰাচিন তেললৈকে। বিমানৰপৰা এই বস্তুবোৰ নমাওতে পেৰাচুট ব্যৱহাৰ কৰা হয়, নহলে বস্তুবিলাক নষ্ট হয় বা হেৰায়। বিমানৰপৰা নমোৱা কাম-কাজত বতৰৰ অৱস্থা এক বিৰাট বাধা আৰু বিপদ হব পাৰে। অৰুণাচলৰ বতৰ বৰ অস্থিৰ। আনকি গ্ৰীষ্মকালতো ই বহু ঘণ্টা ধৰি ডাৱৰীয়া হৈ থাকিব পাৰে আৰু কোনো আগজাননী নিদিয়াকৈয়ে বৰষুণ হব পাৰে। পাহাৰত থকা যি কোনো বাট-পথত যেই কোনো সময়তে কুঁৱলীয়েও ভ্ৰমণকাৰীকে অসুবিধাত পেলায়। নিয়মীয়া মৌচুমী বতৰ আৰম্ভ হয় এপ্ৰিল মাহত আৰু ছেপ্তেম্বৰলৈকে অব্যাহত থাকে আৰু ২০০ ইঞ্চিলৈকে বৃষ্টিপাত হয়। মৌচুমী বতৰত ভূমি স্খলন হয়, বাটপথবোৰ পিছল হৈ পৰে আৰু মাটি জোকেৰে ভৰি পৰে।

এই ঠাইখনতেই পাৰিপাৰ্শ্বিক অৱস্থাই ইয়াৰ বাসিন্দাসকলক শ শ বছৰ ধৰি কঠোৰ মুঠিৰে ধৰি থাকে। এইটোও হ'ল ইতিহাসৰ সত্য যে কোনো প্ৰবল সাম্ৰাজ্যিক শক্তিয়ে আটাইতকৈ শক্তিমান বুলিছকো বাদ নিদিয়াকৈ—কিছুমান সীমিত অঞ্চলৰ বাহিৰে অৰুণাচল প্ৰদেশৰ সমগ্ৰ অঞ্চলবোৰ কেতিয়াও পাবগৈ পৰা নাই, অৰুণাচল প্ৰদেশৰ আনকি একেবাৰে ভিতৰৰা অঞ্চলবিলাকলৈকো সভ্যতাৰ পোহৰ পোলোৱাৰ দায়িত্ব স্বাধীন ভাৰতৰ ওপৰত পৰিছে।

এই বিচ্ছিন্নতাৰ কাৰণেই, অৰুণাচল প্ৰদেশত এতিয়াও মাটিত ব্যক্তিগত সম্পত্তি গঢ়ি উঠা নাই। ইয়াত জমিদাৰ অথবা ঋণদাতা মহাজনো নাই। মাটিত ব্যক্তিগত

সম্পত্তি স্বত্ব নথকাৰ কাৰণে চৰকাৰে কিছুমান বিশেষ অসুবিধাবো সম্মুখীন হব লগা হৈছে। উদাহৰণ স্বৰূপে, যেতিয়া অৰুণাচল প্ৰদেশত কৃষকসকলক বেংকবোৰে আগধন দিবলৈ বিচৰা হয়, বিধিবিলাক সংশোধন কৰিবলগীয়া হয়, কাৰণ ব্যক্তিৰ মাটি সম্পত্তিৰ অবিহনে ঋণ দিয়াটো অসম্ভৱ, গতিকে ঋণ দিয়া হয় সম্প্ৰদায় ভিত্তিত আৰু তাৰ কাৰণে নিয়মাৱলী পৰিবৰ্তন অথবা সংশোধন কৰিব লগা হয়।

অৰুণাচল প্ৰদেশত উপাদানবোৰ ব'দ, বৰষুণ, গছ-গছনি, বাঁহ-বন ইত্যাদি—বাসীন্দাসকলৰ কাৰণে খুবেই গুৰুত্বপূৰ্ণ, এই অসুবিধাজনক ভূখণ্ড প্ৰকৃতিয়েও অনতিক্ৰম্য সৌন্দৰ্যৰে ওপচাই ৰাখিছে। ৰবফে ঢকা পৰ্বত, দুৰ্জয় বনাঞ্চল, কুলু কুলু কৰি বৈ যোৱা নদী আৰু জুৰি, চৰাই, পখিলা আৰু প্ৰায় সকলোবোৰেই মানুহত সৃষ্টি কৰিছে এক সহজাত সৌন্দৰ্যবোধ, যিটোৰ আত্মপ্ৰকাশ হয় তেওঁলোকৰ হস্তকলাত, তেওঁলোকৰ গীত আৰু নৃত্যত।

অৰুণাচল প্ৰদেশক সভ্যতালৈ উন্মুক্ত কৰাৰ আৰু এটা অৰ্থ হ'ল তাত আধুনিক প্ৰশাসনিক গাঁথনি। এই ৰাজ্যখন এতিয়া এখন কেন্দ্ৰশাসিত অঞ্চল। ইয়াৰ মন্ত্ৰীসভাখন নিৰ্বাচিত বিধানমণ্ডলীৰ ওচৰত দায়বদ্ধ। জাতিৰ সংসদতো—লোকসভা আৰু ৰাজ্যসভা উভয়তে—অৰুণাচল প্ৰদেশেও প্ৰতিনিধিত্ব পায়। জিলা প্ৰশাসনত জনসাধাৰণৰ প্ৰত্যক্ষ অংশ গ্ৰহণো সুনিশ্চিত কৰা হয় জিলা পৰিষদবিলাকৰ যোগেদি। এই পৰিষদবিলাকে ব্যাপক পৰিমাণে স্বায়ত্বশাসন ভোগ কৰে। জাতিৰ লগত এই কেন্দ্ৰশাসিত অঞ্চলটোৰ সংহতকৰণত জাতীয় পাৰ্টিৰ—ভাৰতীয় জাতীয় কংগ্ৰেছ—কামৰ মাজেদি সহায় কৰা হৈছে। বৰ্তমানে এই পাৰ্টিয়ে অৰুণাচল প্ৰদেশত প্ৰশাসন চলাবলৈ জনসাধাৰণৰ ৰায় লাভ কৰিছে।[১১]

ছিকিম হ'ল ভাৰতৰ একেবাৰে হমলীয়া আৰু ক্ষুদ্ৰতম ৰাজ্য। ইয়াৰ আয়তন ৭৩০০ বৰ্গ কিলোমিটাৰ। ছিকিমক বহুতেই ভাৰতৰ মুকুটত এটা মণি হিচাপে বৰ্ণনা কৰে। ছিকিমৰ বাহিৰে পৃথিৱীত অংশ নাই, যাৰ উচ্চতা ৮০০ ফুটৰপৰা ২৮০০০ ফুটৰো অধিক, শীৰ্ষত আছে কাঞ্চনজংঘা শৃঙ্গ। কাঞ্চনজংঘা হ'ল বিশ্বত তৃতীয় সৰ্বোচ্চ শৃঙ্গ আৰু ইয়াক ছিকিমীসকলৰ পবিত্ৰ দেৱতা বুলি বিবেচনা কৰা হয়।

ভাৰত-ছিকিম চুক্তিখন স্বাক্ষৰিত হৈছিল ১৯৫০ চনত গেংটকত (ছিকিমৰ ৰাজধানী) আৰু ইয়াৰ যোগেদি ছিকিম আৰু স্বাধীন ভাৰতৰ মাজত সম্পৰ্ক প্ৰতিষ্ঠা কৰা হৈছিল। তেতিয়াৰপৰাই ছিকিম ভাৰতৰ ৰক্ষিত অঞ্চল হৈ আছে। ১৯৭৫ চনৰ এপ্ৰিল মাহত ই ভাৰতৰ অংগ হৈ পৰে।

আনকি তাৰ আগতো ছিকিমে সকলো সময়তে ভাৰত চৰকাৰৰপৰা

উদাৰ সাহায্য লাভ কৰি আছিছিল। ১৯।২ চনৰপৰাই সমগ্ৰ ভাৰতৰ সামগ্ৰিক পৰিকল্পনা প্ৰক্ৰিয়াত ছিকিমক অন্তৰ্ভুক্ত কৰা হৈছিল।

ভাৰতৰ বাকী অংশৰ দৰেই, ছিকিমৰো আভ্যন্তৰীণ বিকাশ ঘটিছিল গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ দিশেদি। ১৭ জনীয়া সদস্যক লৈ গঠিত প্ৰথম ৰাজ্য পৰিষদ নিৰ্বাচিত হৈছিল ১৯৫৩ চনত। বহুদিন ধৰি ছিকিমত জনসাধাৰণে কোনো এক ধৰণৰ দায়িত্বশীল চৰকাৰ বিচাৰি আছিল। ইয়াত ১৯৫৮ চনত অনুষ্ঠিত দ্বিতীয় নিৰ্বাচনত বিপুল সংখ্যক লোকে অংশ গ্ৰহণ কৰিছিল। এই নিৰ্বাচনত ছিকিম ষ্টেট কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল। কিন্তু ছিকিম দৰবাৰে ১৯৬২ চনত আৰু এটা নিৰ্বাচনৰ আদেশ দিছিল। সেই বছৰতেই চীনে ভাৰতবৰ্ষ আক্ৰমণ কৰিছিল। পিছৰ বছৰৰ শেষৰ ফালে, মহাৰাজ টাছি নামগ্যালৰ মৃত্যুৰ লগে লগে ৫০ বছৰীয়া শাসনৰ ওৰ পৰে।

তেওঁৰ পিছত ৰজা হৈছিল তেওঁৰ দ্বিতীয় পুত্ৰ ( প্ৰথম সন্তান জনৰ আগতে এক বিমান দুৰ্ঘটনাত মৃত্যু হৈছিল ) পাল্ডেন থণ্ডাপ। তেওঁ নিজকে চগ্যাল বুলি কবলৈ লৈছিল। তেওঁ বিয়া কৰাইছিল বিখ্যাত ছম্‌দ্ৰুপ ফদ্ৰাং পৰিয়ালৰ ছংগে ডেকিক আৰু ১৯৫৭ চনত ছংগে ডেকিৰ মৃত্যুৰ পিছত তেওঁ দ্বিতীয়বাৰ বিয়া কৰাইছিল। এই দ্বিতীয় গৰাকী আছিল হোপ কুক নামৰ এগৰাকী আমেৰিকান মহিলা। পিছত তেওঁলোকৰ বিবাহ বিচ্ছেদ ঘটিছিল। চগ্যালৰ প্ৰথম গৰাকী পত্নীৰ ফালৰ তিনিটা ল'ৰা-ছোৱালী আৰু দ্বিতীয় গৰাকীৰ ফালৰ দুটা ল'ৰা-ছোৱালী আছিল।

ছিকিমত তৃতীয় নিৰ্বাচন অনুষ্ঠিত হৈছিল ১৯৬৭ চনৰ মাৰ্চ মাহত। পৰিষদৰ সদস্য সংখ্যা '৯৫৮ চনৰ ২০ ৰপৰা ১৯৬২ চনত ২৪ লৈ বৃদ্ধি কৰা হৈছিল। ছিকিম জাতীয় কংগ্ৰেছে আকৌ সংখ্যা-গৰিষ্ঠতা লাভ কৰিছিল, তাৰ পিছত স্থান আছিল ছিকিম নেচনেল পাৰ্টি আৰু ছিকিম ষ্টেট কংগ্ৰেছৰ। সেই সময়ত চগ্যালে কাউন্সিলৰ ৬ জন সদস্য মনোনীত কৰিছিল, তিনিজন চৰকাৰী বিষয়াসকলৰ মাজৰপৰা আৰু তিনিজন বাইজৰ মাজৰপৰা।

১৯৭৩ চনত প্ৰাক্তন চগ্যালৰ শাসনৰ বিৰুদ্ধে এটা গণ বিদ্ৰোহ হৈছিল। এটা ভোটগ্ৰহণৰ যোগেদি ছিকিমে ভাৰতৰ অংগ হবলৈ সিদ্ধান্ত কৰিলে। ১৯৭৫ চনৰ ২৬ এপ্ৰিলত ই ভাৰতৰ ২২ তম ৰাজ্য হৈ পৰে—জনসাধাৰণৰ ইচ্ছাৰদ্বাৰা আৰু ভাৰতৰ সংবিধানৰ ৩৬ তম সংশোধনৰ ফল স্বৰূপে। ছিকিমত গণতন্ত্ৰৰ কাৰণে গণ আন্দোলনৰ নেতা কাজি লেণ্ডুপ দৰ্জিৰ নেতৃত্বত নতুন ৰাজ্য চৰকাৰ গঠিত হ'ল।

১৯৭৯ চনত ছিকিমত এটা পৰিবৰ্তন ঘটিছিল : ৰাজ্য বিধানসভালৈ নিৰ্বাচনত কোনো জাতীয় পাৰ্টিয়ে সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে ; ছিকিম পৰিষদ পাৰ্টি

নামৰ এটা আঞ্চলিক দলে সংখ্যা গৰিষ্ঠতা লাভ কৰে আৰু ৰাজ্যখনত ক্ষমতাধিষ্ঠ হয়। ইয়াৰ নেতা নৰ বাহাদুৰ ভাণ্ডাৰী মুখ্যমন্ত্ৰী হৈছিল। পিছত ১৯৮১ চনত এই পাৰ্টিটো ভাৰতীয় জাতীয় কংগ্ৰেছৰ অন্তৰ্ভুক্ত হৈছিল। তাৰ পিছত ছিকিমত পুনৰ পৰিবৰ্তন ঘটিছিল; ভাণ্ডাৰী মন্ত্ৰীসভাক ৰাজ্যপালে বিতাৰণ কৰিছিল, ছিকিমক ৰাষ্ট্ৰপতিৰ শাসনাধীন কৰিছিল আৰু তাৰ পিছত গঠিত হৈছিল এক কংগ্ৰেছী মন্ত্ৰীসভা। পুনৰ ১৯৮৫ চনৰ নিৰ্বাচনত নৰবাহাদুৰ ভাণ্ডাৰীৰ নেতৃত্বাধীন পাৰ্টিটোৱে সংখ্যা গৰিষ্ঠতা লাভ কৰে আৰু ভাৰতীয় জাতীয় কংগ্ৰেছ পৰাজিত হয়। আঞ্চলিকতাবাদৰ ওপৰত গুৰুত্ব দিয়া ভাণ্ডাৰী মন্ত্ৰীসভা এতিয়াও ছিকিমত চলি আছে।

ছিকিম বিধান সভাৰ সদস্য সংখ্যা হ'ল ৩২ জন, ইয়াৰে ১৭ খন আসন সাধাৰণ আসন, ১২ খন তপছিলভুক্ত জনজাতি লেপচা আৰু ভুটীয়াসকলৰ কাৰণে সংৰক্ষিত আৰু এখন মঠবিলাকৰ কাৰণে সংৰক্ষিত। আগতে আসনৰ বিতৰণ আছিল সমানুপাতৰ ভিত্তিত— ৫ খন নেপালীৰ কাৰণে, ১খন অনুসূচীত জাতিৰ কাৰণে, ১৫খন লেপচা আৰু ভুটীয়াৰ কাৰণে আৰু ১ খন সংঘৰ ( মঠ ) কাৰণে।

ছিকিমী জনসংখ্যাৰ গঠনত এক বৃহৎ পৰিবৰ্তন ঘটিছে। অনুসূচীত জনজাতি, যেনে লেপ্‌চা আৰু ভুটীয়াসকল আছিল ছিকিমৰ আদি অধিবাসী। কিন্তু এতিয়া তেওঁলোকৰ সংখ্যা হ্ৰাস হৈ জনসংখ্যাৰ মাত্ৰ ৩০ শতাংশত পৰিছেগৈ আৰু প্ৰবাসী নেপালীসকল এতিয়া সংখ্যাগৰিষ্ঠ হৈ পৰিছে। আন কিছুমান ক্ষুদ্ৰ ক্ষুদ্ৰ সম্প্ৰদায়ো আছে, যেনে লিম্বু, শেৰপা আৰু কাজী, আৰু ভাৰতৰ অন্যান্য ৰাজ্যৰপৰা অহা কিছুমান সৰু সুৰা অংশ।

ছিকিমলৈ নেপালীসকলৰ আগমনে কেৱল জনসংখ্যাৰ গঠনকে পৰিবৰ্তন কৰিছে এনে নহয়। ই আনকি অন্যান্য জটিলতাও সৃষ্টি কৰিছে। ইতিমধ্যেই লেপচা আৰু ভুটীয়াসকলৰ মাজত কিছু ক্ষোভৰ প্ৰতিধ্বনি শুনা গৈছে। তেওঁলোক নিজৰ দেশতে বাহিৰৰ মানুহবোৰৰ দ্বাৰা সম্পূৰ্ণৰূপে গ্ৰাসিত হোৱাৰ ভয় আছে। সংখ্যাগৰিষ্ঠ সম্প্ৰদায়, নেপালীসকলেৰ নেপালৰ কাৰণে কোনো এক ধৰণৰ অঞ্চল-বহিৰ্ভূত মনোভাৱ পোষণ কৰে বুলি জনা যায়। আৰু বৰ্তমানৰ ভূ-ৰাজনৈতিক জটিলতাৰ কাৰণে, ছিকিমত অস্থিৰতা সৃষ্টিৰ ক্ষেত্ৰত বস্তুগতভাৱে নেপাল এক উপাদান হৈ পৰিছে। ছিকিমত নেপালী অনুপ্ৰবেশ এক ধাৰাবাহিক প্ৰক্ৰিয়া হৈ পৰিছে, এইটোৱে আৰু অধিক উত্তেজনা সৃষ্টি কৰিছে।

তদুপৰি, ছিকিমত বাস কৰা নেপালী সংখ্যাগৰিষ্ঠৰ মাজত এটা ধাৰা, ভাৰতৰ লগত ছিকিমৰ অন্তৰ্ভুক্তিৰ বিৰুদ্ধে ধাৰা দেখিবলৈ পোৱা গৈছে। ছিকিমত বৰ্তমানে

কমতাধিষ্ঠ পাৰ্টিটোৰ নেপালীসকলৰ মাজত ইয়াৰ ঘাটি আছে আৰু এই পাৰ্টিৰ লগত অন্যান্য পাৰ্টিৰ মতবাদৰ পৃথক, এই ক্ষেত্ৰত যে এই পাৰ্টিয়ে এক বঞ্চিত অঞ্চল হিচাপে ছিকিমৰ পূৰ্বৰ মৰ্যাদা পুনৰুদ্ধাৰৰ দাবী কৰি আহিছে। আমতাৰ কৰলৈ গলে, নৰ বাহাদুৰ ভাণ্ডাৰীৰ নেতৃত্বাধীন পাৰ্টিয়ে ভাৰতৰ লগত ছিকিমৰ চামিলকৰণৰ বাস্তৱ ঘটনাক তুই কৰিবলৈ বিচাৰে।

এই বিশেষ দাবিৰ অঞ্চল-বহিৰ্ভূত সংযোগ আছে, উল্লেখ কৰিব পাৰি যে চীনে আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰয়ো ভাৰতীয় ইউনিয়নৰ লগত ছিকিমৰ চামিলকৰণ কেতিয়াও স্বীকাৰ কৰা নাই। আগতেই উল্লেখ কৰা হৈছে, প্ৰধানতঃ সাম্প্ৰতিক ভূ-ৰাজনৈতিক পৰিবৰ্তন আৰু সেইবোৰৰ পৰিণতিৰূপে জটিলতাবোৰৰ কাৰণেই নেপাল সম্প্ৰতি চীনৰদ্বাৰা প্ৰভাৱিত হৈছে।

এই প্ৰসঙ্গত, ছিকিমৰ ৰণনৈতিক গুৰুত্বৰ কথাও মনত ৰখা উচিত। এখন সীমান্ত ৰাজ্য হিচাপে ছিকিমৰ ৰণনৈতিক গুৰুত্ব সমগ্ৰ পৃথিৱীত সকলোৰে কাৰণে সুপৰিচিত। ইয়াৰ উত্তৰে আছে তিব্বত, পশ্চিমে আছে নেপাল, পুৱত আকৌ তিব্বত (চুম্বি উপত্যকা), দক্ষিণ-পূৱত আছে ভূটান, আৰু দক্ষিণত আছে পশ্চিম বঙ্গ। নাথুলা গিৰিপথ গেংটকৰ ৫০ কিলোমিটাৰ দূৰত অৱস্থিত, আৰু চীন (তিব্বত) সীমান্তৰপৰা মাত্ৰ ৩০ গজ আঁতৰত।

ছিকিমৰ প্ৰতি ভাৰত চৰকাৰ সদায়েই উদাৰ হৈ আহিছে। অন্য সকলো ৰাজ্যৰ জনমূৰি ব্যয়ৰ গড়ে ১৪০ টকাৰ তুলনাত ছিকিমৰ জনমূৰি পৰিকল্পনা ব্যয় ৯৪৬ টকা। ১৯৭৮ চনৰপৰা ১৯৮৩ চনলৈকে ছিকিমলৈ জনমূৰি কেন্দ্ৰীয় সাহায্য ধৰা হৈছিল ৪৪৩৬ টকা, ইয়াৰ তুলনাত সৰ্ব-ভাৰতীয় গড হ'ল ২৩৮ টকা।

ছিকিমৰ ছিয়াশী শতাংশ লোক গাঁও অঞ্চলত বাস কৰে। আটাইতকৈ গুৰুত্বপূৰ্ণ বৃত্তি হ'ল কৃষি। একাশী শতাংশ হ'ল কৃষক, কিন্তু প্ৰায় ৬ শতাংশৰে খেতি কৰা মাটি নিজৰ নহয়। মাটিৰ মালিক হ'ল জমিদাৰসকল আৰু কৃষকসকলে তেওঁলোকৰ উৎপন্ন বস্তুৰ ৫০ শতাংশ জমিদাৰক দিব লাগে। প্ৰায় ৮১০০০ হেক্টৰ মাটিত খেতি কৰা হয়। এই মাটি হ'ল ৰাজ্যখনৰ মুঠ মাটিকালিৰ ১১ শতাংশ। ভূমি গোটৰ মুঠ সংখ্যা হ'ল প্ৰায় ৩০,০০০। অধিকাংশ গোটৰে মাটি হ'ল ৪ হেক্টৰলৈকে। ৫ হেক্টৰৰ ওপৰত ভূমিগোটৰ সংখ্যা ৭৫০০ৰো অধিক। বিক্ৰী বাবদ কৰা শস্যৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ল বৰ ইলাচিৰ খেতি, চাহ খেতিয়েও ছিকিমত শুভ সূচনা কৰিছে, উৎকৃষ্টগুণৰ চাহ উৎপাদিত হৈছে, বিখ্যাত দাৰ্জিলিং চাহৰ সমানে গুণবিশিষ্ট অথবা তাতোকৈ বেছি ভাল গুণৰ।[১২]

সমগ্ৰ উত্তৰ-পূৱত আটাইতকৈ গুৰুত্বপূৰ্ণ অঞ্চল হ'ল অসম। কাৰ্যতঃ অসম হ'ল

উত্তৰ-পূৱলৈ প্ৰৱেশ বাব। ইয়াৰ আয়তন হ'ল ৭৮৫২৩ বৰ্গ কিলোমিটাৰ। ইয়াত আছে বহক-জৰক সেউজীয়া পাহাৰ আৰু সাৰুৱা সমতলভূমি। অসম হ'ল দেশৰ মুঠ আয়তনৰ ২ ৪ শতাংশ আৰু ইয়াত বাস কৰে দেশৰ মুঠ জনসংখ্যাৰ ২'৭ শতাংশ।

অসমৰ জনসংখ্যা বৃদ্ধিৰ হাৰত ভাৰতৰ বেছিভাগ ৰাজ্যৰ বৃদ্ধিৰ হাৰতকৈ বেছি। অৱশ্যে, জনসংখ্যাগত ধাৰাটো নতুন নহয়। ১৯৫০ চনৰ আগৰ আঢৈ কুৰি বছৰৰ ভিতৰত অসমত জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল এক আশ্চৰ্যজনক হাৰ, ১৯০১ চনৰ জনসংখ্যাৰ তুলনাত আঢৈ গুণ বেছি। এনে ঘটনা দেশৰ আন কোনো ঠাইতে ঘটা নাছিল। অৱশ্যে, ই কোনো স্বাভাৱিক কাৰণত হোৱা নাছিল। ইয়াৰ কাৰণ আছিল দেশৰ অন্যান্য অংশৰপৰা ইয়ালৈ প্ৰব্ৰজন। এই প্ৰব্ৰজনে এনে এক প্ৰকাণ্ড অনুপাত লৈছিল যে ১৯৩১ চনত অন্যান্য ৰাজ্যৰপৰা আহি অসমত বসবাস কৰা মানুহৰ সংখ্যা হৈছিল ২১ ৭০ লাখ, ইয়াৰ তুলনাত স্থানীয় অসমীয়া মানুহৰ সংখ্যা আছিল :৯ ৯৯ লাখ। খাচ ব্ৰহ্মপুত্ৰ উপত্যকাতেই অসমীয়া মানুহৰ অনুপাত আছিল সেই অঞ্চলটোৰ মুঠ জনসংখ্যাৰ মাত্ৰ ৩৯ শতাংশ।

এই অসাধাৰণ প্ৰব্ৰজনৰ পাছত এটা মৌলিক ঐতিহাসিক কাৰণ আছিল। দেশৰ এই অংশটোলৈ বৃটিছ আহিছিল উনৈশ শতিকাতেই। তেওঁলোকে অৰ্থনৈতিক ক্ষেত্ৰত এক নতুন ধৰণৰ নীতি প্ৰবৰ্তন কৰিছিল। জমি পুনৰুদ্ধাৰৰ বাহিৰেও বৃটিছে চাহ শিল্প স্থাপন কৰিছিল, কয়লাখনি আৰু তৈল কূপ মুকলি কৰিছিল। আনকি তেতিয়াও ৰাজহৰ প্ৰধান উৎস আছিল মাটি। বৃটিছে এনে এটা ভূমি বন্দোবস্তি ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল, যিটো স্থানীয় মানুহৰ কাৰণে কেতিয়াও উপযোগী নাছিল। গতিকে, তেওঁলোকৰ শাসনাধীন বিভিন্ন অঞ্চলৰপৰা সেই স্থানবোৰ পূৰাবলৈ মানুহ আনিছিল, কাৰণ মাটিত কাম কৰিবলৈকে হওক অথবা চাহ বাগিচা, কয়লাখনি, বা তেল পুঙত কাম কৰিবলৈকে হওক স্থানীয় মানুহ পোৱা নগৈছিল।

এই প্ৰক্ৰিয়াত অসমৰ মানুহে তেওঁলোকৰ পৰম্পৰাগত অৰ্থনৈতিক ভিত্তি হেৰুৱালে, ক্ৰমে ক্ৰমে তেওঁলোকে কাম কৰাৰ ইচ্ছাও হেৰুৱালে। ই এনেকুৱা অবাস্তৱ অৱস্থাত উপনীত হৈছিল যে আনকি বানপানীৰ ক্ষতি পূৰণ কৰাৰ কাৰণে সাহায্য প্ৰকল্পবোৰতো ক্ষতিগ্ৰস্ত অঞ্চলৰ গাঁওবাসীসকলে, নিজে কাম কৰাৰ পৰিবৰ্তে বিহাৰী শ্ৰমিক ( ছুনীয়া ) নিযুক্ত কৰিছিল।

অতীত ইতিহাসৰ জেৰ এতিয়াও চলি আছে আৰু অসমৰ মানুহবিলাকৰ দুঃখজনকভাৱে উদ্যমৰ অভাৱ ঘটে। ইয়াৰ লগত যোগ হয় ভালেমান ভৌগোলিক বাধা। তাৰ কাৰণে ৰাজ্যখনে ইয়াৰ বৃদ্ধি সম্ভাৱনাক আনকি মজলীয়া ধৰণেও ব্যৱহাৰ কৰিব

পৰা নাই। তদুপৰি, ৰাজ্যখনত সময়ে সময়ে দেখা দিয়া প্ৰাকৃতিক দুৰ্যোগবোৰেও প্ৰায়েও সমগ্ৰ অৰ্থনীতিৰ ভাৰসাম্য ওলট-পালট কৰি দিয়ে। মূল ভূখণ্ডৰ লগত যথেষ্ট পৰিবহন আৰু যোগাযোগৰ সংযোগৰ অভাৱেও অৱস্থাটো কঠিন কৰি তুলিছে।

আনহাতে, উত্তৰ-পূৰত ইয়াৰ দাঁতিকাষৰীয়া অন্যান্য ৰাজ্য আৰু অঞ্চলবিলাকৰ সম্পৰ্কত অসমৰ ভৌগোলিক অৱস্থানে ইয়াৰ ওপৰত অধিকতৰ দায়িত্ব আৰোপ কৰিছে।

ইতিহাস, ভূগোল আৰু আন আন কেটামান কাৰণে সম্মিলিতভাৱে অসমক এক স্থায়ী পশ্চাৎপদ ৰাজ্যকৈ ৰাখি দিছে। সত্তৰৰ দশকত অসমৰ মুঠ আভ্যন্তৰীণ উৎপাদন স্থিৰ মূল্যত বৃদ্ধি পাইছিল ৩৫ শতাংশৰ এক অতিৰঞ্জিত হাৰত, আনহাতে জনমূৰি মুঠ আভ্যন্তৰিক উৎপাদন বাঢ়িছিল মাত্ৰ ৬ ২ শতাংশ।

জাতীয় হাৰৰ বৃদ্ধিৰ লগত ৰাজ্যখনৰ আয়ৰ বৃদ্ধিৰ তুলনা কৰিলে ৰাজ্যখনৰ সম্পূৰ্ণ আৰু আপেক্ষিক পশ্চাৎপদতা আৰু বেছি তীব্ৰভাৱে ওলাই পৰে। তিনি বছৰৰ গড় হিচাপ ধৰি, ১৯৬১-৬৪পৰা ১৯৭৬-৭৭লৈ প্ৰচলিত মূল্যত জাতীয় আয় বাঢ়িছিল ৩০৪'৭ শতাংশ, আনহাতে জনমূৰি জাতীয় আয় বাঢ়িছিল ২৫০ শতাংশ। ৰাজ্যখনৰ আয়ৰ অনুৰূপ সংখ্যা আছিল যথাক্ৰমে মাত্ৰ ৩২৯ ৭ আৰু ১৭৪ ৪। ১৯৭৮-৭৯ ত স্থিৰ মূল্যত দেশৰ জনমূৰি আয় ৭১২ টকাৰ তুলনাত ৰাজ্যৰ জনমূৰি আয় আছিল ৫৭২ টকা আৰু প্ৰচলিত মূল্যত সমগ্ৰভাৱে দেশৰ জনমূৰি আয় ১২৪৯ টকাৰ তুলনাত ৰাজ্যৰ জনমূৰি আয় আছিল ৯৬১ টকা। দাৰিদ্ৰ্য সূচীও মুঠেই আশাপ্ৰদ নহয়। প্ৰতিজন ব্যক্তিৰ প্ৰতিদিনৰ নিম্নতম মান ২১০০ কেলৰি হিছাপে ধৰি, ইয়াৰ তল ভাগতপৰা গৃহস্থালিৰ সংখ্যা ১৯৭৩-৭৪ ত মুঠ গাঁওৰ জনসাধাৰণৰ সমগ্ৰভাৱে ভাৰতৰ ৪৯ শতাংশৰ তুলনাত অসমৰ হ'ল ৫৫ শতাংশ।

ৰাজ্যখনৰ আয়ৰ গঠনৰ ওপৰত আনকি চকু ফুৰালেই প্ৰকাশ পায় প্ৰাথমিক খণ্ডৰ ওপৰত অব্যাহতভাৱে অত্যধিক নিৰ্ভৰশীলতা। প্ৰাথমিক খণ্ডৰপৰা চলিত মূল্যত বৰঙণী আছিল সত্তৰৰ দশকৰ আৰম্ভণীত ৬৩'৯ আৰু শেষত আছিল ৫৭ ৬ শতাংশ, আনহাতে গৌণখণ্ডৰ অনুৰূপ সংখ্যা আছিল ১৪ ০৯ শতাংশ আৰু ১৫ ১ শতাংশ মাত্ৰ। ইয়াৰপৰা এই কথাটো প্ৰকাশ পায় যে ৰাজ্যৰ অৰ্থনীতি ভিন ভিনমুখী নহৈ মূলতঃ কৃষি অৰ্থনীতি হৈয়ে আছে।

ৰাজ্যৰ আয়ৰ বৃদ্ধিয়ে কোনো প্ৰকৃত আয় বৃদ্ধি যে প্ৰতিফলিত কৰিছে এনে নহয়। ১৯৭৩-৭৪ৰপৰা ১৯৭৬-৭৭ লৈকে এই আয় বৃদ্ধি হৈছিল ৪০০ কোটি টকা, কিন্তু এই বৃদ্ধিৰ প্ৰায় ২৫০ কোটি টকা আহিছিল চাহ আৰু খনিজ বস্তুৰ বৰ্ধিত মূল্যৰপৰা। আৰু এই শিল্পবোৰৰ ৰাজ্যৰ অৰ্থনীতিৰ ওপৰত বিস্তৃত ক্ৰিয়া নিচেই

সামান্য হোৱাত ৰাজ্যখনৰ আয় বৃদ্ধিৰ ব্যৰ্থতা স্পষ্টৰূপে প্ৰকাশ পায়। প্ৰকৃত কৃষিক্ষেত্ৰত এই বৃদ্ধিৰ পৰিমাণ আছিল মাত্ৰ ৭৫ কোটি টকা, যদিও ৰাজ্যত কৰ্মীবাহিনীৰ প্ৰায় দুই-তৃতীয়াংশই এই ক্ষেত্ৰবোৰত প্ৰত্যক্ষভাৱে নিযুক্ত আছে। কৃষি ৰাজ্যৰ অৰ্থনীতিৰ প্ৰধান ভিত্তি হোৱা সত্বেও, আনকি এই খণ্ডতো অনগ্ৰসৰতা আৰু পাশ্চাৎপদতা দেখিবলৈ পোৱা যায়। আপেক্ষিকভাৱে ক্ষুদ্ৰ ভূমিগোট এই খণ্ডৰ বৈশিষ্ট্য। ১৯৭৬-৭৭ৰ কৃষি জৰীপৰপৰা পোৱা যায় ভূমিগোটবোৰৰ ৮২ শতাংশ আৰু খেতি কৰা মাটিৰ ৪৮ শতাংশত থকা ভূমি গোটবোৰৰ প্ৰতিটোৱেই ২ একৰৰ তলৰ। দেখা যায় শস্যৰ নিবিড়তাও হ'ল ১২৩৫ ৰ দৰে নিম্ন মাত্ৰাৰ প্ৰযুক্তিৰ নিম্ন স্তৰ ধৰিব পৰা যায় সাৰ ব্যৱহাৰৰ নিম্ন হাৰৰপৰা—প্ৰতি হেক্টৰত মাত্ৰ ৩ কেজি। জলসিঞ্চনো নিচেন সামান্য আৰু বৰ্তমানে মুঠ খেতিৰ মাটিৰ মাত্ৰ ৩ শতাংশতহে জলসিঞ্চন ব্যৱস্থা আছে। গড় উৎপন্ন স্পষ্টতঃ কম আৰু ই হ্ৰাস নহলেও, ঠৰ লাগি আছে। এইবিলাক কাৰণ আৰু লগতে বতৰৰ অনিশ্চয়তা আৰু প্ৰাকৃতিক দুৰ্যোগৰ ফল স্বৰূপে, এই ৰাজ্যৰ কৃষি উৎপাদনৰ সূচী ১৯৭৮-৭৯ত সমগ্ৰভাৱে দেশৰ ক্ষেত্ৰত ১৩৮ৰ তুলনাত ১২২ ১ হয়। ১৯৬৯-৭০ৰপৰা বাৰ্ষিক বৃদ্ধিৰ হাৰ সমগ্ৰ দেশখনৰ ক্ষেত্ৰত ৩ ৮ শতাংশৰ তুলনাত ৰাজ্যৰ ক্ষেত্ৰত হ'ল ২ ২ শতাংশ।

অন্যান্য ক্ষেত্ৰতো অসমৰ আপেক্ষিক পশ্চাৎপদতা কম চকুত পৰা নহয়। ১৯৭৮-৭৯ত পথ দৈৰ্ঘ্য আছিল প্ৰতিলাখ জনসংখ্যাৰ হিচাবত ১১১ ৫ কিলোমিটাৰ, আনহাতে এই ক্ষেত্ৰত অনুৰূপ জাতীয় সংখ্যা আছিল ২৩৫ কিলোমিটাৰ। বিদ্যুৎ শক্তিৰ জনমূৰি ব্যৱহাৰ সমগ্ৰ দেশৰ কাৰণে প্ৰায় ১৩০ ইউনিটৰ বিপৰীতে অসমৰ কাৰণে হ'ল মাত্ৰ ৩০ ইউনিট। ১৯৮০ চনলৈকে ৰাজ্যৰ গাঁওবিলাকত বৈদ্যুতিকীৰণ হৈছিল মাত্ৰ ১৫'৬ শতাংশ, আনহাতে এই ক্ষেত্ৰত দেশৰ গড় সংখ্যা আছিল ৪১ ৮ শতাংশ। প্ৰতি এক লাখ জনসংখ্যাৰ ভিতৰত বেংক কাৰ্যালয়ৰ সংখ্যা ১৯৭৭ চনৰ মাজ ভাগত আছিল মাত্ৰ ২ আৰু ইয়াৰ এবছৰৰ আগত জনমূৰি বেংকৰ ঋণ আছিল ৩৮ টকা।

তাৰ পিছত আছে নিবনুৱা সমস্যাটো ক্ৰমে বৃদ্ধি পাই আহিছে। লেখাৰি নিছিগা পিছ পৰি থকা অৱস্থাই সৃষ্টি কৰা উত্তেজনা আৰু ক্ষোভৰ পটভূমিত এই সমস্যাই আৰু বেছি তাৎপৰ্য লাভ কৰিছে। নিয়োগ বিনিময় কেন্দ্ৰৰ ১৯৮০ চনৰ জুন মাহত পঞ্জীভুক্ত তালিকাত ৩ ৩১ লাখ নাম আছিল আৰু অধিক তাৎপৰ্যৰ কথাটো হ'ল তালিকাত উচ্চ শিক্ষিতসকলৰ অংশ ১৯৬৫ চনত ১৮ শতাংশৰপৰা ১৯৮০ চনৰ জুন মাহত ৪২ শতাংশলৈ বৃদ্ধি পায়।

১৯৫১ চনত জাতীয় পৰিকল্পনা প্ৰক্ৰিয়া আৰম্ভ হোৱাৰপৰাই অসম ইয়াৰ অংশ

হৈ আছিছে আৰু ৰাজ্যখনৰ বিশেষ ধৰণৰ উন্নয়ন চাহিদাই সময়ে সময়ে বিশেষ স্বীকৃতি পাই আহিছে। অসমৰ এক বিশেষ প্ৰকাৰৰ ৰাজ্য হিচাপে গণ্য কৰি অহা হৈছে।

আনকি তেনে ক্ষেত্ৰতো ৰাজ্যৰ পৰিকল্পনা ব্যয় যথেষ্ট হোৱা নাই। বিগত তিনিটা দশকত অসমত জনমূৰি মুঠ ৰাজ্যিক পৰিকল্পনাৰ ব্যয় আছিল মাত্ৰ ৫৪১ টকা, সকলো ৰাজ্যৰ কাৰণে গড় আছিল ৬০৩ টকা। আনকি আঠখন বিশেষ প্ৰকাৰৰ ৰাজ্যৰ মাজতো, অসমৰ জনমূৰি ব্যয় আছিল নিম্নতম, উচ্চতম আছিল প্ৰায় পাঁচগুণ বেছি। ৪৮৩ টকাৰ জনমূৰি কেন্দ্ৰীয় পৰিকল্পনা সাহায্যও হ'ল বিশেষ প্ৰকাৰৰ ৰাজ্য-বিলাকৰ ভিতৰত নিম্নতম, উচ্চতম হ'ল প্ৰায় ছগুণ বেছি। এই জনমূৰি কেন্দ্ৰীয় পৰিকল্পনা সাহায্যও পাঞ্জাবৰ দৰে তুলনামূলকভাৱে অধিক অগ্ৰসৰ ৰাজ্যই পোৱাতকৈ (৪১৩ টকা) বৰ বেছি উচ্চ নাছিল। আনকি ১৯৭৪-৭৯ৰ কালছোৱাতো ৰাজ্যখনলৈ দিয়া ১৬২ টকাৰ জনমূৰি সাহায্যও বিশেষ প্ৰকাৰৰ ৰাজ্যবোৰৰ মাজত আছিল নিম্নতম, এই ক্ষেত্ৰত উচ্চতম আছিল ১৯০৬ টকা। কেন্দ্ৰীয় চৰকাৰৰ ৰাজহুৱা খণ্ডৰ উদ্যোগ-বিলাকৰদ্বাৰা বিনিয়োগো হ'ল আপেক্ষিকভাৱে কম, ৰাজ্যখনত মুঠ জনমূৰি বিনিয়োগ (মুঠ হিচাপত) ১৯৭৭ চনৰ মাৰ্চত হ'ল ২১৪ টকা, ইয়াৰ তুলনাত বিহাৰৰ ভাগ হ'ল উচ্চতম, ৪৪৫ টকা। তপছিলভুক্ত বাণিজ্যিক বেংকবিলাকেও ৰাজ্যখনৰ উন্নয়নৰ কাৰণে বৰ বেছি বৰঙণী যোগোৱা নাই আৰু আনকি ৯৭৮ চনৰ ডিচেম্বৰত ৭০.০৬ টকাৰ জাতীয় গড়ৰ তুলনাত অসমত সিবিলাকৰ ঋণ জমাৰ অনুপাত হ'ল ৪৫.১২ টকা।

ব্যাপক বিনিয়োগৰ এনে অভাৱনীয় প্ৰয়োজন হোৱা এই পিছ পৰি থকা ৰাজ্যখনৰ-পৰা মুঠ জমাৰ বহিৰ্গমনৰ স্ববিৰোধী অথচ সত্য ঘটনাটোৱে ৰাজ্যখনৰ অৱস্থাৰ ওপৰত যথেষ্ট আলোকপাত কৰে। বিত্তীয় প্ৰতিষ্ঠানবিলাকৰ বিনিয়োগৰ কাহিনীও পৃথক নহয়। ১৯৭৭ চনত ৰাজ্যখনলৈ সিবিলাকৰ জনমূৰি সাহায্য আছিল মাত্ৰ ৪৩.৫৫ টকা, ইয়াৰ তুলনাত সকলোবিলাক ৰাজ্যৰ গড় আছিল ৯৪.৬৯ টকা আৰু সকলো ৰাজ্যৰ উচ্চতম হাৰ ২৩১.৩০ টকা পাইছিল গুজৰাটে।[১৩]

এই কথাটো স্পষ্ট যে পুনৰগঠন আৰু পুনৰুত্থানৰ কাৰণে অসমৰ সমুখত দেখা দিয়া প্ৰচণ্ড কামবোৰ কৰাটো ইয়াৰ নিজৰ আৰু জনসাধাৰণৰ শক্তিৰ বাহিৰত আৰু সমগ্ৰ জাতিৰ উদাৰ পৃষ্ঠপোষকতা নাপালে এইবিলাক পূৰণ কৰিব পৰা নাযায়। এই দুৰ্বল আৰু পিছ পৰা ৰাজ্য, অসমে স্বাভাৱিকতে ৰাজ্যখনৰ প্ৰতিটো চুকে-কোণে সামৰি লোৱা কাৰ্যকলাপৰ ক্ষেত্ৰত জাতীয় চৰকাৰ আৰু জাতীয় প্ৰতিষ্ঠানবিলাকৰ বৃহত্তৰ আৰু অধিক অৰ্থপূৰ্ণ অৰ্থাদি বিনিয়োগ বিচাৰে।

ওপৰৰ আলোচনাৰপৰা এই কথা দেখা যায় যে ভাৰতীয় জাতীয় ৰাষ্ট্ৰৰ এক

আধুনিক অংগৰাজ্যৰ স্তৰলৈ উত্তৰ পূৰ্বৰ অঞ্চলবিলাকৰ বিকাশৰ কাৰণে প্ৰয়োজনীয় সকলোখিনি কাম কৰা হোৱা নাই। বৃটিছ ঔপনিবেশিক অতীতৰ পুৰণি জেৰ আৰু ভাৰতৰ স্বাধীন চৰকাৰৰ ফালৰপৰা সঞ্চিত ক্ৰটীবোৰ লগলাগি এনে এটা পৰিস্থিতি সৃষ্টি কৰিছে, যিটোৱে অসন্তুষ্টি উদ্ভৱ হোৱাত আৰু ইয়াৰ অশান্তি দেখা দিয়াত বহু প্ৰকাৰে ৰৰঙণী যোগাইছে। যদিও, এই কথা স্বীকাৰ কৰিব লাগিব যে এই খণ্ডটোত এই উপাদানবোৰ নিৰ্বিচাৰে জাতীয় বিৰোধী শক্তিবিলাকৰ কাম কাজ সংগঠিত কৰা হয়।

## টীকা আৰু প্ৰসঙ্গ

1 Dr, Animesh Ray. Mizoram Dynamics of change, Calcutta, 1978 p, 158
2 B K Roy Burman: Demographic and Socio-Economic Profiles of the Hill areas of North-East India Delhi p 133
3 A squoted by ASOSO Yonuo in the Rising Nagas Delhi 1974 p, 198
4 P Chaliha, An Outlook on NEFA Calcutta, 1958 p 57
5, Current Events Delhi, May 1958 p 33
6 As quoted by Dr Animesh Ray in Mizoram Dynamics of Change, Calcutta 1978 p 127
7 The National Herald March 30, 1963
8 As quoted by ASOSO Yunuo in the Rising Nagas Delhi 1974 p 203
9, B N Mullik My years with Nehru (1948-1964) New Delhi, 1972 pp, 294-336
10 Robert Trumbull As I See India, New York, 1956 pp 136-150
11 Yojana Annual Number, 26 January 1977
12. Main facts are taken from Splendour of Sikkim by Homi J H Talevarkhan, former Governor of Sikkim
13 Government of Assam Assam—A Rock Bottom Profile 1980
14 Facts regarding Manipur and Tripura are the author's collection while travelling in those states extensively on various occassions

## সপ্তম অধ্যায়

# উত্তৰ-পূব ভাৰতত সশস্ত্র বিদ্রোহ

স্বাধীনোত্তৰ কালত অশান্তি আৰু হিংসাৰ কাৰণে দেশত প্ৰথম অঞ্চল হোৱাৰ সন্দেহযুক্ত বৈশিষ্ট্য উত্তৰ-পূব ভাৰতে লাভ কৰিছিল। জনসাধাৰণৰ সংগঠিত অংশ কিছুমানৰদ্বাৰা সশস্ত্র বিদ্রোহ প্ৰথমেই দেখিবলৈ পোৱা গৈছিল নগালেণ্ডত আৰু তাৰ পিছত অঞ্চলটোৰ অন্যান্য ঠাইত। দেশৰ অন্যান্য অংশত দেখিবলৈ পোৱা হিংস্ৰ ৰূপৰ আন্দোলনবোৰৰপৰা বিদ্রোহীসকলৰ এই হিংস্ৰ কাৰ্যৰ চৰিত্ৰগত পাৰ্থক্য আছিল। উত্তৰ-পূবৰ বিভিন্ন অঞ্চলত বিদ্রোহ সংগঠিত কৰা হৈছিল ঠিক আৰম্ভণীৰ পৰাই, সকলো সময়তে গুৰুত্ব দিয়া হৈছিল সশস্ত্র কাৰ্যকলাপৰ ওপৰত আৰু বিদ্রোহৰ লক্ষ্য হৈ আছে ভাৰতীয় ইউনিয়নৰপৰা ফালৰি কাটি যোৱাটো। বিদ্রোহীসকলে সকলো সময়তে দেশৰ সীমাৰ বাহিৰৰপৰা অনুপ্ৰেৰণা বিচাৰিছিল আৰু পাইছিলো, কেৱল অনুপ্ৰেৰণাই নহয়, আনকি প্ৰকৃত সহায় আৰু আশ্ৰয়ো পাইছিল। এই বিদ্রোহী কাৰ্যকলাপক বিভিন্ন নামেৰে—চৰমপন্থী, গণসন্ত্ৰাসবাদী আৰু বিদ্রোহী—বৰ্ণনা কৰা হয়। ক্ৰমে, উত্তৰ-পূব ভাৰতৰ সমস্ত হিংস্ৰ কাৰ্যকলাপ বিদ্রোহ নামেৰে পৰিচিত হৈছে। ইয়াৰ অন্তৰ্নিহিত অৰ্থ এই যে এনে কাৰ্যকলাপত এক বিদেশী উপাদান জড়িত আছে।

আগতে দেখা হৈছে, উত্তৰ-পূবত বিদ্রোহ আৰম্ভ হৈছিল নগালেণ্ডত। খাচ নগালেণ্ডত এই বিদ্রোহে এক বিশেষ ধৰণ অনুসৰণ কৰিছিল। আচলতে, আগতে নগাসকলৰ আছিল সাম্ৰাজ্যবাদ-বিৰোধী এক গৌৰৱজনক ইতিহাস। তেওঁলোকে বহু বছৰ ধৰি স্বাধীনতাৰ কাৰণে বৃটিছৰ লগত যুঁজ কৰিছিল। কিন্তু বৃটিছ সাম্ৰাজ্য-বাদীসকলে জয় কৰাৰ ঠিক পিছতেই, সাম্ৰাজ্যবাদ-বিৰোধী তেওঁলোকৰ গৌৰৱময় ঐতিহ্য কাৰ্যতঃ পাহৰি পেলাইছিল। স্বাধীনতাৰ কাৰণে ভাৰতৰ জাতীয় আন্দোলনত তেওঁলোকে অংশ গ্ৰহণ কৰা নাছিল। জাতীয় আন্দোলনৰ প্ৰতি তেওঁলোকৰ বিদ্বেষ ইমান বেছি আছিল যে প্ৰায় ১৯৪৭ চনৰ আগলৈকে অঞ্চলটোত এজনো কংগ্ৰেছী লোক নাছিল।

কেৱল সেয়ে নহয়, স্বাধীনতাৰ পিছত নগাসকলে প্ৰায় ইচ্ছাকৃতভাৱেই বৃটিছ

সাম্ৰাজ্যবাদৰ কান্দত পৰিছিল। পোন প্ৰথমে নগা সামাজিক সংগঠন, কহিমা ক্লাব আৰু পিছত নগা নেচনেল কাউন্সিলে—আটায়ে সেই সময়ৰ বৃটিছ আমোলাসকলৰ আশীৰ্বাদ লৈ জন্মগ্ৰহণ কৰিছিল—আৰম্ভণীৰপৰাই প্ৰাক্তন অসম গভৰ্ণৰ ৰবাৰ্ট ৰীড আৰু ৰেজিনেল কুপলেণ্ডৰ দৰে বৃটিছ সাম্ৰাজ্যবাদী তত্ত্ববিদসকলৰ মনোভাৱ প্ৰতিধ্বনিত কৰিছিল। এই তত্ত্ববিদসকলে নগালেণ্ডক ভাৰতীয় ইউনিয়নৰপৰা পৃথক, আৰু স্বাধীন আৰু বৃটিছৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণাধীনত "ক্ৰাউন কল'নী"ৰ অংশ কৰিবলৈ চক্ৰান্তমূলকভাৱে প্ৰস্তাৱ দিছিল।

"ক্ৰাউন কল'নী"ৰ প্ৰস্তাৱটো আছিল উত্তৰ-পূবৰ অন্যান্যসকলৰ সৈতে নগাসকলক ভাৰতৰপৰা আঁতৰাই ৰখাৰ এক কৌশল। এনেকৈয়ে বিচ্ছিন্নতাবাদৰ গুটি সিঁচা আৰু পালন কৰা হৈছিল এনে এটা সময়ত, যেতিয়া ভাৰতীয় স্বাধীনতা দুৱাৰমুখ পাইছিলহি। দুৰ্ভাগ্যৰ কথা, নগাসকলৰ এটা অংশ প্ৰচাৰৰদ্বাৰা প্ৰভাৱিত হৈছিল। তথাকথিত 'বৃহত্তৰ নগালেণ্ডৰ' সাম্ৰাজ্যবাদী ভাবধাৰাটোও তেওঁলোকে গিলিছিল। ভাৰতৰ স্বাধীনতাৰ ঠিক পিছৰপৰা আৰম্ভ হোৱা সমগ্ৰ কালছোৱাৰ ভিতৰত নগা মনঃস্তত্বৰ চৰিত্ৰৰ বৈশিষ্ট্য আছিল বিচ্ছিন্নতাবাদী ভাৱধাৰা আৰু নগা জাত্যাভিমানৰ এক সমন্বয়।

নগা চৰিত্ৰৰ এই বৈশিষ্ট্যবোধ আঙ্গামী জাফু ফিজোৱে কৌশলেৰে ব্যৱহাৰ কৰিছিল। তেওঁ এটা 'ৰাইজৰ স্বাধীনতা লীগ' গঠন কৰিছিল আৰু নগাপাহাৰ, টুৱেনছাং সীমান্ত বিভাগ আৰু অসম, মণিপুৰ আৰু বাৰ্মাৰ কাষৰীয়া নগা অঞ্চলবোৰক লৈ এখন সাৰ্বভৌম নগালেণ্ডৰ কাৰণে প্ৰচাৰ অভিযান চলাইছিল। ফিজোৱে এক নগা যুৱ আন্দোলন আৰু নগা নাৰী সমিতি গঠন কৰিছিল। এইবিলাকৰ কাৰণে সভ্য সংগ্ৰহ কৰা হৈছিল ছাত্ৰ, গীৰ্জাৰ নেতা আৰু ডেকা চৰকাৰী চাকৰিয়ালসকলৰ মাজৰপৰা। ফিজোৰ সমগ্ৰ আবেদন আছিল: দেহৰ শেষ বিন্দু ৰক্তলৈকে যুঁজ কৰা আৰু ভাৰতীয় 'দখল'ৰপৰা মাতৃভূমিক মুক্ত কৰা। গতিকেই, এইটো অৱধাৰিত আছিল যে তেওঁক গ্ৰেপ্তাৰ কৰা হ'ব। তেওঁক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু কলিকতাৰ এখন জেলত আৱদ্ধ কৰি ৰখা হৈছিল। তাৰপৰাই তেওঁ চি ৰাজাগোপালচাৰীলৈ চিঠি এখন লিখিছিল।

আঙ্গামী জাফু ফিজো সকলো সময়তে হ'ল পৰস্পৰ বিৰোধী আবেগ আৰু ভাবধাৰাৰ এক প্ৰতিমূৰ্তি। যুদ্ধৰ কালছোৱাত তেওঁ জাপানীসকলৰ লগত সহযোগিতা কৰিছিল আৰু পিছত তেওঁ নগালেণ্ড আৰু উত্তৰ পূব সম্পৰ্কত বৃটিছ সাম্ৰাজ্যবাদী ভাৱধাৰা আৰু তত্ত্ববিলাকৰ প্ৰধান প্ৰবক্তা হৈ উঠিছিল। তেওঁৰ ক্ষেত্ৰত এটা কথাই অপৰিৱৰ্তিত হৈ আছিল: ভাৰত আৰু ভাৰতীয় অখণ্ডতাৰ বিৰুদ্ধে তেওঁ একান্তভাৱে সংকল্পবদ্ধ।

১৯৪৯ চনত মানৱীয় কাৰণত তেওঁক জেলৰপৰা মুক্তি দিয়া হৈছিল, কাৰণ তেওঁৰ স্ত্ৰী আৰু ল'ৰা-ছোৱালীবিলাকে এখন জীপ গাড়ীত থকাৰপৰা কহিমালৈ ভ্ৰমণ কৰোঁতে এক দুঃখজনক দুৰ্ঘটনাত পতিত হৈছিল। এই দুৰ্ঘটনাত তেওঁৰ এটি ল'ৰাৰ মৃত্যু হৈছিল আৰু তেওঁৰ স্ত্ৰীয়ে সাংঘাটিকভাৱে আঘাত পাইছিল। মুক্তিৰ ঠিক পিছতেই তেওঁক সৰ্বসম্মতভাৱে নগা নেচনেল কাউন্সিলৰ সভাপতি নিৰ্বাচন কৰা হৈছিল (১৯৫০)। তাৰ পিছতেই তেওঁ নগা নেচনেল কাউন্সিলক পুনৰগঠন কৰিছিল। 'বাইজৰ স্বাধীন লীগৰ' মাজৰপৰা নিজৰ মনমিলা মানুহ কাৰ্যকৰী কমিটিলৈ বাচি লৈছিল আৰু ভাৰতৰ লগত থাকিবলৈ বিচৰাসকলক ইয়াৰপৰা বাহিৰ কৰি দিছিল। নগা নেচনেল কাউন্সিলক নগাসকলৰ সাৰ্ব-ভৌমত্বৰ কাৰণে যুঁজ দিবলৈ প্ৰতিশ্ৰুতিবদ্ধ এক জঙ্গী ৰাজনৈতিক সংগঠন কৰি তুলিছিল। এই ক্ষেত্ৰত তেওঁ এক অদ্ভুত ধৰণে অসম চৰকাৰৰপৰা সহায় আৰু সমৰ্থন লাভ কৰিছিল। আমেৰিকান লিখক মাৰ্কাছ ফ্ৰাণ্ডাই কৈছে, তেওঁক "অসমীয়া চৰকাৰে সহায় কৰিছিল, ই নগা নেচনেল কাউন্সিলৰ সভাপতি ফিজোক সমস্ত নগা জনজাতিৰ প্ৰতিনিধি বুলি স্বীকৃতি দিছিল, আৰু আনকি কোনো কোনো সময়ত নগা নেচনেল কাউন্সিলক এক বৈধ চৰকাৰ হিচাপে উল্লেখো কৰিছিল।"[১]

নগা নেচনেল কাউন্সিল সম্পূৰ্ণৰূপে ফিজোৰ প্ৰভাৱত আছিল। প্ৰকল্পিত ক্ষমতা দখলৰ প্ৰথম পদক্ষেপ হিচাপে নগাসকলৰ প্ৰথম তথাকথিত হংকিং[২] অথবা ফেডাৰেল চৰকাৰ ১৯৫৪ চনৰ ১৮ ছেপ্তেম্বৰত টুৱেনছাং অঞ্চলত ঘোষণা কৰা হৈছিল। ইয়াৰ ঠিক পিছতেই বিদ্ৰোহী নগা আৰু পুলিচৰ মাজত খণ্ড যুদ্ধ চলিছিল। পিছত আৰক্ষী বাহিনীক অসম ৰাইফল্‌ছে সহায় কৰিছিল। ১৯৫৫ চনৰ মাৰ্চ মাহত যেতিয়া হংকিং চৰকাৰৰ অধীনত বিদ্ৰোহী নগাসকলে আধুনিক মাৰণাস্ত্ৰ অস্ত্ৰ-শস্ত্ৰৰ সৈতে অসম ৰাইফল্‌ছৰ ওপৰত আৰু এখন অনুগত লেংগাঁৰৰ ওপৰত আক্ৰমণ চলাইছিল আৰু তুমোময় যুঁজ চলিছিল। প্ৰায় যাঠিটা ঘৰ আৰু কেইটামান ভঁৰাল জলাই দিয়া হৈছিল। অসম ৰাইফল্‌ছে অঘুনেটু অঞ্চলত গাঁওবিলাক লণ্ড ভণ্ড কৰি প্ৰতিশোধ গ্ৰহণ কৰিছিল।

সমগ্ৰ নগাপাহাৰত অৰাজকতা বিয়পি পৰিছিল, ছাখ্রি আৰু জাছোকিৰ নেতৃত্বত নগা নেচনেল কাউন্সিলৰ এটা অংশই ইয়াক পুনৰগঠন কৰিবলৈ আৰু ফিজোৰ নেতৃত্বৰ পৰা ইয়াক আঁতৰাই অনাৰ কাৰণে চেষ্টা কৰিছিল। নগা সমস্যাৰ এক শান্তিপূৰ্ণ সমাধানৰ প্ৰয়োজনীয়তা তেওঁলোকে উপলব্ধি কৰিছিল। ছাখ্রি আছিল ফিজোৰ আপোন খুৰাকৰ ল'ৰা আৰু এজন ভাল লিখক। তেওঁক হঠাতেই ঘৰৰপৰা ধৰি নিয়া হৈছিল আৰু গছ এজোপাত বান্ধি লৈ নিৰ্মমভাৱে হত্যা কৰা হৈছিল।

এইটো কৰা হৈছিল শান্তিকামীসকলক ভীতিগ্ৰস্ত কৰাৰ উদ্দেশ্যে। এই ঘটনা ঘটিছিল ১৯৫৬ চনৰ জানুৱাৰী মাহত। ১৯৫৬ চনৰ ৩১ জানুৱাৰী তাৰিখে নগাপাহাৰক "উপক্ৰুত্ত অঞ্চল" বুলি ঘোষণা কৰা হৈছিল।

নগাপাহাৰ উপক্ৰুত অঞ্চল অধ্যাদেশ আৰু অসম জন শৃংখলা ৰক্ষা আইন বলবৎ কৰা হৈছিল। অসম পুলিচ বেটেলিয়ানৰ ঠাই লৈছিল ভাৰতীয় সশস্ত্ৰ বাহিনীয়ে। নগাপাহাৰত বিশেষ ক্ষমতা আইনো বলবৎ কৰা হৈছিল।

তাৰ পিছত, ১৯৫৬ চনৰ ২২ মাৰ্চত ৰেংমা অঞ্চলৰ এখন গাঁৱত নগাসকলে তেওঁলোকৰ ফেডাৰেল চৰকাৰ ঘোষণা কৰিছিল, তেওঁলোকৰ সংবিধান গ্ৰহণ কৰিছিল, তেওঁলোকৰ ৰাষ্ট্ৰপতি 'নিৰ্বাচিত' কৰিছিল আৰু নগা সেনা-বাহিনীৰ প্ৰধান সেনাপতি নিয়োগ কৰিছিল। প্ৰথম ৰাষ্ট্ৰপতি আছিল শ্ৰীছানিছা। কিলোনছাৰ (মন্ত্ৰী), তাতাৰ (সংসদ সদস্য) আৰু অহনং (গভৰ্ণৰ) নিয়োগ কৰা হৈছিল। তেওঁলোকে নগা নেচনেল কাউন্সিলৰ পতাকাও বাচি লৈছিল: তিনিটা নীলা তৰাৰ সৈতে ৰঙা, সেউজীয়া আৰু বগা ৰঙৰ পতাকা, উৎসৱ আৰু ভোজৰ মাজত এই পতাকা উত্তোলন কৰা হৈছিল।

একে সময়তে, এজন প্ৰধান সেনাপতি (জেনেৰেল), প্ৰতিটো জনজাতিৰ কাৰণে ৫০০ সেনাৰ এটা ডিভিজন পৰিচালনা কৰা একোজনকৈ মেজৰ জেনেৰেল, ব্ৰিগেডিয়াৰ আৰু অন্যান্য বিষয়াবপৰা সাধাৰণ চিপাহীলৈকে লৈ নগা সেনা-বাহিনী প্ৰতিষ্ঠা কৰা হৈছিল। নগাপাহাৰ, মণিপুৰ আৰু বাৰ্মাত দ্বিতীয় বিশ্বযুদ্ধৰ কালছোৱাত বৃটিছ আৰু জাপানী বাহিনীয়ে এৰি থৈ যোৱা প্ৰচুৰ অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ-বাৰুদেৰে নগা সৈনিকসকলে নিজক সজ্জিত কৰিছিল। কিছুমান অস্ত্ৰ-শস্ত্ৰ কিনা হৈছিল, আনবিলাক ভাৰতীয় নিৰাপত্তা বাহিনীৰ আস্থান আৰু চকী আক্ৰমণ কৰি কাঢ়ি লোৱা হৈছিল। কম্যাক নগাসকলে তৈয়াৰ কৰা দেশীয় অস্ত্ৰ শস্ত্ৰও তেওঁলোকে ব্যৱহাৰ কৰিছিল। পিছত তেওঁলোকে পাকিস্তান আৰু চীনৰপৰা অস্ত্ৰ শস্ত্ৰ আৰু খাৰ-বাৰুদ সংগ্ৰহ কৰিছিল।

বিদ্ৰোহীসকলে ভাৰতীয় নিৰাপত্তা বাহিনীৰ বিৰুদ্ধে এক ধৰণৰ নিয়মীয়া যুঁজ কৰিছিল, তেওঁলোকৰ কনভয় আৰু পহৰাদাৰসকলক আগুৰি ধৰিছিল আৰু চকিবোৰ আক্ৰমণ কৰিছিল। বাটপথ, দলং আৰু টেলিগ্ৰাফ লাইন ধ্বংস কৰি যোগাযোগত ব্যাঘাত জন্মাইছিল। অনুগত নগা অথবা তেওঁলোকক বিৰোধিতা কৰা যিই কোনো লোককেই অপহৰণ কৰি নি নিষ্ঠুৰভাৱে হত্যা কৰা হৈছিল। ফেডাৰেল চৰকাৰক দিবলগীয়া কৰ হিচাপে গাঁওবিলাকৰপৰা ধন আৰু খাদ্য-সামগ্ৰী বলেৰে কাঢ়ি নিয়া হৈছিল। এনেধৰণৰ হিংসামূলক কাম কেৱল নগাপাহাৰতেই নহয়,

আনকি মণিপুৰ, বাৰ্মাৰ নগা অঞ্চল, মিকিৰ পাহাৰ, খাচীয়া জয়ন্তীয়া পাহাৰ আৰু অসমৰ কাছাৰ পাহাৰতো চলোৱা হৈছিল।

চৰকাৰে আনহাতে নগা ফেডাৰেল চৰকাৰ অবৈধ বুলি ঘোষণা কৰিছিল, ফিজোৰ গ্ৰেপ্তাৰৰ কাৰণে পৰোৱানা জাৰি কৰিছিল আৰু তেওঁক গ্ৰেপ্তাৰৰ বিষয়ে নিৰাপত্তা বাহিনীক সহায় কৰা অথবা প্ৰয়োজনীয় খবৰ সৰবৰাহকাৰীক ১০,০০০ টকা পুৰস্কাৰ দিয়া হব বুলি ঘোষণা কৰিছিল। ১৯৫৬ চনৰ সমগ্ৰ এপ্ৰিল আৰু মে মাহৰ ভিতৰত মেজৰ জেনেৰেল কচাৰৰ তত্ত্বাৱধানত ভাৰত ৰক্ষা আইনৰ অধীনত বিদ্ৰোহ দমন কৰাৰ কাৰণে নিৰাপত্তা বাহিনীৰ অভিযান তীব্ৰ কৰি তোলা হৈছিল। কিছুমান বিদ্ৰোহী ঘাটি দমন কৰাৰ লগতে, নিৰাপত্তা বাহিনীয়ে আত্মৰক্ষা আৰু ৰক্ষণাবেক্ষণত গাঁৱৰ প্ৰতিৰোধ দলবিলাককো সহায় কৰিছিল।

১৯৫৬ চনৰ ৩১ জুলাই তাৰিখে তেতিয়াৰ গৃহমন্ত্ৰী পণ্ডিত গোবিন্দ বল্লভ পান্তে ভাৰতীয় সংসদক জনাইছিল যে এই কালছোৱাত ৩৭১ জন বিদ্ৰোহী নিহত হৈছিল, আনহাতে নিৰাপত্তা বাহিনীৰ হৈছিল ৬৮ জন নিহত আৰু ২৩৪ জন আহত।

অভিযানৰ প্ৰাথমিক কালছোৱাত নিৰাপত্তা বাহিনীয়ে বতৰ আৰু ভূখণ্ডৰ উপবিভাগ, পৰিবহনৰ অভাৱ আৰু গুৰুতৰ ভাষাৰ বাধাৰ কাৰণে প্ৰাথমিক অসুবিধা আৰু মৃত্যুৰ সম্মুখীন হৈছিল। তথাপি, যেহেতু নগাসকল ভাৰতৰে লোক, সেই কাৰণে তেওঁলোকক নিয়মীয়া শক্তিৰে চম্ভালিবলৈ প্ৰধানমন্ত্ৰী নেহৰু আৰু মুখ্য সেনাধ্যক্ষই দিয়া নিৰ্দেশ তেওঁলোকে পালন কৰিছিল।

এইটো লক্ষ্য কৰিবলগীয়া কথা যে মুখ্য সেনাধ্যক্ষই নিৰাপত্তা বাহিনীলৈ দিয়া প্ৰথমটো আদেশতেই এই কথাটো সম্পূৰ্ণৰূপে স্পষ্ট কৰি দিছিল। এই আদেশত কোৱা হৈছিল: "আপোনালোকে মনত ৰাখিব লাগিব যে আপোনালোকে অভিযান চলোৱা অঞ্চলটোৰ সকলো মানুহ আমাৰেই ভাৰতীয় লোক। তেওঁলোক ধৰ্মত পৃথক হব পাৰে, তেওঁলোকে এক পৃথক জীৱনধাৰা অনুসৰণ কৰিব পাৰে, কিন্তু তেওঁলোক ভাৰতীয় আৰু যে তেওঁলোক পৃথক, অথচ ভাৰতৰ অংশ, সেইটোৱেই হ'ল ভাৰতৰ মহত্বৰ প্ৰতিফলন। তেওঁলোকৰ কিছুমান ভুল পথে চালিত হৈছে আৰু তেওঁলোকৰ নিজৰ মানুহৰ বিৰুদ্ধেই অস্ত্ৰধাৰণ কৰিছে আৰু এই অঞ্চলটোৰ শান্তিত ব্যাঘাত জন্মাইছে। এই ব্যাঘাতকাৰী অংশবোৰৰপৰা আপোনালোকে সৰ্বসাধাৰণ মানুহবিলাকক ৰক্ষা কৰিব লাগিব। আপোনালোক তাত আছে অঞ্চলটোৰ মানুহবিলাকৰ লগত যুঁজ কৰিবলৈ নহয়, তেওঁলোকক নিৰাপদে ৰখাৰ কাৰণেহে। যিসকলে মানুহক ভাবুকি দিছে আৰু যিসকল মানুহৰ জীৱন আৰু সম্পত্তিৰ কাৰণে বিপদজনক হৈ পৰিছে, কেৱল তেওঁলোকৰ বিৰুদ্ধেহে আপোনালোকৰ যুঁজ। গতিকে

তেওঁলোকৰ আস্থা আৰু সন্মান অৰ্জন কৰাৰ কাৰণে আৰু তেওঁলোকো যে ভাৰতৰে মানুহ, সেইটো অনুভৱ কৰিবলৈ সহায় কৰাৰ বাবে আপোনালোকে যথাসম্ভৱ কাম কৰিব লাগিব।"

এই নিৰ্দেশ ভাৰতীয় নিৰাপত্তা বাহিনীয়ে মোটামুটিভাৱে মানি চলিছিল আৰু তাৰ উপৰি, নগা পাহাৰ অঞ্চলত বিভিন্ন উন্নয়নমূলক কাম-কাজত তেওঁলোকে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কিন্তু অঞ্চলটোৰ পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰত আছিল। ষষ্ঠ তপছিল আৰু ইয়াৰ উন্নয়নৰ বিষয়ে সকলোবোৰ চৰকাৰী প্ৰতিশ্ৰুতি নগা জনসাধাৰণৰ সশস্ত্ৰ বিদ্ৰোহী অংশৰ ক্ষেত্ৰত অকল প্ৰমাণিত হৈছিল।

এই ধৰণৰ অৱস্থাতে এ জেদ ফিজোৱে তেওঁ কোৱা ধৰণে, নগা স্বাধীনতাৰ কাৰণে প্ৰধানতঃ বিদেশী সাহায্য বিচৰাৰ উদ্দেশ্যে, ১৯৫৬ চনৰ ডিচেম্বৰ মাহত পূব পাকিস্তানলৈ পলাই গৈছিল।

আনপিনে এই সময় ছোৱাত নগা বিদ্ৰোহী আৰু ভাৰতীয় নিৰাপত্তা বাহিনীৰ মাজত তমোময় ক্ষুদ্ৰ যুদ্ধ চলি আছিল। ইয়াৰ ফলত হৈছিল ক্ৰমবৰ্ধমান জীৱন হানি, সাধাৰণ মানুহৰ কাৰণে অবৰ্ণনীয় যন্ত্ৰণা আৰু দুঃখ-দুৰ্দশা, সম্পত্তি আৰু গাঁওবোৰৰ ধ্বংস, সমাজ লণ্ড ভণ্ড আৰু শান্তি শৃংখলাৰ প্ৰতিক্ৰমবৰ্ধমান ভাবুকি।

এই পৰিস্থিতিয়ে নগাসকলৰ ভিতৰত সজ অংশক এই কথা উপলব্ধি কৰিবলৈ বাধ্য কৰিছিল যে সমস্যাটোৰ এক সমাধান, এক শান্তিপূৰ্ণ সমাধান আৰু পলম কৰিব নোৱাৰি। সমস্যাটোৰ এক শান্তিপূৰ্ণ ৰাজনৈতিক সমাধানৰ আহ্বান জনাই নগা নেচনেল কাউন্সিলৰ নৰমপন্থী অংশই কহিমাত এটা বিবৃতি প্ৰচাৰ কৰিছিল। পৰৱৰ্তী পৰ্যায়ত তেওঁলোকে ১৯৫৭ চনৰ আগষ্ট মাহত কহিমাত নগা জনসাধাৰণৰ এখন অভিবৰ্তন সংগঠিত কৰিছিল। ইয়াত নগা পাহাৰ আৰু নেফাৰ টুৱেনছাং অঞ্চলৰপৰা বিভিন্ন নগা জাতিৰ ১৭৬৫ জন পৰম্পৰাগত প্ৰতিনিধি আৰু অন্যান্য নগা অঞ্চলবিলাকৰপৰা প্ৰায় ২০০০ দৰ্শকে যোগদান কৰিছিল।

কহিমা অভিবৰ্তনে এই কথা পৰিষ্কাৰ কৰি দিছিল যে সমাধান যিয়েই নহওক, সেইটো ভাৰতীয় ইউনিয়নৰ ভিতৰত হব লাগিব। অভিবৰ্তনত আলোচনা আৰু কথা-বতৰাৰপৰা এটা সূত্ৰ উদ্ভৱ হৈছিল, যিটোৰ পৰিণতিৰূপে হৈছিল নগাপাহাৰ টুৱেনছাং অঞ্চল গোট নামেৰে এটা পৃথক গোট গঠনৰ সিদ্ধান্ত। এই গোট গঠনত অনুমতি প্ৰদান কৰা এখন আইন সংসদত গৃহীত হৈছিল। এই আইন অনুসৰি ১৯৫৭ চনৰ ১ ডিচেম্বৰৰপৰা অসমৰ নগাপাহাৰ জিলা আৰু নেফাৰ টুৱেনছাং সীমান্ত বিভাগক একেলগ কৰি এটা স্বকীয়া প্ৰশাসনিক গোট গঠন কৰা হৈছিল। এই গোটটোৰ মাটিকালি ৬২৩৬ বৰ্গমাইল আৰু জনসংখ্যা ৭৯৮খন গাঁৱত বাস কৰা প্ৰায়

৩৬,৯০০ জন। ইয়াক তিনিখন জিলাত বিভক্ত কৰা হৈছিল: কহিমা, মোককচাং আৰু টুৱেনছাং আৰু ইয়াৰ সদৰ কাৰ্যালয় থাকিল কহিমাত।

এইটো আছিল এটা মধ্যকালীন ব্যৱস্থা আৰু নগা গোটটোক ৰখা হৈছিল বৈদেশিক বিষয়ৰ মন্ত্ৰণালয়ৰ অধীনত।

এনেকৈ নগালেণ্ডক অসমৰ নিয়ন্ত্ৰণৰপৰা মুক্ত কৰা হৈছিল আৰু এইটোৱে নগা-সকলৰ মনোভাব বহু পৰিমাণে সাম কটাত সহায় কৰিছিল। ইয়াৰ ফল ততালিকেই অনুভৱ কৰা হৈছিল: প্ৰায় ৩০০০ বিদ্ৰোহী নগা আত্মগোপন অৱস্থাৰপৰা বাহিৰলৈ ওলাই আহিছিল, আৰু গ্ৰেপ্তাৰ কৰা আন ৪০০০ জনক পিছত ক্ষমা কৰা হৈছিল।

নতুন ব্যৱস্থাই অৱশ্যে নগা জনসাধাৰণৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব পৰা নাছিল। গতিকে, ১৯৫৮ চনৰ মে মাহত নগা জনসাধাৰণৰ দ্বিতীয় অভিবৰ্তন আহ্বান কৰা হৈছিল আৰু বিভিন্ন নগা জনজাতিৰ প্ৰতিনিধিত্ব কৰা ২৭০৫ জন অংশগ্ৰহণ-কাৰীক লৈ এই অভিবৰ্তন অনুষ্ঠিত হৈছিল। হিংসাৰ পথ ত্যাগ কৰিবলৈ আৰু ভাৰতীয় সংবিধানৰ গাঁথনিৰ ভিতৰতে নগা সমস্যাৰ ৰাজনৈতিক সমাধান গ্ৰহণ কৰিবলৈ এই অভিবৰ্তনে চৰমপন্থীসকলক কিছু বুজনি দিবলৈ চেষ্টা কৰিছিল। কিন্তু নগা বিদ্ৰোহীসকলে এনে কোনো মীমাংসা গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল।

সঘতন আলোচনা-বিলোচনাৰ পিছত অভিবৰ্তন এই সিদ্ধান্তলৈ আহিছিল যে ভাৰতীয় ইউনিয়নৰ ভিতৰত নগালেণ্ড এখন পূৰ্ণাঙ্গপৰ্যায়ৰ ৰাজ্য হব লাগে।

১৯৫৯ চনৰ অক্টোবৰত তৃতীয় নগা বাইজৰ অভিবৰ্তনে এইটো অধিক বিশদৰূপে ব্যাখ্যা কৰে। প্ৰস্তাৱিত নগা ৰাজ্যৰ এখন খচৰা সংবিধানো এই অভিবৰ্তনে প্ৰস্তুত কৰিছিল। জাছোকী, ভিজল, ইমকংলিবা আৰু অন্যান্য নেতাসকলে এইখনত চহী কৰিছিল। প্ৰস্তাৱিত নগালেণ্ড ৰাজ্যক ভাৰত চৰকাৰৰ বৈদেশিক বিষয় মন্ত্ৰণালয়ৰ অধীনত ৰখাৰ কাৰণে এই খচৰা সংবিধানতে প্ৰস্তাৱ কৰা হৈছিল।

সংৰক্ষিত বনাঞ্চল সংস্পৰ্কে এই অভিবৰ্তনে আন এটা দাবী তুলিছিল। ইয়াত কোৱা হৈছিল, নগা অঞ্চলৰপৰা স্থানান্তৰ কৰা সকলোবিলাক সংৰক্ষিত বনাঞ্চল আৰু অন্যান্য নগা অঞ্চল এক স্পষ্টৰূপে নিৰ্ধাৰিত সীমাৰে সৈতে নগালেণ্ডক ঘূৰাই দিব লাগিব।

নগা অঞ্চল আৰু ইয়াৰ জনসাধাৰণৰ সম্পৰ্কত এই দাবিটো আছিল অত্যন্ত গুৰুত্বপূৰ্ণ। দুইখন ৰাজ্যৰ সীমান্তত থকা কিছুমান সংৰক্ষিত বনাঞ্চলৰ ওপৰত আনকি আজিও নগা পুলিচ আৰু অসম পুলিচৰ মাজত সংঘৰ্ষ হৈছিল আৰু ১৯৮৫ চনৰ মে মাহতো সংঘৰ্ষৰ বাতৰি আহিছে।

নগা সমস্যা সম্পৰ্কত অভিবৰ্তনখন আছিল এক পথ পৰিবৰ্তনৰ বিন্দু। ভাৰতবৰ্ষা

পৃথক এক স্বাধীন নগালেণ্ডৰ কাৰণে দাবিটো পৰিহাৰ কৰাৰ কাৰণেই আছিল উল্লেখযোগ্য। ফিজোপন্থীসকলে, অৱশ্যে তেওঁলোকৰ কূটাঘাতমূলক গেৰিলা কাৰ্য-কলাপ চলাই আছিল যদিও, তেওঁলোকৰ সংখ্যা দিনে দিনে কমি আহিছিল।

আনহাতে নগা পাহাৰ আৰু টুৱেনছাং অঞ্চলৰ প্ৰতিষ্ঠাই নতুন ধাৰণা জগাই তুলিছিল আৰু ই এক পৃথক পাহাৰী ৰাজ্যৰ কাৰণে দাবিৰ ৰূপ লৈছিল। এই দাবিয়ে খাচীয়া, গাৰো, মিজো আৰু অন্যান্য জনজাতিসকলকো উদ্বুদ্ধ কৰিছিল। ঠিক এই প্ৰশ্নৰ ওপৰতেই ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত পাহাৰী অঞ্চলত কংগ্ৰেছক পৰাজিত কৰা হৈছিল।

নগা নেতাসকলে—যাইকৈ জাছোকি, জামীৰ, টি এন্ আঙ্গামী আৰু অন্যান্যই ভাৰতীয় ইউনিয়নৰ ভিতৰত এখন নগা ৰাজ্যৰ কাৰণে তেওঁলোকৰ দাবি চলাই আছিল। ১৯৬০ চনৰ জুলাই মাহত তেওঁলোকে দিল্লীত প্ৰধান মন্ত্ৰী আৰু ভাৰতৰ চৰকাৰৰ উচ্চ স্তৰৰ বিষয়াসকলৰ লগত সাক্ষাৎ কৰিছিল আৰু ইয়াৰ ফলাফল আছিল এই প্ৰশ্ন সম্পৰ্কত উপনীত হোৱা চুক্তিখন।

নগা ৰাইজৰ অভিবৰ্তনৰ অন্যান্য গুৰুত্বপূৰ্ণ দাবিবোৰ, অৱশ্যে গ্ৰহণ কৰা হোৱা নাছিল, কাৰণ সেইবিলাক গ্ৰহণযোগ্য নাছিল। এই দাবি আছিল সমস্ত নগা অঞ্চলবিলাক, বিশেষকৈ মণিপুৰ, নেফাৰ তিৰাপ ডিভিজন, অসমৰ উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ, নগা অঞ্চলবিলাক নগালেণ্ডৰ লগত চামিলকৰণৰ দাবী। নগা নেতাসকলে কৈছিল, সেই দাবিটো আছিল সমগ্ৰ নগা জনসাধাৰণৰ বহু প্ৰত্যাশিত দাবি, কাৰণ বৃটিছ উপনিৱেশবাদীবিলাকে তেওঁলোকক অসম, মণিপুৰ আৰু বাৰ্মাত বিভক্ত কৰি ৰাখিছিল।

সেই সময়ত ফিজো আছিল লণ্ডনত। তাৰপৰাই তেওঁ ভাৰত চৰকাৰ আৰু নগা নেতাসকলৰ মাজত হোৱা চুক্তিখনৰ গৰিহণা দিছিল। ফিজোৱে কৈছিল যে নগা সংগ্ৰাম আছিল এক আন্তৰ্জাতিক স্বীকৃতি প্ৰাপ্ত সম্পূৰ্ণৰূপে সাৰ্বভৌম ৰাষ্ট্ৰৰ কাৰণে আৰু ইয়াৰ ভাৰতৰ লগত খুব বেছি মাত্ৰ এক ধৰণৰ চুক্তি সম্পৰ্ক থাকিব পাৰে, কিন্তু ই ভাৰতীয় ইউনিয়নৰ ভিতৰত কেতিয়াও নাথাকে। ফেছিষ্ট জাৰ্মানীৰ বিৰুদ্ধে দখলীকৃত ইউৰোপৰ জনগণৰ যুদ্ধৰ নগা জনসাধাৰণৰ যুদ্ধখন তেওঁ তুলনা কৰিছিল। তেওঁ কৈছিল, নগা জনসাধাৰণে "ৰাজ্য মৰ্যাদাৰ ভাৰতীয় ভেটি অথবা 'অভ্যন্তৰীণ স্বায়ত্বশাসনৰ" কাৰণে ভাৰতৰ প্ৰস্তাৱ গ্ৰহণ নকৰে।"

ফিজোৰপৰা পৰামৰ্শ লৈ 'নগালেণ্ডৰ ফেডাৰেল চৰকাৰে' ভাৰত আৰু বাৰ্মাৰ সমস্ত নগা অধ্যুষিত অঞ্চলবোৰত গেৰিলা কাৰ্যকলাপ বৃদ্ধি কৰিছিল। অসমত নগা চৰমপন্থীসকলে সকলোবিলাক ৰেলগাড়ীত আক্ৰমণ চলাইছিল, ই ৰাজ্যখনৰ

খাদ্য যোগানৰ প্ৰতি ভাবুকি হৈ পৰিছিল। সেই কাৰণে সকলোবিলাক ৰেলগাড়ী সামৰিক পহৰাত চলাব লগীয়া হৈছিল। ১৯৬০ চনৰ আগষ্ট মাহত বিদ্ৰোহীসকলে ভাৰতীয় বিমান বাহিনীৰ এখন ডাকোটা বিমান গুলিয়াই ভূপাতিত কৰিছিল আৰু "'নগা বাইজৰ অভিবৰ্তন'ৰ লগত ভাৰত চৰকাৰৰ চুক্তিৰ প্ৰতি তেওঁলোকৰ প্ৰতিবাদ শাৰীৰিক হিংসাৰ যোগেদি" প্ৰদৰ্শন কৰিবলৈ চাৰিজন বৈজ্ঞানিকক বন্দী কৰিছিল।

ইতিমধ্যে ভাৰত চৰকাৰ আৰু 'নগা বাইজৰ অভিবৰ্তনৰ' মাজত হোৱা চুক্তিখন ৰূপায়িত কৰাৰ কাৰণে উভয় পক্ষৰপৰা ব্যৱস্থাবোৰ গ্ৰহণ কৰা হৈছিল। অসম বিধান সভাত এখন বিল গৃহীত হৈছিল। সেই সময়ত বিধান সভাৰ কেজনমান সদস্যই "অসমৰ ছেদেলি ভেদেলিকৰণ"ত দুঃখ প্ৰকাশ কৰিছিল। এই মনোভাৱটো সংসদতো জনসংখই প্ৰতিধ্বনি তুলিছিল। অসম বিধান সভা আৰু ভাৰতীয় সংসদ, উভয়তেই বিলখন গৃহীত হৈছিল ( ২৮ আগষ্ট, ১৯৬২ ) আৰু সংবিধানৰ ত্ৰয়োদশ সংশোধনৰ যোগেদি ভাৰতৰ ষষ্ঠদশ ৰাজ্য হিচাপে নগালেণ্ড ৰাজ্যখনে জন্মলাভ কৰিছিল।

আনহাতে বৃটিছ চৰকাৰে এ জেদ ফিজোক বৃটিছ নাগৰিকত্ব প্ৰদান কৰিছিল। ভাৰত চৰকাৰে ঘোষণা কৰে যে ফিজোক ভাৰতলৈ অবাধ প্ৰৱেশৰ অধিকাৰ দিয়া নহব আৰু তেওঁ ভাৰতলৈ প্ৰৱেশৰ চেষ্টা কৰিলে তেওঁক গ্ৰেপ্তাৰ কৰা হব। ফিজোৱে এটা বিবৃতি যোগে ভাবুকি দিছিল যে নগালেণ্ডত গৃহ যুদ্ধ হব আৰু ইয়াৰ কাৰণে দায়িত্ব পৰিব সম্পূৰ্ণৰূপে ভাৰতৰ ওপৰত।

যেন ফিজোৰ ভাবুকিটোৰ যুক্তিযুক্ততা প্ৰমাণ কৰিবলৈকে, নগা বিদ্ৰোহীসকলে তেওঁলোকৰ কাম-কাজ বৃদ্ধি কৰিছিল আৰু সমগ্ৰ নগা পাহাৰত দেখিবলৈ পোৱা গৈছিল বিদ্ৰোহীসকল আৰু ভাৰতীয় নিৰাপত্তা বাহিনীৰ লোকসকলক। ভাৰতীয় নিৰাপত্তা বাহিনীৰ মাজত বিদ্ৰোহীসকলৰ অনবৰত সংঘৰ্ষ লাগিছিল। নগা অক্ৰমণৰ বলি হৈছিল নিৰীহ নগা গাঁওবাসী আৰু অঞ্চলটোত সম্পত্তি হানি হৈ গৈছিল।

আক্ৰমণেই হৈছে প্ৰতিৰক্ষাৰ শ্ৰেষ্ঠ পদ্ধতি—এই সূত্ৰটোৰ ওপৰত ভেটি কৰি, ফিজোৱে ভাৰতীয় নিৰাপত্তা বাহিনীৰ বিৰুদ্ধে জাতি-নিৰ্মূলৰ আপত্তি আইন-বিশেষজ্ঞসকলৰ আন্তৰ্জাতিক আয়োগৰ আগত দাখিল কৰিছিল। তেওঁ অভিযোগ কৰিছিল যে ভাৰতীয় নিৰাপত্তা বাহিনীয়ে নগাসকলৰ বিৰুদ্ধে-নিৰ্মূল ব্যৱস্থা লৈছে।

নগা নেতাসকলে আকৌ নগা জনসাধাৰণ আৰু নগালেণ্ডৰ স্বাৰ্থত কাম কৰিব লগীয়া হৈছিল। ১৯৬২ চনৰ মে মাহত নগালেণ্ড চৰকাৰে ( মধ্যকালীন সংস্থা ) ঘোষণা কৰিছিল যে নগাসকলৰ হৈ কথা কোৱাৰ ফিজোৰ কোনো অধিকাৰ নাই,

কাৰণ তেওঁ নিজৰ অনুবোধ ক্রমে এজন বৃটিছ নাগৰিক হৈ পৰিছে আৰু তেওঁক "তেওঁৰ নিজৰ মানুহেই আৰু দেশৰ আইনে গৰিহণা দিছে।" বিদ্রোহীসকলে, অৱশ্যে তেওঁলোকৰ ধ্বংসমূলক কাম অব্যাহত ৰাখিছিল, গাঁওবিলাক আক্রমণ কৰা হৈছিল আৰু মানুহক হত্যা কৰা হৈছিল,, মধ্যকালীন সংস্থাৰ এজন সদস্যক গুলিয়াই হত্যা কৰা হৈছিল। ১৯৬২ চনৰ এপ্রিল-জুলাইৰ ভিতৰত ভাৰতীয় নিৰাপত্তা বাহিনীয়ে ৩৬০ জন বিদ্রোহীক বন্দী কৰিছিল, সেই একে কালছোৱাত ১১৩ জন বিদ্রোহীয়ে আত্মসমর্পণ কৰিছিল, জুলাই আৰু আগষ্ট মাহত ১২০ টা বিদ্রোহী গোপন ঘাটি ধ্বংস কৰা হৈছিল।

চীনা আক্রমণৰ কালছোৱাত ভাৰতীয় সেনা ডিভিজন নগালেণ্ডৰপৰা দুর্বল সীমান্তলৈ আঁতৰাই নিয়াৰ পিছত নগা ফেডাৰেল চৰকাৰে ১৯৬২ চনৰ নৱেম্বৰ মাহৰ পৰা তেওঁলোকৰ কার্যকলাপ আৰু তীব্র কৰি তুলিছিল, ১ ৬৩ চনৰ এপ্রিল মাহলৈকে ৩০০ ৰো অধিক অনুগত নগাক অপহৰণ কৰিছিল। ১৯৬২ চনৰ মে মাহতে যিবিলাক বিদ্রোহী নগা চট্টগ্রাম পাহাৰী জনপদ আৰু পূব পাকিস্তানৰ অন্যান্য ঠাইলৈ পলাই গৈছিল, তেওঁলোক মিজো পাহাৰৰ মাজেদি বার্মালৈ গোপনে উভতি আহিছিল, বাটত তেওঁলোকে মণিপুৰত ভালেমান আক্রমণ চলাইছিল। ভাৰতীয় নিৰাপত্তা বাহিনীয়ে বিদ্রোহীসকলক প্রতিহত কৰিছিল। ১৯৬৩ চনৰ ফেব্রুৱাৰী মাহত মণিপুৰৰ তিনিটা মহকুমা উপদ্রুত অঞ্চল বুলি ঘোষণা কৰা হৈছিল। বিদ্রোহী-সকল পাকিস্তানৰপৰা পোৱা অস্ত্র-শস্ত্রৰে সজ্জিত হৈছিল। তেওঁলোকে এপ্রিল মাহত উত্তৰ পূব সীমান্ত ৰেলৱেৰ লামডিং অংশৰ ৰেলপথ উৰাই দিছিল, ফলত ইঞ্জিন আৰু চাৰিটা ডবা লাইনচ্যুত হৈছিল, তেওঁলোকে গুলি চলাইছিল, ৰেলখন লণ্ড-ভণ্ড কৰিছিল, সেনা আৰু যাত্রীসকলক হত্যা কৰিছিল। তেতিয়াৰপৰা যাত্রীবাহী ৰেলৰ ওপৰত আক্রমণ অব্যাহত আছিল।

একে মাহতে (ফেব্রুৱাৰী, ১৯৬৩) নগালেণ্ডত শান্তি আৰু শৃঙ্খলাৰ বিষয়ে আলোচনা কৰিবলৈ চৰকাৰৰ লগত এক সাক্ষাত বিচাৰি ৰেভাৰেণ্ড মাইকেল স্কটৰ যোগেদি ফিজোৱে পণ্ডিত নেহৰুলৈ এখন চিঠি পঠাইছিল। ইয়াৰ উত্তৰত পণ্ডিত নেহৰুৱে কৈছিল যে যদিহে বিদ্রোহীসকলৰদ্বাৰা সমস্ত হিংস্র কার্যকলাপ বন্ধ কৰা হয় আৰু সমস্ত অস্ত্র-শস্ত্র সমর্পণ কৰা হয় তেওঁ আনন্দেৰে ফিজোৰ লগত সাক্ষাত কৰিব আৰু তেওঁক ভাৰতলৈ অহাৰ কাৰণে সকলো সুবিধা কৰি দিয়া হব। নগা বিদ্রোহীসকলক উপযুক্তভাৱে আৰু ভালকৈ পুনৰবাসন দিয়া হব বুলিও তেওঁ প্রতিশ্রুতি দিছিল। ফিজোৰ প্রধানমন্ত্রীলৈ দিয়া তেওঁৰ দ্বিতীয়খন চিঠিত কৈছিল ৰেভাৰেণ্ড স্কটে নগা নেচনেল কাউন্সিলক লগ ধৰিব আৰু এক যুদ্ধ বিৰতিৰ প্রস্তাব দিব আৰু

ইয়াৰ প্ৰতি সহাৰি জনাই ভাৰত চৰকাৰেও নিৰাপত্তা বাহিনীৰ কাম-কাজ বন্ধ কৰা উচিত।

নগালেণ্ডত কাৰ্যবাহী পৰিষদৰ সভাপতিয়ে ছিলু আওৱে যেভাবেও ফুটক লগ ধৰিবলৈ আপত্তি কৰিছিল, কাৰণ তেওঁ কৈছিল, ফিজোৱে বৰ্তমানৰ নগালেণ্ড ৰাজ্যখনক এতিয়াও স্বীকৃতি দিয়া নাই। তাৰ পিছত, হিংসা আৰু অস্ত্ৰ শস্ত্ৰ পৰিহাৰ কৰিবলৈ আৰু তেওঁলোকৰ সমস্ত বৈৰীসুলভ কাম-কাজ বন্ধ কৰিবলৈ সকলোবিলাক বিদ্ৰোহীক পৰামৰ্শ দিয়াৰ কাৰণে ফিজোৰ প্ৰতি আহ্বান জনাই ভাৰত চৰকাৰে এটা বিবৃতি দিছিল। ফিজোৱে তেওঁৰ পক্ষৰপৰা ১৯৬৩ চনৰ ৮ মে তাৰিখে লণ্ডনত কৈছিল যে চৰ্তবিহীন আত্মসমৰ্পণৰ কাৰণে চৰকাৰৰ দাবি তেওঁ গ্ৰহণ কৰিব নোৱাৰে।

প্ৰধান মন্ত্ৰীৰ সচিব চি জাষিৰে ১৯৬৩ চনৰ আগষ্ট মাহত লণ্ডনত ফিজোক লগ ধৰি তেওঁৰ লগত নগালেণ্ডৰ প্ৰশ্ন আৰু সমস্যাবিলাক আলোচনা কৰিছিল, নগালেণ্ডৰ স্বাধীনতাৰ কাৰণে দাবিটো পৰিত্যাগ কৰিবলৈ ফিজোক বুজনি দিবলৈ চেষ্টা কৰিছিল, কাৰণ দাবিটো অবাস্তৱ আৰু অনৰ্থক।

নগালেণ্ডৰ পৰিস্থিতি উন্নত হোৱা নাছিল, বিশৃঙ্খলা চলিয়েই থাকিল।

১৯৬৩ চনৰ ডিচেম্বৰ মাহত ভাৰতৰ ৰাষ্ট্ৰপতি ডাঃ এচ ৰাধাকৃষ্ণণে কহিমাত হাজাৰ আনন্দমুখৰ নগালোকৰ মাজত নগালেণ্ড ৰাজ্য উদ্বোধন কৰিছিল। এই সম্পৰ্কত নগালেণ্ডৰ জনসাধাৰণলৈ দিয়া এক বাণীত প্ৰধান মন্ত্ৰী নেহৰুৱে কৈছিল, "মোৰ দৃঢ় বিশ্বাস যে নগালেণ্ডৰ জনসাধাৰণৰ উদ্যম আৰু প্ৰাণশক্তিয়ে কেৱল নগালেণ্ডৰ জনসাধাৰণৰ কাৰণে এক পূৰ্ণতৰ আৰু অধিক সুখী জীৱন লাভ কৰাৰ ফালে বুজন বৰঙণী যোগাব এনে নহয়, ভাৰতীয় ইউনিয়নৰ জাতীয় বিকাশো অধিকতৰ সমৃদ্ধ কৰিব।"

তাৰ পিছত, আপেক্ষিক শান্ত এছোৱা কালত, নগালেণ্ডত প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হৈছিল ১৯৬৪ চনৰ জানুৱাৰী মাহত। এই নিৰ্বাচনত নগা জাতীয়তাবাদী পাৰ্টিয়ে ৪৬ জনীয়া সদস্যৰ বিধান সভাত পূৰ্ণ সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল আৰু ছিলু আও মুখ্যমন্ত্ৰী হৈছিল।

কিন্তু ১৯৬৪ চনৰ ডিচেম্বৰ মাহত ডেমক্ৰেটিক পাৰ্টিৰ (বিধান সভাত বিৰোধী দল) বাৰ জন নিৰ্বাচিত সদস্যই এটা বিবৃতি প্ৰচাৰ কৰি পদত্যাগ কৰিছিল। এই বিবৃতিটোত তেওঁলোকে বিধান সভাখন ভংগ কৰাৰ দাবি কৰিছিল। তেওঁলোকে কৈছিল, বিধান সভাখনৰ অৱস্থিতিয়ে নগা প্ৰশ্নৰ ৰাজনৈতিক মীমাংসাত বাধা সৃষ্টি কৰিছে। তেওঁলোকে আৰু দাবি কৰিছিল যে নগা সমস্যাৰ এক সম্মানজনক সমাধানৰ সন্ধানত নগালেণ্ডলৈ আহিবলৈ ফিজোক সকলো সুবিধা দিব লাগে।

নগা সমস্যাৰ সমাধানৰ সম্পৰ্কও এইটো ঘড়ি পিছলৈ ঘুৰোৱাৰ প্ৰচেষ্টাৰ বাহিৰে আন একো নাছিল।

মনত ৰখা প্ৰয়োজন যে ঠিক এইসময়তেই চীনাসকলে জাপি দিয়া যুদ্ধত ভাৰতীয় সেনাবাহিনীয়ে গুৰুতৰ বিপৰ্যয়ৰ সন্মুখীন হব লগা হৈছিল। সকলোৰে কাৰণে প্ৰয়োজন আছিল এই কথাৰে মন দিয়া যে দেশৰ ভিতৰত সমস্ত অশান্তিৰ ওৰ পেলোৱা হওক। কিন্তু প্ৰত্যক্ষ অথবা পৰোক্ষভাৱে বিৰোধী পক্ষৰপৰা উচটনি পাই তেওঁলোকৰ হিংস্ৰ কাৰ্যকলাপ চলাই থাকিবলৈ নগা বিদ্ৰোহীসকলৰ সাহ বাঢ়ি গৈছিল। ৰণাঙ্গনত ভাৰতৰ বিপৰ্যয়ে প্ৰকৃতপক্ষে তেওঁলোকক আৰু অধিক অনুপ্ৰাণিত কৰিছিল। ফিজোৱেও এই কথা চিন্তা কৰিবলৈ অনুপ্ৰাণিত হৈছিল যে ভাৰতীয় সশস্ত্ৰ বাহিনীয়ে চীনাসকলৰ হাতত পৰাজয় বৰণ কৰিব লগীয়া হোৱা হেতুকে ভাৰত চৰকাৰেও নিজৰ দৃষ্টিভঙ্গী পৰিবৰ্তন কৰিবলৈ বাধ্য হব। গতিকে বিদ্ৰোহীসকলে দুমুখীয়া আক্ৰমণ চলাইছিল : এহাতে অধিক হিংস্ৰ কাৰ্যকলাপ আৰু আনহাতে, চতুৰ চালাকি অৱলম্বনৰ কাৰণে প্ৰচেষ্টা।

দ্বিতীয় পদ্ধতিটো চলোৱা হৈছিল ৰেভাৰেণ্ড মাইকেল স্কটৰ যোগেদি শান্তি আৰু সদিচ্ছাৰ মানৱীয় যুক্তিৰ নামত। এনে ধৰণৰ যুক্তি তুলি ধৰাৰ প্ৰয়োজনীয়তা আছিল, কাৰণ অবিৰাম সংঘৰ্ষত সাধাৰণভাৱে নগা জনসাধাৰণ ক্লান্ত হৈ পৰিছিল।

চালাকিৰ খেলাত ৰেভাৰেণ্ড স্কটে আন কিছুমান সজ-অভিপ্ৰায়ৰ মানুহ আৰু জয়প্ৰকাশ নাৰায়ণৰ সমৰ্থন আৰু সক্ৰিয় সহযোগিতা পাইছিল। ভাৰত চৰকাৰক হাৰাশাস্তি আৰু বিব্ৰত কৰা যেই কোনো কামত সহায় কৰিবলৈ জয়প্ৰকাশ নাৰায়ণ সততে সাজু আছিল। তেওঁলোকে ৰেভাৰেণ্ড স্কটৰ পৰিচালনাত শান্তি মিছন নামৰ এটা মিছন গঠন কৰিছিল। ইয়াৰ ঘোষিত লক্ষ্য আছিল যে নগাদেশত শান্তি আৰু শৃঙ্খলা ঘূৰাই অনাৰ উদ্দেশ্যে চৰকাৰ আৰু বিদ্ৰোহীসকলৰ মাজত তেওঁলোকে কথা-বতৰা পাতিব।

শান্তি মিছনৰ পক্ষৰপৰা ৰেভাৰেণ্ড স্কটে জাতিসংঘৰ সচিব প্ৰধানলৈ এখন চিঠি পঠাইছিল আৰু শান্তি মিছনলৈ অধিক পৰ্যবেক্ষক পঠোৱাৰ কাৰণে এই চিঠিৰ যোগে তেওঁক অনুৰোধ কৰা হৈছিল। এইটো আছিল আচলতে নগা সমস্যাটোৰ আন্তৰ্জাতিক ৰূপ দিয়াৰ এক নিৰ্লজ্জ প্ৰচেষ্টা। ৰেভাৰেণ্ড স্কটৰ ভাৰত-বিৰোধী কাম-কাজ সম্পৰ্কে আৰু খবৰ আছিল। তেওঁক দেশ এৰি যাবলৈ আদেশ দিয়াৰ কাৰণে অৱশেষত ভাৰত চৰকাৰ বাধ্য হৈছিল, কাৰণ ভাৰতৰ কাৰণে ক্ষতিকৰ কাম-কাজত লিপ্ত আছে বুলি তেওঁক অপৰাধী সাব্যস্ত কৰা হৈছিল। তেওঁ ভাৰত এৰি যোৱাৰ আগতে তেওঁৰপৰা কিছুমান দলিল জব্দও কৰা হৈছিল।

সেই বছৰৰ ( ১৯৬৬ ) মে মাহত লণ্ডন টাইমছত এটা বিবৃতি প্ৰকাশ কৰিছিল। এই বিবৃতিত তেওঁ তথাকথিত 'ঐতিহাসিক দৃষ্টিকোণৰ'পৰা নগাসকলৰ স্বাধীনতাৰ দাবি ন্যায্য বুলি কৈছিল, "নিৰীহ নগাসকলৰ ওপৰত অত্যাচাৰ চলাই থকা" বুলি তেওঁ ভাৰত চৰকাৰৰ ওপৰত অভিযোগ আনিছিল। তেওঁৰ মতে তৃতীয় পক্ষৰ মধ্যস্থতালৈ ভাৰত চৰকাৰে সম্মতিজ্ঞাপন কৰাটো তেওঁ এই বিবৃতিৰ যোগে দাবী কৰিছিল। মুঠতে, ৰেভাৰেণ্ড স্কটে স্পষ্টভাৱেই তেওঁৰ স্বৰূপ প্ৰকাশ কৰিছিল: নগা সমস্যাটো ভাৰতৰ আভ্যন্তৰীণ সমস্যা নহয় বুলি দেখুৱাবলৈকে তেওঁ তালৈ আহিছিল। তেওঁ স্পষ্টৰূপে বিচাৰিছিল ভাৰতৰ আভ্যন্তৰীণ বিষয়ত বাহিৰৰ হস্তক্ষেপ আমন্ত্ৰণ কৰিবলৈ—ঠিক এই লক্ষ্য লৈয়েই সাম্ৰাজ্যবাদে সকলো সময়তে কাম কৰি আহিছিল।

সেই বিবৃতিত ৰেভাৰেণ্ড স্কটে এটা ভাবুকিও দিছিল। তেওঁ কৈছিল যে তেওঁৰ আৰু তেওঁৰ উপদেষ্টাসকলৰ ( সাম্ৰাজ্যবাদীসকলৰ ) হেঁচাত যদি ভাৰত চৰকাৰ সৈমান হবলৈ মান্তি নহয় "অসম আৰু উত্তৰ পূব সীমান্ত এজেঞ্চিৰ অন্যান্য পাহাৰ অঞ্চললৈকো অসন্তুষ্টি সহজে বিয়পি পৰিব পাৰে।" ইও আছিল আকৌ স্পষ্ট ইঙ্গিত যে এই ভদ্ৰলোকজনে প্ৰকৃতপক্ষে কাম কৰিছিল সেইবিলাক শক্তিৰ হৈ, যিবিলাক শক্তিয়ে এনেভাৱে বিচাৰিছিল আৰু কাম কৰিছিল যাতে ভাৰতৰ অখণ্ডতা বিপদাপন্ন আৰু ছিন্নভিন্ন হয়।

ভাৰত চৰকাৰে আৰু দায়িত্বশীল নগা নেতাসকলে গ্ৰহণ কৰা দৃঢ় অৱস্থানৰ ফলতেই, স্কটৰ কুচক্ৰান্ত জয় কৰিব পৰা হৈছিল। তাৰ পিছত, ১৯৬৬ চনৰ মে মাহত বেপ্টিষ্ট গীৰ্জাৰ উদ্যোগত এটা দ্বিতীয় শান্তি মিছন গঠন কৰা হৈছিল।

দ্বিতীয় শান্তি মিছনে বিদ্ৰোহী নগা নেতাসকলকো যোগাযোগ কৰিব পাৰিছিল আৰু দীঘলীয়া আলোচনাৰ যোগেদি চৰকাৰ আৰু বিদ্ৰোহী নগাসকলৰ মাজত স্বাক্ষৰিত হব লগা এক চুক্তিৰ খচৰা তৈয়াৰ কৰিছিল। ২৫ জুন তাৰিখে নিম্ন লিখিত ব্যতিক্ৰম সাপেক্ষে খচৰা চুক্তিখন গ্ৰহণ কৰাৰ কথা ভাৰত চৰকাৰে ঘোষণা কৰিছিল: "নগালেণ্ডৰ ফেডাৰেল চৰকাৰক, আনকি কোনো ইঙ্গিতৰ যোগেও, স্বীকৃতিৰ প্ৰশ্ন উঠিব নোৱাৰে, শান্তি আলোচনাত নগালেণ্ড চৰকাৰকো অন্তৰ্ভুক্ত কৰিব লাগিব, আৰু আন্তৰ্জাতিক সীমান্তত পহৰা অব্যাহত থাকিব।"

চুক্তিখন স্বাক্ষৰিত হৈছিল। এই চুক্তিত সাতোটা বিষয় আছিল। ইয়াৰ অন্যতম আছিল সমস্যাটোচূড়ান্ত মীমাংসা নোহোৱালৈকে এক যুদ্ধ বিৰতিৰ ব্যৱস্থা কৰা। এই কথাত সম্মত হোৱা গৈছিল যে "প্ৰথমে গুলি নচলোৱালৈকে গুলি চলোৱা নহব" বোলা বিধিতো উভয় পক্ষই মানি চলিব।

যুদ্ধ বিৰতিটো আছিল নগাসকলৰ প্ৰতি ,ভাৰত চৰকাৰৰ আপোচমূলক নীতি আৰু অধ্যৱসায়ী মনোভাৱৰ এক গুৰুত্বপূৰ্ণ যুক্তিযুক্ত ফল। এইটো আছিল প্ৰথমতে এয়াহৰ কাৰণে আৰু তাৰ পিছত ১৯৭২ চনৰ আগৈ মাহলৈকে ইয়াৰ কাল সময়ে সময়ে বঢ়াই দিয়া হৈছিল।

যুদ্ধ বিৰতি প্ৰৱৰ্তিত হোৱাৰ পিছত, শান্তি মিছনৰ উদ্যোগত গুৰুত্বপূৰ্ণ ৰাজনৈতিক আলোচনা আৰম্ভ হৈছিল। ভাৰত চৰকাৰৰ প্ৰতিনিধি দলটোৰ নেতৃত্বত আছিল, বৈদেশিক বিষয়ৰ মন্ত্ৰণালয়ৰ সচিব ওৱাই দি. গুণ্ডেভিয়া আৰু নগালেণ্ডৰ মুখ্যমন্ত্ৰী চিলু আও ইয়াত অন্তৰ্ভুক্ত হৈছিল, বিদ্ৰোহী পক্ষত আছিল জাছি হৰে, থিছুছিলে, আইজাক শ্‌ আৰু অন্যান্য সকল। গুণ্ডেভিয়াই এটা বিষয় স্পষ্ট কৰি দিছিল, "আমি এইটো এটা বিচাৰৰ বিষয় হিচাপে লব নালাগে, কিন্তু মিছনক চিধাচিধি জনাই দিছো যে আমি আলোচনাৰ কাৰণে সন্মত হৈছো যদিও, আমি নগা ফেডাৰেল চৰকাৰৰ মৰ্যাদা স্বীকাৰ নকৰো।"

প্ৰাথমিক কথা-বতৰাৰ পিছত, বিদ্ৰোহী নগা প্ৰতিনিধি দলটোৱে সাংবাদিকসকলক লগ ধৰিছিল আৰু পুস্তিকা বিতৰণ কৰিছিল। এই পুস্তিকাখন আছিল আচলতে নগা ফেডাৰেল চৰকাৰৰ প্ৰেছিডেণ্টে ৰেভাৰেণ্ড মাইকেল স্কটলৈ লিখা এখন চিঠিৰ প্ৰতিলিপি। ইয়াত এই কথা কোৱা হৈছিল যে "আমি অপৰিসীম দুঃখ ভোগ কৰিছো, কিন্তু আমি কেতিয়াও ভাৰতীয় প্ৰজাতন্ত্ৰত যোগ নিদিওঁ।" সাংবাদিক-সকলক লগ ধৰোঁতে বিদ্ৰোহী প্ৰতিনিধিদলে এনেভাৱে আচৰণ কৰিছিল যিটোৰ পৰা এই ইঙ্গিত পোৱা যায় যে দুটা যুদ্ধৰত জাতিৰ মাজতহে যেন কথা-বতৰা হৈছে।

বিদ্ৰোহী নগা প্ৰতিনিধি দলে তাৰ পিছত তেওঁলোকৰ দীৰ্ঘসূত্ৰিকা চলাই আছিল, কিন্তু কিছুদিনৰ পিছত বিদ্ৰোহী প্ৰতিনিধি দলে গুণ্ডেভিয়াৰ হাতত এখন চিঠি দিছিল। এই চিঠিখনত সম্পূৰ্ণ স্বাধীনতাৰ কাৰণে আত্মগোপনকাৰী নগাসকলৰ দাবি পুনৰ ব্যক্ত কৰা হৈছিল, ১৯৪৭ চনত ক্ষমতা হস্তান্তৰৰ লগে লগে নগালেণ্ড ভাৰতৰ এটা অংশ হৈ পৰিছিল বুলি লোৱা ভাৰতৰ অৱস্থান অগ্ৰাহ্য কৰি কোৱা হৈছিল যে নগালেণ্ডক কোনো দিনেই 'ভাৰতীয় সেনাবাহিনীয়ে জয় কৰা নাছিল' অথবা ভাৰতীয় চৰকাৰে ইয়াক শাসন কৰা নাছিল আৰু দাবি কৰিছিল যে ভাৰতে যদি নগা স্বাধীনতা মানি লবলৈ অস্বীকাৰ কৰে, তেনেহলে বিবাদটো হেগত থকা আন্তৰ্জাতিক ন্যায় বিচাৰৰ আদালতলৈ পঠাব লাগে।

তথাপি আলোচনা পুনৰ আৰম্ভ হৈছিল। আলোচনাত বিদ্ৰোহী প্ৰতিনিধি দলে ঘোষণা কৰিছিল যে নগালেণ্ডৰপৰা চৰকাৰে ইয়াৰ সমস্ত নিৰাপত্তা বাহিনী প্ৰত্যাহাৰ কৰাৰ পিছতহে মাত্ৰ, আত্মগোপনকাৰীসকলে অস্ত্ৰ-সমৰ্পণ কৰাৰ প্ৰশ্নটো

বিবেচনা কৰিব। ফুগেতিয়াই এই দাবি অগ্ৰাহ্য কৰিছিল। তেওঁ কৈছিল যে শান্তি মিছনৰ প্ৰস্তাৱবোৰ বিদ্ৰোহী নগাসকলে বিনাচৰ্তে গ্ৰহণ কৰিলেহে নিৰাপত্তা বাহিনী প্ৰত্যাহাৰ কৰা হব। আকৌ এবাৰ বিদ্ৰোহীসকলে অস্ত্ৰ সমৰ্পণ কৰাৰ প্ৰস্তাৱ আগবঢ়াইছিল এই চৰ্তত যে তেওঁলোকে অস্ত্ৰ সমৰ্পণ কৰাৰ সময়ত এজন আন্তৰ্জাতিক পৰ্যবেক্ষক উপস্থিত থাকিব লাগিব, সকলোবিলাক ৰাজনৈতিক বন্দীক মুক্তি দিব লাগিব আৰু আভ্যন্তৰীণ অথবা বহিৰ্নিৰাপত্তাৰ লগত সংশ্লিষ্ট সমস্ত ভাৰতীয় বাহিনী নগালেণ্ড প্ৰত্যাহাৰ কৰিব লাগিব আৰু আন্তৰ্জাতিক সীমান্ত পহৰা দিয়াৰ দায়িত্ব আত্মগোপনকাৰীসকলৰ হাতত এৰি দিব লাগিব। এই চৰ্তবিলাক গ্ৰহণযোগ্য নাছিল বুলি গুণ্ডেতিয়াই স্পষ্টকৈ কৈছিল। ভাৰতৰ সংবিধানত লিপিবদ্ধ হোৱা তেওঁলোকৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, ধৰ্মীয় আৰু সাংস্কৃতিক স্বাৰ্থবোৰৰ ৰক্ষাকবচবোৰৰ প্ৰতি সদিচ্ছা আৰু উপলব্ধিৰ কাৰণে বিদ্ৰোহী নগাসকলৰ প্ৰতি তেওঁ এক আবেগপূৰ্ণ আবেদন জনাইছিল। তেওঁ কৈছিল, "নগালেণ্ডৰপৰা ভাৰতক একো নালাগে, ভাৰতে কেৱল দিবলৈহে বিচাৰে।"

নগাবিদ্ৰোহীসকল কোমল হোৱা নাছিল। শান্তি মিছনে অৱশ্যে এক শান্তিপূৰ্ণ মীমাংসাৰ কাৰণে নিজৰ প্ৰচেষ্টা চলাই আছিল। তেওঁলোকৰ চেষ্টাৰ কাৰণেই দিল্লীত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী আৰু ফেডাৰেল নগা প্ৰধান মন্ত্ৰী, খুগাটো ছুখাইৰ নেতৃত্বত এটা বিদ্ৰোহী নগা প্ৰতিনিধি দলৰ মাজত আৰু এলানি আলোচনা হোৱাটো সম্ভৱপৰ হৈছিল। আলোচনা কালত, নগাসকল আৰু তেওঁলোকৰ সমস্যাবিলাকৰ প্ৰতি প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে সম্ভাব্য সকলো নমনীয়তা প্ৰদৰ্শন কৰিছিল, কিন্তু তেওঁ দৃঢ়ভাৱে কৈছিল যে "নগালেণ্ড হ'ল অত্যন্ত দ্ব্যৰ্থশূন্যভাৱে ভাৰতৰ অংশ আৰু আমাৰ দৃষ্টিভঙ্গী আগৰদৰেই আছে।" আলোচনাৰ পিছত নগা বিদ্ৰোহী নেতা আইজাক ছুৱে সাংবাদিকৰ আগত কৈছিল যে নগালেণ্ডৰ সাৰ্বভৌমত্বতকৈ কম একোৱেই নগাসকলৰ কাৰণে গ্ৰহণযোগ্য নহয়, তেওঁ কৈছিল যে এইটো হ'ল ভাৰতৰ কাৰণে তেওঁলোকৰ স্বাধীনতা স্বীকৃতি দিয়াৰহে প্ৰশ্ন, প্ৰদান কৰাৰ প্ৰশ্ন নহয়।

আনকি তেতিয়াও, শান্তি মিছনৰ অনুৰোধত ভাৰত চৰকাৰে আলোচনা অব্যাহত ৰাখিছিল। আনহাতে, দিল্লী আলোচনাত বাধা দিয়াৰ উদ্দেশ্যেই বিদ্ৰোহী নগাসকলৰ কোনো কোনো অংশই অসম আৰু নগালেণ্ড অঞ্চলত ৰেলগাড়ীৰ ওপৰত আক্ৰমণ চলাই আছিল আৰু এলানি বোমা বিস্ফোৰণ ঘটাইছিল। এনে তিনিটা বোমা আক্ৰমণত প্ৰায় ১৫০ জন মানুহ নিহত হৈছিল আৰু আন শ-শ আহত হৈছিল। ১৯৬৬ চনৰ ২৫ এপ্ৰিলত ৰেলৰ ৰাজ্য মন্ত্ৰী ডঃ ৰাম সুভাগ সিঙে কৈছিল যে লামডিং ভিকুত বিস্ফোৰণ ঘটোৱা হৈছিল এনে এক ধৰণৰ প্লাষ্টিক বোমাৰে, যিবিলাক ভাৰতত

তৈয়াৰী নহয়। ই এই ধাৰণাৰ প্ৰতি অধিক সমৰ্থন দিছিল যে এই জমক্ত কামৰ পিছত বিদেশী প্ৰভাৱে কাম কৰি আছিল। সংসদত এক আলোচনা কালত সংযুক্ত ছ'চিয়েলিষ্ট পাৰ্টিৰ নেতা মধু লিমায়েই কৈছিল যে নগাবিদ্ৰোহক "বিদেশী মিছনাৰী, প্ৰেন্টাৰসকল আৰু পাকিস্তানবৰ্ষাৰা অনবৰত উদগনি দিয়া হৈছিল।" প্ৰজা-চ'ছিয়েলিষ্ট সদস্য হেম বৰুৱাই কৈছিল যে এটা বিদ্ৰোহী নগা প্ৰতিনিধিদলে অলপতে ঢাকাত চীনৰ বৈদেশিক মন্ত্ৰী মাৰ্ছেল চেন ই আৰু পাকিস্তানৰ বৈদেশিক মন্ত্ৰী জেদ এ. ভুট্টোক লগ ধৰিছিল।

শান্তি আলোচনা চলি থকা কালতেই নগা বিদ্ৰোহীসকলৰ মাজত পৰস্পৰ বিৰোধী দুটা উপদলৰ উদ্ভৱ হৈছিল, এটাৰ নেতৃত্ব কৰিছিল 'জেনেৰেল' মৱু আঙ্গামী আৰু আনটোৰ নেতৃত্ব কৰিছিল 'জেনেৰেল' কাইটোৱে। উভয় উপদলেই এটা বিষয়ত একমত আছিল: শান্তি আলোচনা ব্যৰ্থ কৰা। তেওঁলোক আৰু এটা কথাৰ কাৰণেও চিন্তিত হৈছিল যে নগালেণ্ডত মানুহৰ মাজত আলোচনাৰ যোগে মীমাংসাৰ অনুকূলে মনোভাৱ বৃদ্ধি পাইছিল।

কিন্তু সেই সময়ত আন এটা উপাদান আছিল মিজো সশস্ত্ৰ বিদ্ৰোহ ( ১৯৬৬ চনৰ ২৮ ফেব্ৰুৱাৰীৰপৰা ১ মাৰ্চলৈকে ) আৰু ই শান্তি আলোচনাত এক আঘাত হানিছিল। ভাৰত, পূব পাকিস্তান আৰু বাৰ্মাৰ মিজো-চিন অঞ্চলবিলাক সামৰি লৈ 'চিনলেণ্ড' ৰাজ্যৰ কাৰণে মিজো বিদ্ৰোহীসকলে দাবি তুলিছিল। এই বিদ্ৰোহৰ সংগঠক, মিজো নেচনেল ফ্ৰণ্টে পূব পাকিস্তানলৈ মিজো-কুকীসকলক পঠাইছিল, তালৈ বিদ্ৰোহী নগাসকলো গৈছিল —উভয়েই অস্ত্ৰ-শস্ত্ৰ আৰু সামৰিক শিক্ষাৰ কাৰণে। বিদ্ৰোহ আৰু কূটাঘাতৰ কাম-কাজ চলোৱাৰ নিমিত্তে নগা আৰু মিজোসকলক ইয়াৰ ভূখণ্ডত সুবিধা দিয়াৰ কাৰণে মাৰ্চ মাহৰ ১২ তাৰিখে ভাৰত চৰকাৰে পাকিস্তানৰ ওচৰত ঘোৰ প্ৰতিবাদ জনাইছিল।

এইখিনিতে এই কথাও উল্লেখ কৰিব পাৰি যে কিছুদিনৰ আগতে কুকী নেচনেল কাউন্সিলেও 'চিনলেণ্ডৰ'—অসমৰ হাফ্‌লঙৰপৰা বাৰ্মাৰ আকিয়াবলৈকে—কাৰণে দাবি উত্থাপন কৰিছিল।

ইতিমধ্যে ভাৰত চৰকাৰ আৰু নগাবিদ্ৰোহীসকলৰ মাজত শান্তি আলোচনা পঞ্চমবাৰৰ কাৰণে চলি আছিল। সেই সময়ত ইন্দিৰা গান্ধীয়ে এই আশ্বাস দিছিল যে নগালেণ্ডে পূৰ্ণ স্বায়ত্বশাসনৰ অধিকাৰ পাব। কিন্তু বিদ্ৰোহীসকলে সেই একে পুৰণি দাবিকে দোহাৰিছিল যে নগালেণ্ডলৈ সম্পূৰ্ণ স্বাধীনতাৰ অবিহনে সমস্যাটোৰ কোনো সমাধান হব নোৱাৰে।

সেই সময়ত ফিজোৱে আন এটা উদ্যোগ লৈছিল। মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু জাতিসংঘত নগালেণ্ডৰ স্বাধীনতাৰ হকে সমৰ্থন সংগ্ৰহ কৰিবলৈ তেওঁ নিউয়ৰ্কলৈ

গৈছিল। তাত তেওঁ ব্যাপ্‌টিষ্ট মিছনাৰী সংগঠনৰ লগত যোগাযোগ কৰিছিল। এই সংগঠনে সমগ্র বৃটিছশাসনৰ কালছোৱাত সকলো সময়তেই বিচ্ছিন্নতাবাদী নগাসকলক লাই দি আছিছিল। পিছত ফিজোৱে পৰৰাষ্ট্ৰ বিভাগৰ বিষয়াসকলৰ আগত নগা প্রশ্নটো উত্থাপনৰ কাৰণে ৱাছিংটনলৈ গৈছিল। ফিজোৱে পিছত কৈছিল যে তেওঁ সৰ্বোচ্চ বিশ্ব মঞ্চৰ লোকসকলৰ আগত নগা প্রশ্নটো পৰিচয় কৰাই দিছিল আৰু তেওঁলোকৰ আশা আকাঙ্ক্ষা তেওঁলোকে উপলব্ধি কৰিছিল।

এনেবোৰ অৱস্থাৰ পটভূমিত ষষ্ঠ আৰু শেষ শান্তি আলোচনা আৰম্ভ হৈছিল। কিন্তু তেতিয়াও কোনো সুফল নফলিল, কাৰণ বিদ্রোহীসকলে তেওঁলোকৰ স্বাধীনতাৰ কাৰণে দাবি ধৰিয়েই আছিল। এনেভাৱে চাৰিবছৰীয়া উচ্চ স্তৰৰ কথা-বতৰা ব্যৰ্থ হৈছিল। সেই অৱস্থাত নগা ফেডাৰেল নেতৃত্বই অন্যদেশৰপৰা সাহায্য বিচৰা কামত অগ্ৰসৰ হৈছিল। পশ্চিমৰ দেশবিলাকৰ বাহিৰেও অস্ত্ৰ-শস্ত্ৰ সামৰিক প্রশিক্ষণ আৰু ৰাজনৈতিক সমৰ্থনৰ কাৰণে আত্মগোপনকাৰী নগা নেতাসকলে চীনৰো কাষ চাপিছিল। একে সময়তে, হয়তো এক কৌশল হিচাপেই, শান্তি আলোচনা পুনৰ আৰম্ভ কৰাৰ কাৰণে আত্মগোপনকাৰী নগাসকলে ভাৰত চৰকাৰৰো কাষ চাপিছিল, এই কাষ চপা কামটো কৰিছিল পি ভামুজোই, তেওঁ যুক্তি দৰ্শোৱাৰ কাৰণে দিল্লীলৈ গৈছিল। ১৯৬৮ চনৰ ২২ অক্টোবৰ তাৰিখে ভাৰত চৰকাৰৰ বৈদেশিক পৰিক্ৰমা মন্ত্ৰণালয়ৰ সচিব টি এন্ কাউলে বিদ্রোহী নগা প্রতিনিধি দলটোক জনাই দিছিল যে আত্মগোপনকাৰীসকলে চীনলৈ তেওঁলোকৰ মানুহ পঠোৱাটো বন্ধ কৰা আৰু নগালেণ্ড ভাৰতৰ ভিতৰতে থাকিব বুলি গ্ৰহণ কৰাৰ পিছতহে মাত্ৰ, আলোচনা পুনৰ আৰম্ভ কৰিব পৰা যাব। আত্মগোপনকাৰীসকল তাত অমান্তি হৈছিল। এনেকৈয়ে শান্তি আলোচনাৰ সম্ভাৱনা নিঃশেষ হৈছিল।

যুদ্ধ বিৰতি অৱশ্যে অব্যাহত আছিল। আকৌ নগা বিদ্রোহীসকলেই প্ৰথম জাই গুলি ফুটাইছিল। ১৯৭২ চনৰ আগষ্ট মাহত নগালেণ্ডৰ মুখ্যমন্ত্ৰী হোকেছি ছেমাৰ প্ৰাণনাশৰ চেষ্টা চলোৱা হৈছিল*। অৱশ্যে, হোকেছি কোনোমতে আঘাত নোপোৱাকৈ সাৰি গৈছিল, কিন্তু সেয়ে আছিল যুদ্ধ বিৰতিৰ অৱসান।

* ভাৰত চৰকাৰক যেই কোনো উপায়েৰে বিব্ৰত কৰাৰ কাৰণে নগা বিদ্রোহীসকলে সদায় চেষ্টা কৰিছিল। সেই প্রচেষ্টাত তেওঁলোকে প্ৰায় স্বাভাৱিকভাৱেই অন্যদেশৰ পৰা সমৰ্থন লাভ কৰিছিল। ভাৰত আৰু ভাৰতীয় চৰকাৰক খোচা দিয়াত এই দেশবিলাকো আগ্ৰহশীল আছিল।

প্ৰক্ৰিয়াটো আৰম্ভ হৈছিল ১৯৫৬ চনতেই, নগাবিদ্ৰোহীসকলে তেওঁলোকৰ বিদ্ৰোহী অভিযান ১৯৫৫ চনৰ আগভাগত আৰম্ভ কৰাৰ ঠিক পিছতেই। এই উদ্দেশ্যে পাকিস্তান ভ্ৰমণ কৰা প্ৰথমজন ব্যক্তি আছিল নগা ফেডাৰেল চৰকাৰৰ চোৰাংচোৱা-বিভাগৰ তথাকথিত সঞ্চালক জুকুটো ছেমা। তেৱেঁই ফিজোৰ পাকিস্তান ভ্ৰমণৰ বন্দোবস্ত কৰিছিল। পাকিস্তানী এজেণ্ট আৰু খৃষ্টান মিছনাৰীসকলৰ সাহায্যত ১৯৫৭ চনত ফিজো পাকিস্তানলৈ পলাই গৈছিল। পাকিস্তানলৈ যোৱা আন এজন গুৰুত্বপূৰ্ণ বিদ্ৰোহী নেতা আছিল 'জেনেৰেল' মৱু আঙামী।

পাকিস্তানত থাকোঁতেই, তাৰ কৰ্তৃপক্ষই ফিজোক বৃটেনলৈ যাবলৈ পৰামৰ্শ দিছিল। পাকিস্তানী চৰকাৰে তেওঁৰ ভ্ৰমণৰ কাৰণে সকলোখিনি ব্যৱস্থা কৰি দিছিল আৰু নগাসকলক সকলো নৈতিক সমৰ্থন, অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ আৰু প্ৰশিক্ষণৰ ৰূপত সামৰিক সাহায্য দিয়াৰ কাৰণে প্ৰতিশ্ৰুতি দিছিল। ইয়াৰ বিনিময়ত নগাসকলে তেওঁলোকৰ স্বাধীনতা লাভ কৰিলে কিছুমান সুবিধা পাকিস্তানক দিব লাগিব।

সেই অনুসৰি, নগা বিদ্ৰোহীসকলে পাকিস্তানৰপৰা লাইট মেচিন গান, ষ্টেনগান, ৰাইফল, মজলীয়া মেচিনগান, ৰকেট ক্ষেপনাস্ত্ৰ ইত্যাদিৰে এক বিপুল পৰিমাণৰ অস্ত্ৰ আনিছিল। বোমা ব্যৱহাৰ, ২ ইঞ্চি মৰ্টাৰ চলোৱা, কূটাঘাতৰ কাৰণে বিস্ফোৰক, হাবিৰ যুদ্ধ আৰু ৰাতিৰ অভিযানৰ ওপৰত বিশেষ গুৰুত্বৰ সৈতে তেওঁলোকে সামৰিক প্ৰশিক্ষণ লৈছিল, ৰঙামাটি, কমা, বান্দৰবাটি, ৰাংখিয়া বনাঞ্চল, আলিকদম আৰু চট্টগ্ৰাম পাহাৰী জনপদৰ অন্যান্য ঠাইৰ শিবিৰবোৰত এনেবোৰ প্ৰশিক্ষণ দিয়া হৈছিল। পাকিস্তান চৰকাৰে নগাসকল তাত থাকোঁতে খাদ্য, পোছাক, থকা ঘৰ, পৰিবহন আৰু চিকিৎসাৰ সুযোগৰ ব্যৱস্থা কৰি দিছিল। ১৯৬২ চনৰ ৭ অক্টোবৰত পাকিস্তানী বৈদেশিক মন্ত্ৰী মহম্মদ আলিয়ে নগাসকলৰ স্বাৰ্থৰ অনুকূলে বক্তৃতা দিছিল আৰু নগালেণ্ডত ভাৰত চৰকাৰে চলোৱা 'অত্যাচাৰৰ' নিন্দা কৰিছিল। ১৯৬৫ চনত ভাৰত আৰু পাকিস্তানৰ মাজত যুদ্ধত পাকিস্তানৰ পক্ষে তেওঁলোকৰ অংশগ্ৰহণৰ বিশদ কাৰ্যসূচী ৰচনাৰ কাৰণে কিছুসংখ্যক বিদ্ৰোহী নগা পুব পাকিস্তানলৈ গৈছিল, তেওঁলোকে অৱশ্যে অংশগ্ৰহণ কৰিব নোৱাৰিলে, কাৰণ তাৰ আগতেই যুদ্ধবিৰতি ঘোষণা কৰা হৈছিল।

পিছত মিজোসকলকো একে প্ৰশিক্ষণ, অস্ত্ৰ-শস্ত্ৰ, খাদ্য যোগান আৰু অন্যান্য সুবিধা দিয়া হৈছিল। ভাৰতীয় নিৰাপত্তা বাহিনীয়ে নগা আৰু মিজো বিদ্ৰোহীসকলৰপৰা জব্দ কৰা দলিলবিলাকৰপৰা এই সকলোবোৰ কথাৰ প্ৰমাণ পোৱা গৈছিল। এই দলিলবিলাকৰ ভিতৰত আছিল নগা ফেডাৰেল চৰকাৰৰ প্ৰেছিডেণ্টৰ পাকিস্তানী

ৰাষ্ট্ৰপতিলৈ লিখা এখন চিঠি আৰু পাকিস্তানী ৰাষ্ট্ৰপতি আয়ুব খানলৈ মিজো নেচনেল ফ্ৰন্টৰ লাংডেঙ্গাই লিখা আন এখন চিঠি।

পাকিস্তান ৰেডিঅ'ই বিদ্ৰোহী নগাসকলৰ পক্ষ গ্ৰহণ কৰে। এবাৰ ইয়াত কোৱা হৈছিল, "নগাসকল আনকি বৃটিছৰ ৰাজত্বৰ দিনতো ভাৰতৰ অংশ নাছিল। কিন্তু মুক্ত নগালেণ্ডৰ গৰিত, স্পৰ্শকাতৰ মানুহবিলাকক পৰাভূত কৰি বশ আৰু দমন কৰিবলৈ ভাৰতীয়সকলে তালৈ তেওঁলোকৰ সেনা পঠিয়াইছে। ভাৰতীয় জোৱান-সকলে তেতিয়াৰপৰা নিজক অধিক নৃশংস বুলি প্ৰমাণ কৰিছে।" আন এবাৰ (২৩ আগষ্ট, ১৯৬৭) পাকিস্তান ৰেডিঅ'ত কোৱা হৈছিল, "মুক্তিৰ কাৰণে আমাৰ সংগ্ৰামৰ প্ৰভাৱ ভাৰতৰ অন্যান্য ঠাইতো পৰিছে। এতিয়া ভাৰতীয় নগাসকলে আমাৰ পদাংক অনুসৰণ কৰিছে। নগাসকলৰ কাৰ্যকলাপে ভাৰতী প্ৰতিৰক্ষা আৰু স্বৰাষ্ট্ৰ মন্ত্ৰীসকলক এই কথা ঘোষণা কৰিবলৈ বাধ্য কৰিছে যে নগা জাতীয়তাবাদীসকলৰ হাতত ভাৰতী সেনা বাহিনীয়ে অপমানজনক পৰাজয় বৰণ কৰিব লগা হৈছে। কাশ্মীৰীসকলে কৰাৰ দৰে নগা জাতীয়তাবাদীসকলেও ভাৰতৰ ঔপনিবেশিক শক্তিৰ বিৰুদ্ধে যুঁজ কৰিছে। তেওঁলোকে স্বাধীনতা বিচাৰে। ভাৰতী চৰকাৰৰ চয়তানী ক্ষমতাৰ আগত তেওঁলোক সেও হ'বলৈ নিবিচাৰে। কিন্তু ভাৰতী দগাবাজবিলাকে নগাসকলক আৰু তেওঁলোকৰ মুক্তি সংগ্ৰামক বিলোপ কৰাৰ কাৰণে তেওঁলোকৰ সমস্ত শক্তিপ্ৰয়োগ কৰিছে। হিংস্ৰ পদ্ধতিৰে বিপ্লৱ ৰোধ কৰা নাযায়। ই ভাৰততো সেই একে হ'বলৈ বাধ্য।"

যোগাযোগৰ কাৰণে পাকিস্তান চৰকাৰে এটা সংযোগ-ৰক্ষী সংস্থা গঠন কৰিছিল। ঢাকাত বদেশী দূতাবাসবিলাকৰ লগত যোগাযোগ কৰিবলৈ তেওঁলোকে বিদ্ৰোহী-সকলক (নগা আৰু মিজো) সকলো সুবিধা কৰি দিছিল। তেওঁলোকৰ লক্ষ্য আগবঢ়াই নিয়াৰ কাৰণে পাকিস্তানৰ মাধ্যমেদি অন্যান্য দেশ ভ্ৰমণ কৰিবলৈ আত্ম-গোপনকাৰীসকলক বন্দৰবিলাকত সুবিধা কৰি দিছিল। ভাৰত চৰকাৰৰ বিৰুদ্ধে পাকিস্তানী চৰকাৰৰ এনেবোৰ কাৰ্যকলাপ চলাই থকা হৈছিল তাছখণ্ড চুক্তিৰ এটা ধাৰা সম্পূৰ্ণৰূপে অৱজ্ঞা কৰি। এই ধাৰাটোত কোৱা হৈছিল যে "ভাৰত আৰু পাকিস্তানৰ মাজত সম্পৰ্কৰ ভিত্তি হ'ব পৰস্পৰৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰা নীতিৰ ওপৰত।"

এই সময়তে এজন আত্মগোপনকাৰী 'ব্ৰীগেডিয়াৰ' (নগা) থিয়ুছেলি চীনৰপৰা উভতি আহিছিল। বিদ্ৰোহীসকলৰ সামৰিক প্ৰশিক্ষণৰ চূড়ান্ত ব্যৱস্থা কৰাৰ কাৰণে ১৯৬৮ চনৰ শেষ ভাগত তেওঁক পূব পাকিস্তানলৈ পঠোৱা হৈছিল। তাত নগা, মিজো, কুকী, মৈতেই আৰু অন্যান্যসকলৰ কাৰণে এটা গেৰিলা প্ৰশিক্ষণ কেন্দ্ৰ চীনে

মুকলি কৰিছিল। বিদ্ৰোহীসকলক বিমান অভিযানৰ প্ৰশিক্ষণ দিয়াৰ কাৰণে বস্তাৱাটিৰ ওচৰত এটা সৰু বিমান অৱতৰণ স্থানো নিৰ্মাণ কৰা হৈছিল।

১৯৭০ চনৰ ২৬ মাৰ্চ তাৰিখে ভাৰত চৰকাৰে পাকিস্তানলৈ কঠোৰ ভাষাত এটা প্ৰতিবাদৰ টোকা পঠাইছিল। ১৯৬৯ চনৰ ফেব্ৰুৱাৰী মাহত চট্টগ্ৰাম পাহাৰ জনপদত বৈৰী নগা-মিজোসকলৰ এখন সভাৰ কথাও এই টোকাটোত উল্লেখ কৰা হৈছিল। এই সভাখনত পাকিস্তান আৰু চীনা গণৰাষ্ট্ৰৰ চৰকাৰ দুটাৰ প্ৰতিনিধিসকলো উপস্থিত আছিল আৰু পূব পাকিস্তানক আন্তঃজনজাতীয় সংযোজন কেন্দ্ৰ হিচাপে গঢ়ি তোলাৰ ওপৰত আলোচনা কেন্দ্ৰীভূত হৈছিল

এই কথাটো মন কৰিব লগীয়া যে ভাৰত-পাকিস্তান যুদ্ধৰ ১৪ দিন পিছত ১৯৭১ চনৰ ২২ ডিচেম্বৰ তাৰিখে ঢাকাত ৯০,০০০ পাকিস্তানী সেনাৰ লগতে নগা 'জেনেৰেল' খিলুছেদি, 'ব্ৰীগেডিয়াৰ' নিডিলিও আৰু আন দুজন 'ব্ৰীগেডিয়াৰ' সহ বিদ্ৰোহী নগা আৰু মিজোৱে ভাৰতীয় সশস্ত্ৰ বাহিনীৰ ওচৰত আত্মসমৰ্পণ কৰিছিল, কিছুমান পাকিস্তানী সেনা (ৰাজাকৰ) লগত লৈ অন্যান্য বহু নগা আৰু মিজো বিদ্ৰোহীয়ে চট্টগ্ৰাম পাহাৰ অঞ্চল, বাৰ্মা, ত্ৰিপুৰা, মিজোৰাম, মণিপুৰ আৰু নগালেণ্ডৰ গভীৰ অৰণ্য আৰু দুৰ্গম ঠাইবোৰত আশ্ৰয় লৈছিলগৈ।

পাকিস্তানৰ বাহিৰেও, নগা সমস্যাৰ আন এটা ফালৰ ব্যৱস্থা কৰিছিল যুক্তৰাজ্যই (বৃটেন)। ১৯৬০ চনৰ ১২ জুনত ফিজো জুৰিকেদি গৈ লণ্ডনত উপস্থিত হৈছিলগৈ। তেওঁৰ এই কাৰ্যত সহায় কৰিছিল, ফিজোৰ নিজৰ স্বীকৃতি মতেই, পাকিস্তান আৰু ৰেভাৰেণ্ড মাইকেল স্কটে মানিলাৰ ক'লা বজাৰত কিনা এখন জাল ছালভাডৰীয় পাৰপত্ৰৰদ্বাৰা। ১৯৬১ চনৰ ৬ নৱেম্বৰত তেওঁক বৃটিছ নাগৰিকত্ব প্ৰদান কৰা হৈছিল। লণ্ডনৰপৰা ফিজোৱে তেওঁৰ ভাৰত-বিৰোধী প্ৰচাৰ পূৰ্ণ পৰ্যায়ত চলাই আছিল। তেওঁৰ এই প্ৰচাৰ অভিযানবোৰৰ যোগেদি, স্বাৰ্থান্বেষী অংশই ভাৰত আৰু ভাৰতীয় চৰকাৰৰ অপযশ ৰটাৰ আঁত বিচাৰি পাইছিল। "ভাৰতৰ চীনা যুদ্ধৰ" নামৰ কিতাপখনৰ পক্ষপাতী লিখক নেভিল মেক্সৱেলে লণ্ডনত "ভাৰত আৰু নগাসকল নামৰ এখন পুস্তিকা লিখিছিল। ১৯৭২ চনৰ ছেপ্তেম্বৰ মাহত যুদ্ধ বিৰতি শেষ হোৱাৰ পিছত নগাসকলৰ বিৰুদ্ধে অত্যাচাৰৰ অভিযোগ তুলি এই পুস্তিকাখনত ভাৰতক আক্ৰমণ কৰা হৈছিল। পেট্ৰিক মণ্টগোমাৰী নামৰ আন এজন বৃটিছ প্ৰচাৰকাৰীয়ে টাইমছ কাকতত এটা প্ৰবন্ধত নগালেণ্ডত কৰা ভাৰতৰ তথাকথিত অত্যাচাৰবোৰক মোজাম্বিকৰ লগত তুলনা কৰিছিল আৰু নগাসকলৰ হকে মুখ খুলিবলৈ বৃটিছ জনসাধাৰণৰ প্ৰতি আহ্বান জনাইছিল।

এই প্ৰচাৰ অভিযানবিলাকৰ হেতুকে, ১৯৭৩ চনৰ ১ ডিচেম্বৰত, নগালেণ্ড ৰাজ্য

প্ৰতিষ্ঠাৰ দশম বাৰ্ষিকী উপলক্ষে কহিমাত অনুষ্ঠিত এখন ৰাজহুৱা সভাত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে কৈছিল যে যিসকল মানুহে নগালেণ্ড অথবা উত্তৰ-পূব ভাৰতৰ প্ৰগতি আৰু কল্যাণৰ কাৰণে কোনো দিনেই কোনো চিন্তা প্ৰদৰ্শন কৰা নাই যিসকল দূৰ দূৰণিত বাস কৰে আৰু যিসকলে নিজৰ উদ্দেশ্য সাধনৰ কাৰণে সমগ্ৰ দেশখন শোষণ কৰিবলৈ কুণ্ঠিত হোৱা নাছিল, এই মানুহবিলাকে কিয় নগালেণ্ড সম্বন্ধে আগ্ৰহ প্ৰকাশ কৰে, সেই কথাটোত তেওঁৰ আশ্চৰ্য লাগে। মতলবী মানুহবিলাকৰ প্ৰচাৰত বিপথে পৰিচালিত নহ'বলৈ আৰু এইবিলাকে হঠাতে কিয় নগালেণ্ডৰ প্ৰতি আগ্ৰহ প্ৰদৰ্শন কৰিছে আৰু এই মানুহবিলাকৰ মতলবেই বা কি? সেই কথাটো গুৰুত্ব সহকাৰে বিবেচনা কৰিবলৈ তেওঁ নগাসকলৰ প্ৰতি আহ্বান জনাইছিল।

সেই সময়ৰ ফৰাচী ৰাষ্ট্ৰপতি চাৰ্লছ দ্য গলৰ লগত সাক্ষাত কৰিবলৈ ফিজোৱে চেষ্টা কৰিছিল, কিন্তু দ্য গলে সাক্ষাত কৰিবলৈ অমান্তি হৈছিল। বৃটিছ গ্ৰন্থকাৰ, ছুইনছনে লিখিছিল, "আশা কৰা যায় যে এই অদ্ভুত, সাহসী জাতি, নগাসকলক তেওঁলোকৰ পৰ্বতীয়া ঘৰত কোনো হস্তক্ষেপ নোহোৱাকৈ থাকিবলৈ এৰি দিয়া হ'ব। নগাপাহাৰে শ শ বছৰ ধৰি যথেষ্ট ৰক্তপাত ঘটা দেখিবলৈ পাইছে।"

যিমানদূৰ পাৰে বৃটিছৰ মন বিষাক্ত কৰিবলৈ চেষ্টা কৰাৰ পিছত, ১৯৬৭ চনৰ এপ্ৰিল মাহত ফিজো মাৰ্কিন যুক্তৰাষ্ট্ৰত উপস্থিত হৈছিল গৈ। তেওঁৰ যুক্তিয়ালিৰ প্ৰতি আমেৰিকাৰপৰা সহাৰি পাব বুলি তেওঁ আশা কৰিছিল। আগতে নগালেণ্ডত থকা কিছুমান আমেৰিকান খৃষ্টান মিছনাৰীৰ কামকাজৰপৰা এনে আশা পোষণ কৰিবলৈ তওঁ উৎসাহ পাইছিল। উদাহৰণ স্বৰূপে, আমেৰিকান বেপ্টিষ্ট মিছনাৰী হিচাপে আৰু ১৯২১ চনৰপৰা ১৯৪৯ চনলৈকে কহিমা হাইস্কুলৰ হেডমাষ্টৰ হিচাপে কাম কৰা জি. ডব্লিউ ছাপ্লিয়ে সকলো সময়তে নগা ছাত্ৰসকলক স্বাধীনতাৰ কাৰণে যি কোনো ভাৰতীয় জাতীয় নেতাই কৰা যি কোনো আন্দোলনত যোগদান নকৰিবলৈ বুজনি দিছিল। ১৯৪৭ চনত ১৫ আগষ্টত ভাৰতীয় স্বাধীনতা দিৱসত যোগ দিয়াত তেওঁ নগা ছাত্ৰসকলক বাধা দিছিল। অৱশেষত তেওঁ ভাৰত চৰকাৰৰ দ্বাৰা নগালেণ্ডৰপৰা বহিষ্কৃত হৈছিল।

তেওঁৰ আমেৰিকা ভ্ৰমণৰ বিষয়ে ফিজোৱে পিছত লিখিছিল "আমি এতিয়া নিশ্চিন্ত হ'ব পাৰো যে ন্যায়ৰ বিশ্বলৈ আবেদন কৰাৰপৰা আমাক একোৱেই বাধা দিব নোৱাৰে। আমেৰিকালৈ মোৰ যুক্তিয়ালি খুবেই সফলকাম হৈছে আৰু বাহিৰৰ মানুহে আমাৰ কথাটো অতি গুৰুত্বসহকাৰে অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিছে। আমি আমাৰ লক্ষ্যৰ নিচেই কাষ চাপি আহিছো আৰু এতিয়া আমি বহুদিন ধৰি অপেক্ষা কৰি থাকিব নালাগিব।"

পিছত খবৰ পোৱা গৈছিল যে ১৯৭১ চনত নগা ফেডাৰেল চৰকাৰৰ 'জেনেৰেল' থিমুছেলিক, যিজনে সেই বছৰৰ ডিচেম্বৰ মাহত ভাৰতীয় সেনা বাহিনীৰ ওচৰত আত্মসমৰ্পন কৰিছিল,—মাও ছে-তুং আৰু চৌ-এন-লাইয়ে আমেৰিকালৈ পঠিয়াইছিল এই প্ৰশ্নৰ উত্তৰ বিচাৰি যে চীনৰ সহায়ত নগা, মিজো আৰু উত্তৰ পূবৰ অন্যান্য মানুহে যদি ভাৰতৰ বিৰুদ্ধে অভ্যুত্থান কৰে, তেনে ক্ষেত্ৰত ভাৰতক উদ্ধাৰ কৰিবলৈ মাৰ্কিন যুক্তৰাষ্ট্ৰ আগবাঢ়ি আহিব নে নাহে। ইয়াৰ উত্তৰ পোৱা নগ'ল, কাৰণ 'জেনেৰেল'জন নিজেই জেলত সোমাব লগীয়া হ'ল।

এই কথাৰো খবৰ পোৱা গৈছিল যে ভাৰতত থকা মাৰ্কিন ৰাষ্ট্ৰদূত, কেনেথ কিটিঙে পৰামৰ্শ দিছিল যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰপৰা যাতে সামৰিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক সাহায্য পাব পাৰে, তাৰ কাৰণে আহোম, খাচীয়া, গাৰো, নগা, মিজো, কুকী, চিন, মৈতেই, ছান আৰু কাচিন জনসাধাৰণে এখন সংযুক্ত মঙ্গোলীয় ৰাষ্ট্ৰ গঠন কৰা উচিত।

১৯৭২ চনৰ জানুৱাৰী মাহৰ ৯ তাৰিখে ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কাকত, প্ৰাভ্‌দাৰ ঢাকাত থকা সংবাদাতা, আইভান ছচিত্ৰস্তে খবৰ পঠাইছিল যে "কেন্দ্ৰীয় চোৰাংচোৱা সংস্থাৰ (চি আই এ) নিৰ্দেশনাত নগালেণ্ডৰ ভিতৰৰা অঞ্চলবিলাকতো বিদ্ৰোহীসকলক অস্ত্ৰ-শস্ত্ৰ আৰু খাদ্য সম্ভাৰ আমেৰিকাৰ বিমানেৰে গোপনে সৰবৰাহ কৰা হৈছিল।"

তাৰ পিছত, ১৯৭২ চনৰ নৱেম্বৰ মাহত, আমেৰিকান বাপ্টিষ্ট ইভান্‌গেলিষ্ট আৰু ৰিচাৰ্ড নিক্সনৰ ব্যক্তিগত বন্ধু ডঃ বিলি গ্ৰাহামে নগালেণ্ড ভ্ৰমণ কৰিছিল। নগালেণ্ডত বহুত বিদ্ৰোহীয়ে বিশ্বাস কৰিছিল যে অন্ততঃ খৃষ্টান নগাসকলৰ কাৰণে কিবা এটা কৰিবলৈ তেওঁ ৰাষ্ট্ৰপতি নিক্সনক সৈমান কৰাব।

নগা প্ৰশ্নটো জাতিসংঘতো উত্থাপন কৰিবলৈ ফিজো আৰু ৰেভাৰেণ্ড মাইকেল স্কটে চেষ্টা কৰিছিল, কিন্তু তাত জেদ এ ভুট্টোৰ উৎসাহজনক কিছু কটু কথাত বাহিৰে, বৰ বেছি সফলতা লাভ নহ'ল।

আগতেই আলোচনা কৰা হৈছে, নগা বিদ্ৰোহ প্ৰথমে আৰম্ভ হৈছিল ১৯৫৫ চনত বাৰ্মা সীমান্তত নেফাৰ টুৱেনছাং অঞ্চলৰপৰা, ইয়াক তেওঁলোকৰ ঘাটি হিচাপে লৈ। বাৰ্মাত নগাসকলে গঠন কৰা তেওঁলোকৰ ইষ্টাৰ্ণ নগা বিপ্লৱী পৰিষদৰ যোগেদি প্ৰয়াত থাকিন তান হুনৰ হোৱাইট ফ্লেগ কমিউনিষ্টসকল, ছান, কাৰেণ আৰু কাচিনৰ কাচিন স্বাধীন সেনা বাহিনীৰ (কে আই এ) দৰে সংগঠিত বিদ্ৰোহী আন্দোলনবোৰৰ যোগাযোগ কৰিবলৈ বিদ্ৰোহী নগা চৰকাৰে চেষ্টা চলাইছিল। তেওঁলোকে কম বেছি পৰিমাণে একেসময়তে তেওঁলোকৰ স্বাধীনতাৰ কাৰণে বাৰ্মা ইউনিয়নৰ বিৰুদ্ধে যুঁজ

কৰিছিল। আচলতে বিদ্ৰোহীসকলৰ কাৰণে যুদ্ধৰ অস্ত্ৰৰ অভাৱ ঘটিছিল আৰু তেওঁলোকে য'ৰে ত'ৰেপৰা অস্ত্ৰ সংগ্ৰহ কৰিবলৈ চেষ্টা কৰিছিল। অস্ত্ৰ যোগানৰ কাৰণে পাকিস্তানৰ লগত ফিজোৱে অলপ বন্দবস্ত কৰিছিল। কিন্তু পূব পাকিস্তানলৈ যোৱাৰ সহজ পথটো আছিল বাৰ্মাৰ ভূখণ্ডৰ মাজেদি য'ত নগাসকল আৰু জনজাতীয় সংযোগৰ যোগেদি নগাসকলৰ মিত্ৰ অন্যান্য পাহাৰী লোকসকল বাস কৰিছিল। কেৱল পাকিস্তানলৈ যাতায়তৰ কাৰণেই বাৰ্মা ভূখণ্ড ব্যৱহাৰ কৰা হৈছিল এনে নহয়, আনকি ছোমৰা খণ্ডত এটা বিদ্ৰোহী ঘাটি প্ৰতিষ্ঠাৰ কামো অব্যাহত আছিল।

প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে ১৯৬৫ চনত বাৰ্মা ভ্ৰমণ কৰিছিল আৰু বাৰ্মাৰ বিপ্লৱী পৰিষদৰ চেয়াৰমেন, জেনেৰেল নে উইনৰ লগত বিদ্ৰোহকে ধৰি পাৰস্পৰিক সমস্যাবিলাক আলোচনা কৰিছিল। সশস্ত্ৰ হিংসাৰ বিষয়ে আৰু বাৰ্মাৰ অঞ্চলবিলাকৰ মাজেদি বৃহদাকাৰ গোপন চালানৰ অৰ্থনৈতিক পৰিণতিৰ বিষয়েও উভয় নেতাই উদ্বেগ প্ৰকাশ কৰিছিল। আলোচনা কালত আৰু বাৰ্মাৰ মাজত সীমা নিৰ্ধাৰণৰ প্ৰশ্নটো উঠিছিল আৰু এটা সীমা নিৰ্ধাৰণ আয়োগ গঠন কৰা হৈছিল। পিছত এটা সীমা নিৰ্ধাৰণ কৰা হৈছিল, কিন্তু সীমাৰ দুয়ো ফালে বাস কৰা মানুহবিলাকে এই সীমা-নিৰ্দ্ধাৰিত লাইন মানি চলা সম্পৰ্কে বিশেষ চিন্তিত নাছিল।

এই কথাটো লক্ষ্য কৰিব লাগিব যে ভাৰতে ১৯৪৭ চনত আৰু বাৰ্মাই ১৯৪৮ চনত স্বাধীনতা লাভ কৰাৰ পিছৰপৰা' উভয় দেশেই জনজাতীয় অঞ্চলবিলাকত সশস্ত্ৰ বিদ্ৰোহৰ অশান্তিৰ সন্মুখীন হব লগীয়া হৈছিল। বাৰ্মাৰ ওপৰত বেছি গুৰুতৰভাৱে আঘাত পৰিছিল। সেই সময়ত বাৰ্মা ইউনিয়নৰ মুঠ জনসংখ্যা আছিল ২ নিযুত, ভাৰতত নগা, মিজো, মৈতেই আৰু অন্যান্য পাহাৰী মানুহ আৰু বাৰ্মাত কাচিন, চিন, কাৰেণ, ছান, মন আৰু নগাসকলক একে লগে ধৰিলে ১৭ নিযুত লোক হয়।

১৯৫৩ চনত পণ্ডিত জৱহৰলাল নেহৰু আৰু উনুৱে একেলগে দুয়োখন দেশৰ জনজাতীয় লোকসকল সম্পৰ্কীয় সকলো সমস্যা শান্তিপূৰ্ণভাৱে মীমাংসা কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু উত্তৰ বাৰ্মাত শক্তিবিলাকৰ মাজত অশান্তিয়ে দেখা দিয়াত প্ৰক্ৰিয়াটো বাধাপ্ৰাপ্ত হৈছিল আৰু নেহৰু আৰু উনুৰ প্ৰচেষ্টা ব্যৰ্থ হৈছিল। ১৯৬২ চনত চীনে উত্তৰ-পূব ভাৰত আৰু উত্তৰ-পশ্চিম বাৰ্মালৈ এটা গুৰুত্বপূৰ্ণ প্ৰবেশ পথ হিচাপে ব্যৱহাৰ কৰাৰ উদ্দেশ্যে ডিফু গিৰিপথৰ পশ্চিমৰ ফালটোৰ ওপৰত নিয়ন্ত্ৰণ লাভ কৰাৰ অভিপ্ৰায়েৰে এই গিৰিপথৰ দক্ষিণলৈ কেৰা মাইলো বিচাৰি এটা দাবি উত্থাপন কৰিছিল। ১৯৬৭ চনত ভাৰত আৰু বাৰ্মাই সীমা নিৰ্ধাৰণ কৰিছিল, কিন্তু সীমাৰ দুয়োফালে বাস কৰা জনজাতীয় লোকসকলক আগৰ দৰেই অস্ত্ৰ-শস্ত্ৰ নোলোৱাকৈ ইফাল-সিফাল কৰি থাকিবলৈ অনুমতি দিয়া হৈছিল।

১৯৬৭ চনৰ অক্টোবৰ মাহত অৱশ্যে চীনলৈ যোৱা প্ৰায় ৮০০ নগাই অনা বিপুল পৰিমাণৰ চীনা অস্ত্ৰ-শস্ত্ৰ আৰু খাৱৰাকৰ বাৰ্মা সৈন্যই জব্দ কৰিছিল। ১৯৬৮ চনৰ মাৰ্চ মাহত জেনেৰেল নে উইনে ভাৰত ভ্ৰমণ কৰিছিল আৰু প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ লগত কথা-বতৰা হৈছিল, সীমান্তৰ দুয়োফালে বিভিন্ন বিদ্ৰোহী দলবোৰৰ বিৰুদ্ধে এটা যৌথ নিৰাপত্তা ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ বাবে উভয় নেতাই চেষ্টা কৰিছিল। ভাৰত-বাৰ্মা সীমান্তত নগা-মিজো অঞ্চলবিলাকত খবৰ বিনিময় আৰু দুয়ো দেশৰ পহৰাৰ সংযোজনৰ কাৰণেও তেওঁলোক সন্মত হৈছিল। বিদ্ৰোহীসকলৰ বিৰুদ্ধে এই ভাৰত-বাৰ্মা সহযোগিতাৰ বিৰুদ্ধে চীনে প্ৰতিবাদ জনাইছিল। ১৯৬৮ চনৰ অক্টোবৰৰ পিছৰপৰা বাৰ্মা নিৰাপত্তা বাহিনীয়ে উত্তৰ বাৰ্মাত কেবাটাও সংঘৰ্ষত ২০০ চীন প্ৰশিক্ষণ প্ৰাপ্ত নগাক হত্যা কৰিছিল। ১৯৬৯ চনৰ জানুৱাৰী মাহত বাৰ্মা নিৰাপত্তা বাহিনীয়ে উজনি বাৰ্মাত তিনিখন তমোময় যুদ্ধত ৪৯ জনমান বিদ্ৰোহী নগাক হত্যা কৰিছিল। সেই সময়ত 'জেনেৰেল' মধু আঙ্গামীৰ পৰিচালনাত কাচিন স্বতন্ত্ৰ বাহিনীৰ সাহায্যত বিদ্ৰোহীসকল নগালেণ্ডত প্ৰৱেশ কৰিবলৈ চেষ্টা কৰিছিল আৰু কাচিন অঞ্চলত নগাসকলে লুটপাত আৰু বলপূৰ্বক খাদ্য সামগ্ৰী সংগ্ৰহ কৰিবলৈ চেষ্টা কৰিছিল।

কিন্তু বিদ্ৰোহ দমন কৰিবলৈ বাৰ্মাৰ চৰকাৰে চলোৱা প্ৰচেষ্টাবোৰ প্ৰধানতঃ ব্যৰ্থ হৈছিল। বাৰ্মাৰ ভিতৰত থকা বিদ্ৰোহী নগাসকলে ভাৰতীয় নগাসকলক ব্যাপকৰূপে সহায় কৰা কাম অব্যাহত ৰাখিছিল। বাৰ্মাৰ বিদ্ৰোহীসকলৰপৰা বিদ্ৰোহী নগা, মিজো, মৈতেই আৰু কুকীসকলে এনেবোৰ সাহায্য পাই আছিল আৰু এনে সাহায্যৰ সৈতে তেওঁলোকে চীনৰপৰা সাহায্য বিচৰাৰ উদ্দেশ্যে চীনলৈ গৈছিল। সেই সময়ত, জোনা থান নামৰ এজন ডেকা, সুশিক্ষিত টাংখুল নগাই চীনৰ সামগ্ৰিক পৰিচালনাধীনত ভাৰত আৰু বাৰ্মাৰ নগা, মিজো, মৈতেই, কাচিন, ছান, কাৰেণ চিন আৰু অন্যান্য মানুহৰ এটা যুটীয়া মুক্তি মোৰ্চা গঠন কৰিবলৈ উদ্যোগ গ্ৰহণ কৰিছিল। বাৰ্মাৰ ভূখণ্ডৰ মাজেদি বাংলাদেশলৈ (আগৰ পূব পাকিস্তান) ভাৰতৰ বিদ্ৰোহীসকলে তেওঁলোকৰ যাত্ৰা অব্যাহত ৰাখিছিল, কাৰণ নে উইন চৰকাৰৰ শাসন ক্ষমতা বাৰ্মা ইউনিয়নৰ সমগ্ৰ অঞ্চলত চলাব পৰা হোৱা নাছিল। কাচিনত বাৰ্মীবিদ্ৰোহীসকলে চীনৰ সহায়ত এটা বিমান বন্দৰ নিৰ্মাণ কৰিবলৈ সক্ষম হৈছিল, চীনৰপৰা অহা-যোৱা কৰিবলৈ সমস্ত ভাৰতীয় আৰু বাৰ্মী বিদ্ৰোহীৰ কাৰণে এইটো আছিল এটা পৰিবহন বিন্দু। বিমান বন্দৰটো খুব বেছি কামত অাহিছিল, সেয়ে নোহোৱা হলে বিদ্ৰোহীসকল নগালেণ্ডৰপৰা খোজকাঢ়ি গৈ চীন পাওঁতে কমেও ৭০ দিন লাগিছিল আৰু যাওঁতে বাটত বাৰ্মাৰ বৃহত্তম নদী—ইৰাৱতী আৰু ইয়াৰ উপনৈ চিন্দুইন—পাৰ

হৈ যাব লাগিছিল আৰু এই নদীতুখন যোগাযোগৰ কাৰণে প্ৰকাণ্ড বাধা আছিল। এই মানুহবিলাকৰ ট্ৰেন্সমিটাৰো ( বাৰ্তাপ্ৰেৰক যন্ত্ৰ ) আছিল, যাতে উজনি বাৰ্মাৰপৰা তেওঁলোকে চীনৰ লগত ৰেডিঅ' সংযোগ ৰাখিব পাৰে।

পাকিস্তানৰ দৰেই চীনেও বিদ্ৰোহীসকলক তেওঁলোকৰ সকলোবিলাক কাম-কাজত প্ৰত্যক্ষভাৱে সহায় কৰিছিল। পাকিস্তানী দৃষ্টিভঙ্গী প্ৰভাৱিত হৈছিল ভাৰতৰ প্ৰতি ইয়াৰ পৰম্পৰাগত বৈৰীতাৰদ্বাৰা। চীনৰ ক্ষেত্ৰত, ভাৰতৰ প্ৰতি বৈৰীতাৰ জন্ম হৈছিল ইয়াৰ ভূখণ্ডৰ দাবিৰপৰা।

১৯৫৪ চনত পিকিং চৰকাৰে এখন পুৰণি কুওমিণ্টাং মানচিত্ৰ প্ৰকাশ কৰিছিল। ইয়াত দেখুওৱা হৈছিল ১৮৪০ আৰু ১৯১৯ চনৰ মাজত সাম্ৰাজ্যবাদী শক্তিবিলাকে চীনৰ পৰা কাঢ়ি নিয়া বুলি অভিযোগ কৰা ভূখণ্ডবোৰ। ইয়াত সুমোৱা হৈছিল পূব ছাইবেৰিয়াৰ সমস্ত কছ দূৰপ্ৰাচ্য, মধ্য এছীয় ছোভিয়েত প্ৰজাতন্ত্ৰবিলাক, ছিন্‌কিয়াং বৃত্ত, আফগানিস্তান, উত্তৰ কাশ্মীৰৰ ওচৰৰ পামীৰ খণ্ড, বহিৰ্মঙ্গোলীয়া, অসমৰ হিমালয় পৰ্বতমালাৰ সমস্ত উত্তৰ-পূব সীমান্ত এজেন্সি, পূব কাশ্মীৰত লাডাক, কুমায়ুন হিমালয়ত তথাকথিত মধ্যখণ্ড, নেপাল, ভুটান আৰু ছিক্কিম, বৰ্তমানৰ নগালেণ্ডসহ সমগ্ৰ অসম, মণিপুৰ, ত্ৰিপুৰা, মেঘালয়, পূব পাকিস্তানৰ একাংশ, কোৰিয়া, ভিয়েটনাম, লাওছ, কাম্পুচিয়া ( কাম্বোডিয়া ), বাৰ্মা, থাইলেণ্ড, মালয়া, ছিঙ্গাপুৰ, আন্দামান দ্বীপপুঞ্জ, ফিলিপাইনৰ ছুলু দ্বীপপুঞ্জ, অকিনাৱা টাইৱান আৰু কাষত থকা সমুদ্ৰ দ্বীপসমূহ। এই ভূখণ্ড চীনৰ অংশ বুলি চিনাক্ত কৰা হৈছিল আৰু এইবিলাক পুনৰুদ্ধাৰ কৰা হ'ব।

**চাইনা ৰিকনষ্ট্ৰাকক্টৰ** ১৯৭১ চনৰ ছেপ্তেম্বৰ সংখ্যাত চীনৰ স্থল আৰু সমুদ্ৰৰ সীমা এখন মানচিত্ৰৰ সহায়ত হ্ৰাস কৰি দেখুৱা হৈছিল। ১৯৫৪ চনৰ মানচিত্ৰত অন্তৰ্ভুক্ত কৰা কিছুমান অঞ্চল এই মানচিত্ৰৰপৰা বাদ দিয়া হৈছিল, কিন্তু আকছাইচিন, নেফা, টাইৱান আৰু ছেনগাম বীফলৈকে ( ছাৰাৱাৰ্কৰ উত্তৰ, মালয়েছিয়া ) দক্ষিণ চীন সাগৰৰ দ্বীপসমূহ চীনৰ অংশ হিচাপে দেখুৱা হৈছিল। ভুটানক আৰু ছিকিমক স্বাধীন ৰাষ্ট্ৰ বুলি আৰু কাশ্মীৰক ভাৰত আৰু পাকিস্তানৰ মাজত বিবাদী ভূমি হিচাপে দেখুৱা হৈছিল। ছোভিয়েত ভূখণ্ডৰ ওপৰত কোনো দাবি কৰা হোৱা নাছিল।

১৯৬০ চনৰ পিছৰপৰা পিকিঙে অৱশ্যে এক সক্ৰিয় সীমান্ত নীতি অনুসৰণ কৰিছিল। ভাৰতৰ লগত বিবাদ তিক্ত হ'বলৈ এৰি দিছিল, যদিও ১৯৬০ চনত বাৰ্মাৰ লগত আৰু ১৯৬১ চনত নেপাল, ভুটান, ছিকিম আৰু নেফাক লৈ তথাকথিত হিমালয়ান ফেডাৰেচনৰ দাবিও চলাই আছিল।

১৯৬২ চনৰ ২০ অক্টোবৰ তাৰিখে, চীনে ভাৰতৰ ওপৰত এক পূৰ্ণ পৰ্যায়ৰ

আক্ৰমণ আৰম্ভ কৰিছিল আৰু লাডাকত আকচাই চীন লৈ আৰু চাৰি ঠাইত মেকমোহন লাইন অতিক্ৰম কৰি নেফালৈ ইয়াৰ সেনাবাহিনী পঠিয়াইছিল।

ভাৰতৰ বিৰুদ্ধে এই যুদ্ধৰ সময়ত নগা ফেডাৰেল চৰকাৰে চীনৰ চৰকাৰলৈ এখন চিঠি লিখিছিল। এই চিঠিত কোৱা হৈছিল যে প্ৰায় ৯৬ পৃঃৰ ওচৰত সীমান্ত সম্বন্ধে ভাৰত আৰু চীনৰ মাজত কোনো চুক্তি স্বাক্ষৰিত হলে নগা ফেডাৰেল চৰকাৰে সেই চুক্তিক স্বীকৃতি নিদিয়ে আৰু নগাসকল ভাৰতৰ অংশ হোৱাতকৈ বৰং চীনৰে অংশ হব। প্ৰায় একে সময়তে ফিজোৱে লণ্ডনত এটা বিবৃতিত কৈছিল যে ভাৰতৰ বিৰুদ্ধে তেওঁৰ যুঁজত তেওঁ চীনৰ সাহায্য বিচাৰিব।

চীনে সম্পূৰ্ণৰূপে পাকিস্তানৰ লগত হাত মিলাইছিল আৰু উভয়ে একেলগ হৈ ভাৰতৰ বিৰুদ্ধে যুঁজ কৰি থকা বিদ্ৰোহীসকলক সকলো প্ৰকাৰৰ উৎসাহ আৰু সাহায্য দিছিল। নগা বিদ্ৰোহীসকলৰ দৃষ্টিভঙ্গী, অৱশ্যে পৰিবৰ্তিত হৈছিল, তেওঁলোকে দেখিবলৈ পাইছিল যে শেষ বিশ্লেষণত, পাকিস্তান কোনো প্ৰকাৰে ভাৰতৰ সমকক্ষ নহয়, আনহাতে চীন হ'ল এটা অতি বৃহৎ উচ্চখাপৰ শক্তি। তদুপৰি, বিদ্ৰোহীসকলে এই কথাও দেখিবলৈ পাইছিল যে পাকিস্তানলৈ থকা দুৰ্গম পথটো অব্যাহত ৰখাটো তেওঁলোকৰ কাৰণে কঠিন আৰু বিপদজনক হৈ পৰিছিল, কাৰণ ভাৰতীয় আৰু বাৰ্মী সেনাসকলে তেওঁলোকৰ পথটো সতৰ্কতাৰ সৈতে পহৰা দি আছিল। তাৰ উপৰি, সাহায্যৰ কাৰণে মাওপন্থী চীনৰ ওচৰলৈ যাবলৈ পাকিস্তানী-সকলে নগা আৰু মিজোসকলক পৰামৰ্শ দিছিল।

সেই সময়লৈ নগা বিদ্ৰোহীসকলে এই কথাও উপলব্ধি কৰিছিল যে তেওঁলোকৰ স্বাধীন আৰু সাৰ্বভৌম ৰাষ্ট্ৰৰ দাবিত ভাৰত কেতিয়াও সন্মত নহয়। সেই কাৰণে ১৯৬৭ চনত বিদ্ৰোহী সংসদে (টাটাৰ হোহো বুলি কোৱা হয়) উত্তৰ বাৰ্মাৰ মাজেদি চীনলৈ কিছু মানুহ পঠাবলৈ সিদ্ধান্ত কৰিছিল।

সেই অনুসৰি, 'নগা ফেডাৰেল চৰকাৰৰ ভাৰপ্ৰাপ্ত ৰাষ্ট্ৰদূত উপাধিৰে ভূষিত 'ব্ৰীগেডিয়াৰ' থিঙ্গছিলি আৰু নগা নেচনেল কাউন্সিলৰ সম্পাদক টাংখুল মুইভাক প্ৰায় ৩০০ আত্মগোপনকাৰী নগাৰে সৈতে য়ুনানৰ দক্ষিণ চীন প্ৰদেশলৈ পঠোৱা হৈছিল। বাৰ্মা চৰকাৰৰ বিৰুদ্ধে চীনা সমৰ্থন লাভ কৰা বাৰ্মী নগা, কাচিন, ছান আৰু কাৰেনসকলৰ পৰিচালনা আৰু সহায়ত তেওঁলোকে বাৰ্মাৰ ভূখণ্ড পাৰ হৈ তালৈ গৈছিল। য়ুনানৰ চীনা প্ৰদেশৰ গাতে লাগি থকা উজনি বাৰ্মাত ইষ্টাৰ্ণ নগা নেচনেল বিপ্লৱী পৰিষদ সক্ৰিয় হৈ আছিল। তেওঁলোকে কাচিন স্বাধীন সেনাবাহিনীৰ পিকিঙৰ সমৰ্থক শাখা আৰু হোৱাইট ফ্লেগ (পিকিংপন্থী) বাৰ্মী কমিউনিষ্ট পাৰ্টিৰ লগত ঘনিষ্ঠ সহযোগত কাম কৰিছিল।

মুইভা পৰিচালিত নগাসকলে চীনত ৰাজকীয় অভ্যৰ্থনা পাইছিল; তেওঁলোকে সকলো ধৰণৰ সামৰিক প্ৰশিক্ষণো পাইছিল, তেওঁলোকক চীনৰ বিভিন্ন অঞ্চল দেখুওৱা হৈছিল যদিও, সেই সময়ত তথাকথিত 'সাংস্কৃতিক বিপ্লৱৰ' কাৰণে চীনা সমাজত অশান্তি চলি আছিল।

চীনে বিদ্ৰোহী নগাসকলক পূৰ্ণ সমৰ্থনৰ আশ্বাস দিছিল, সামৰিক কলাত প্ৰশিক্ষণৰ কাৰণে হাজাৰ হাজাৰ নগা যুৱকক চীনলৈ পঠোৱাৰ কাৰণে তেওঁলোকক কোৱা হৈছিল, মণিপুৰৰ মৈতেইসকল, অসম আৰু পূৱ পাকিস্তানৰ মিজোসকল আৰু বাৰ্মাৰ চিন, ছান, কাচিন আৰু কাৰেণসকলৰ লগত তেওঁলোকৰ কাম-কাজৰ সংযোজন কৰিবলৈকো তেওঁলোকে বিদ্ৰোহীসকলক নিৰ্দেশ দিছিল।

এনেভাৱে এটা বৃহৎ শক্তি চীন, নগা প্ৰশ্নত সম্পূৰ্ণৰূপে জড়িত হৈ পৰিছিল। আৰু মস্কো ৰেডিঅ'ত কোৱাৰ দৰে, নগাসকলৰ গেৰিলা আন্দোলনত আনকি চীনা মানুহেও অংশগ্ৰহণ কৰিছিল।

ইতিমধ্যে, 'ব্ৰীগেডিয়াৰ' থিনুছিল আৰু আন কিছুমান নগাই সৰু সৰু দলত ভাগ হৈ চীনৰপৰা ঘুৰি আহিছিল। তেওঁলোকে আন আন আত্মগোপনকাৰী নেতাক কৈছিল যে চীনে এতিয়া নগা প্ৰশ্নটো প্ৰকাশ্যে সমৰ্থন কৰিব, অস্ত্ৰ-শস্ত্ৰ আৰু আন আন ধৰণৰ সাহায্য আগবঢ়াব, প্ৰবাসী নগা চৰকাৰে ভাৰতীয় সীমান্তৰ গাতে লাগি থকা চীনা ভূখণ্ডত এক সুবিধাজনক স্থানত ঘাটি পাতিব, প্ৰবাসী চৰকাৰৰ বৈদেশিক সম্পৰ্ক চীনাসকলে পৰিচালনা কৰিব, তেওঁলোকে অন্যভাৱেও সহায় কৰিব, যেনে বিদ্ৰোহী ৰেডিঅ' কেন্দ্ৰ স্থাপন আৰু তেওঁলোকৰ প্ৰচাৰ যন্ত্ৰ ব্যৱহাৰ কৰাৰ সুযোগ।

তাৰ পিছত, ১৯৬৮ চনৰ ফেব্ৰুৱাৰী মাহত 'জেনেৰেল' মৱু আঙ্গামী আৰু নগা ফেডাৰেল চৰকাৰৰ বৈদেশিক' মন্ত্ৰী আইজাক শুৰে কেবাশ মানুহৰ দল এটা লগত লৈ য়ুনানলৈ গৈছিল আৰু প্ৰস্তাৱাৱলীক তেওঁলোকৰ চৰকাৰী নীতি হিচাপে গ্ৰহণ কৰিবলৈ তেওঁলোকৰ ইচ্ছাৰ কথা চীনাসকলক কৈছিল।

চীন আৰু বিদ্ৰোহী নগাসকলৰ মাজত এনে ঘনিষ্ঠ যোগাযোগ যথেষ্টৰূপে কাৰ্যকৰী হ'বলৈ নাপালে, কাৰণ ১৯৬৮ চনৰ মে আৰু জুন মাহত প্ৰায় ৪০০০ নগা-মিজো বিদ্ৰোহী আৰু ভাৰতীয় নিৰাপত্তা বাহিনীৰ মাজত গুৰুতৰ সংঘৰ্ষ হৈছিল। এই ক্ষেত্ৰত এটা কাৰণ আছিল. নগাবিদ্ৰোহীসকলৰ ক্ষমতাৰ অপ-ব্যৱহাৰ আৰু জনসাধাৰণক নিপীড়নৰ কাৰণে তেওঁলোকৰ বিৰুদ্ধে নগা জনসাধাৰণৰ মাজত ব্যাপক অসন্তুষ্টি দেখা দিছিল। বাৰ্মাত সোমাবলৈ চেষ্টা কৰোঁতে হোৱা সংঘৰ্ষত দুশৰো অধিক নগা বিদ্ৰোহী নিহত হৈছিল। আনকি এই বিদ্ৰোহীসকলেও চীনত

তৈয়াৰী স্বয়ংক্রিয় ৰাইফল আৰু পাকিস্তানৰপৰা পোৱা হ্রস্ব-দূৰৰ ৰকেট ব্যৱহাৰ কৰিছিল।

১৯৬৮ চনৰ ১৯ জুন তাৰিখে চীনৰ ভাৰ-প্রাপ্ত প্রতিনিধিৰ যোগেদি দিয়া এটা প্রতিবাদ টোকাত ভাৰতৰ অভ্যন্তৰীণ বিষয়ত গোপন বহিঃহস্তক্ষেপৰ (চীনৰ দ্বাৰা) ক্ষেত্রত আপত্তি দর্শোৱা হৈছিল। প্রতিবাদ টোকাটোত এই কথাও কোৱা হৈছিল, "কিছুদিন ধৰি চীনা চৰকাৰৰ প্রচাৰ যন্ত্রটো ভাৰতৰ চৰকাৰ আৰু জনসাধাৰণৰ বিৰুদ্ধে এক কুৎসা অভিযানত লিপ্ত হৈ আছে। এই জঘন্য চিত্রৰ বাথৰৰ অন্যতম লক্ষ্য হ'ল ভাৰতৰ ঐক্য আৰু অখণ্ডতাক দুৰ্বল কৰা। এই লক্ষ্য সমুখত ৰাখি পিকিং ৰেডিঅ' আৰু নিউ চায়না নিউজ এজেন্সিয়ে (এন্ চি এন্ এ) উত্তৰ-পূৰ ভাৰতত অন্তৰ্ঘাতমূলক কাম কৰা এটা সৰু দলক উচটনি দিবলৈ বিচাৰে আৰু ভাৰতৰ চৰকাৰৰ বৈধভাৱে গঠিত কর্তৃত্বৰ বিৰুদ্ধে 'সশস্ত্র সংগ্রাম' চলাবলৈ তেওঁলোকক নির্লজ্জভাৱে উদগনি দিয়ে। এই প্রতাৰণাপূর্ণ প্রচাৰ অভিযানে তথ্যপাতি দেখ্‌দেখ্‌ বিকৃতকৰণৰ যোগেদি এক আদর্শগত ধূম্রজাল সৃষ্টি কৰিবলৈ বিচাৰে। এনেকৈ প্রকাশ পোৱা চীনা চৰকাৰৰ বিৰূপ অভিপ্রায়ৰ লগতে, গোপন কূটাঘাতী কার্য প্রণোদিত কৰাৰ ক্ষেত্রত চীনা চৰকাৰৰ সক্রিয় হাতৰ ক্রমবর্ধমান সাক্ষ্যও দেখিবলৈ পোৱা যায়।"

প্রতিবাদ টোকাটোত এই তথ্যও উল্লেখ কৰা হয় যে চীনত তৈয়াৰী স্বয়ংক্রিয় ৰাইফল, ১৬ মিঃ মিঃ মর্টাৰ আৰু মর্টাৰ বোমা নগালেণ্ডত গুপ্তঘাতী অংশবোৰে ব্যৱহাৰ কৰা দেখিবলৈ পোৱা গৈছিল। ইয়াৰ উপৰিও, ভাৰতীয় নিৰাপত্তা বাহিনীয়ে বিদ্রোহীসকলৰপৰা জব্দ কৰা দিনলিপি, ফটোগ্রাফ আৰু অন্যান্য দলিলবিলাকে এই গুপ্তঘাতী অংশবোৰক প্রশিক্ষণ দিয়াত আৰু অন্য ভাৱে সাহায্য কৰাত চীন চৰকাৰৰ অংশ গ্রহণৰ স্পষ্ট সাক্ষ্য দিয়ে।

এই প্রতিবাদ টোকাৰ ওপৰত চীন চৰকাৰে নীৰৱতা অবলম্বন কৰিছিল। কিন্তু পিকিং ৰেডিঅ'ই অনবৰত প্রচাৰ কৰিয়েই আছিল যে "সশস্ত্র দমন অথবা ৰাজনৈতিক প্রতাৰণা, একোৱেই নগা, মিজো আৰু কুকীসকলৰ সশস্ত্র সংগ্রামৰ বিকাশ খর্ব কৰিব নোৱাৰে।"

কিন্তু গুপ্তঘাতী কাৰ্যক সাহায্য কৰিবলৈ চীনাসকলে যিয়েই নকৰক, বিদ্রোহী শিবিৰৰ ভিতৰত কিছুমান সমস্যা আছিল। ভিতৰত মতবৈধতাই দেখা দিছিল আৰু ধাৰণা হৈছিল বিদ্রোহী সংগঠনৰ ধ্বংস অৱধাৰিত। এই আভ্যন্তৰীণ গণ্ডগোলৰ এটা ফল হৈছিল যে 'জেনেৰেল' কাইটোক গুলিয়াই কত্ল কৰা হৈছিল, আৰু হত্যাকাৰীজন অন্ত এটা উপদলৰ অন্তৰ্ভুক্ত এজন মিজোপন্থী বুলি খবৰ ওলাইছিল। আনহাতে,

নগালেণ্ডলৈ সোমাবলৈ চেষ্টা কৰোতেই 'জেনেৰেল' মৱু আঙ্গামীকো গ্ৰেপ্তাৰ কৰা হৈছিল।

আত্মগোপনকাৰীসকলে অৱশ্যে চীনৰ ওপৰত সমস্ত ভৰসা ৰাখি এই বিপৰ্যয় বোধ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে বিভিন্ন ভাষাত এখন প্ৰচাৰ পত্ৰ বিলি কৰিছিল। ইয়াত কোৱা হৈছিল যে কিজোৱে "চীনৰ লগত এক চুক্তি কৰিছে, বিদেশীসকলৰ কবলৰপৰা মানুহক মুক্ত কৰিবলৈ চীনে অচিৰতে নগালেণ্ড আক্ৰমণ কৰিব" আৰু "মুক্তিৰ কাৰণে তেওঁলোকৰ সংগ্ৰামত ধৈৰ্য ধৰি থাকিবলৈ" ইয়াত নগাসকলৰ প্ৰতি আহ্বান জোনোৱা হৈছিল।

পূব পাকিস্তানৰ চট্টগ্ৰাম পাহাৰ অঞ্চলত এখন ফেডাৰেল ৰাষ্ট্ৰ গঠন কৰিবলৈ নগা, মিজো, ছান, কাচিন আৰু কাৰেন বিদ্ৰোহীসকলক চীনে উদগনি দিয়েই আছিল। চীনে বিদ্ৰোহীসকলক প্ৰচুৰ পৰিমাণৰ ধন আৰু অস্ত্ৰ-শস্ত্ৰ দিছিল। সামৰিক প্ৰশিক্ষণ আৰু তত্ত্বগত শিক্ষা দিয়াৰ কাৰণে য়ুনান প্ৰদেশ আৰু বাৰ্মাত কেবাটাও সামৰিক শিবিৰ প্ৰতিষ্ঠা কৰা আৰু চলাই থকা হৈছিল।

এই কামবিলাকৰ কাৰণে ১৯৬৯ চনৰ মাৰ্চ মাহত মস্কো ৰেডিঅ'ই পিকিঙক সমালোচনা কৰিছিল। ই কৈছিল, "ভাৰতীয় জনগণৰ ঐক্য দুৰ্বল কৰাৰ উদ্দেশ্যে বৃটিছ সাম্ৰাজ্যবাদে ইয়াৰ ভেদ আৰু শাসন নীতি আগবঢ়াই নিয়াৰ কাৰণে স্বাধীনতাৰ হেতুকে নগাসকলৰ আন্দোলনক ব্যৱহাৰ কৰিবলৈ বিচাৰিছিল। বৃটিছ সাম্ৰাজ্যবাদে এৰি থৈ যোৱা ঠাইত এতিয়া চীনে সূতাৰ আঁত বিচাৰি লৈছে। চীনে সাহায্য কৰা গুপ্তঘাতী আৰু বিচ্ছিন্নতাবাদী গ্ৰুপবিলাকৰ কাম-কাজৰ লগত উত্তৰ-পূব সীমান্ত অঞ্চললৈ কিছুমান আমেৰিকানৰ ভ্ৰমণৰ বাতৰিটো ১৯৭৩ চনৰ মাৰ্চ মাহত **নিউটাইমছ** ( ১০ নম্বৰ ) সংযোগ কৰিছিল। তাৰ পিছত, ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কাকত **প্ৰাভদাই** ২৬ আগষ্টত ( ১৯৭৩ ) লিখিছিল যে চীনা নেতৃত্বই দক্ষিণ-পূব এছিয়াৰ কেবাখনো ৰাষ্ট্ৰৰ এক পিকিঙৰ প্ৰাধান্য থকা সামৰিক আৰু ৰাজনৈতিক মৈত্ৰী গঠন কৰিবলৈ চেষ্টা কৰিছে। ইয়াত আৰু কোৱা হৈছিল "সেই দেশবিলাকত তেওঁলোকৰ নেতৃত্বৰ লক্ষ্য লাভ কৰাৰ কাৰণে মাওপন্থীসকলে নিকৃষ্ট পদ্ধতি ব্যৱহাৰ কৰিছে : গুপ্তঘাতী কাম-কাজ আৰু মাওপন্থী গ্ৰুপ গঠন কৰাৰপৰা, যিবিলাক দেশক নিজৰ বৈদেশিক নীতিৰ হাতিয়াৰ কৰিবলৈ বিচাৰে সেইবিলাকত বিচ্ছিন্নতাবাদী প্ৰৱণতাৰ প্ৰতি সমৰ্থন দিয়ালৈকে। পিকিঙৰ কৰ্মপন্থাত আছে ভাৰত, বাৰ্মা আৰু শ্ৰীলংকাৰ বিপ্লৱী গণতান্ত্ৰিক শক্তিবিলাকৰ স্থায়িত্ব লাভত বাধা দিবলৈ চেষ্টা কৰা ; তেওঁলোকৰ লক্ষ্যৰ সন্ধানত, ঘোলা পানীত মাছ ধৰিবলৈ সমৰ্থ হোৱাৰ কাৰণে দক্ষিণ-পূব আৰু দক্ষিণ এছিয়াত এটা অস্থিৰ পৰিস্থিতি সৃষ্টি কৰিবলৈ চেষ্টা কৰা।

প্ৰায় একে সময়তে, ছোভিয়েত সংবাদ প্ৰতিষ্ঠান তাছ-এ মন্তব্য কৰিছিল যে "চীনা নেতৃত্বৰ আকাঙ্ক্ষা পূৰণৰ" কাৰণে ভাৰতক খণ্ড-বিখণ্ড কৰিবলৈ চীনে বিচ্ছিন্নতাবাদী অংশবোৰৰ লগত ষাঁচনি ৰচনা কৰিছিল।"

আগতেই উল্লেখ কৰা হৈছে, ১৯৭২ চনৰ ৮ আগষ্টত নগালেণ্ডৰ মুখ্যমন্ত্ৰী হোকিছে ছেমাৰ প্ৰাণ নাশৰ চেষ্টা কৰা হৈছিল। যিখন গাড়ীত মুখ্যমন্ত্ৰীজনে ছিলঙৰপৰা কহিমালৈ গৈছিল, সেই গাড়ীখনৰ ওপৰত সাতজন বিদ্ৰোহী নগাই ৭০ জাঁই গুলি চলাইছিল। গাড়ীখনৰ চালক, মুখ্যমন্ত্ৰীৰ ব্যক্তিগত শৰীৰৰক্ষী আৰু এজন কনিষ্টবল নিহত হৈছিল, মুখ্যমন্ত্ৰীৰ যোলবছৰীয়া জীয়েক আৰু আন দুজন পুলিচ ৰক্ষীয়ে গুলিৰ আঘাত পাইছিল।

এই ঘটনাৰ পিছত ভাৰত চৰকাৰে যুদ্ধ বিৰতি প্ৰত্যাহাৰ কৰিছিল, নগা নেচনেল কাউন্সিল, নগা ফেডাৰেল চৰকাৰ আৰু নগা ফেডাৰেল সেনাবাহিনী নিষিদ্ধ ঘোষণা কৰিছিল।

চৰকাৰৰ এই সিদ্ধান্ত সম্পৰ্কে প্ৰতিক্ৰিয়া প্ৰকাশ কৰি লণ্ডনত এ জেদ. ফিজোৱে কৈছিল, "ভাৰতীয় সেনাবাহিনীয়ে স্পষ্টতঃ যুদ্ধখন পুনৰ আৰম্ভ কৰিবলৈ বিচাৰিছে, এই যুদ্ধত প্ৰতি তিনিজন নগাৰ ভিতৰত এজনকৈ ইতিমধ্যে নিহত হৈছে আৰু আমি নিজেই নিজক ৰক্ষা কৰিব লাগিব। ভাৰত চৰকাৰে যদি আমাৰ ফেডাৰেল চৰকাৰক বিলুপ্ত কৰিবলৈ বিচাৰে, তেওঁলোকে ইয়াৰ সদস্যসকলক হত্যা কৰিব লাগিব। এই নিষিদ্ধকৰণৰ প্ৰতি তেওঁলোকক বশ কৰাৰ অন্য কোনো পথ নাই।" নগালেণ্ডত "জাতিহত্যা"ত বাধা দিবলৈ হস্তক্ষেপ কৰাৰ কাৰণে তেওঁ জাতিসংঘলৈকো আবেদন জনাইছিল। মুখ্যমন্ত্ৰীৰ ওপৰত আক্ৰমণৰ নিন্দা কৰি তেওঁ এষাৰ কথাও কোৱা নাছিল।

ইতিমধ্যে ১৯৭২ চনৰ জুন মাহত, ভাৰত চৰকাৰে নগালেণ্ডৰ বিষয় বৈদেশিক বিষয়ৰ মন্ত্ৰণালয়ৰপৰা স্বৰাষ্ট্ৰ মন্ত্ৰণালয়ৰ অধীনলৈ আনিছিল। নগালেণ্ডৰ ভিতৰত শান্তি-শৃংখলাৰ দায়িত্ব ৰাজ্য চৰকাৰৰ ওপৰত অৰ্পণ কৰা হৈছিল।

তদুপৰি, কেন্দ্ৰীয় চৰকাৰে এটা নগা ৰেজিমেণ্ট সংগঠিত কৰিছিল আৰু ইয়াক ভাৰতীয় সেনাবাহিনীৰ কুমায়ুন ৰেজিমেণ্টৰ অন্তৰ্ভুক্ত কৰা হৈছিল। নগা ৰেজিমেণ্টটো কৰা হৈছিল প্ৰধানতঃ নিৰাপত্তাবাহিনীৰ ওচৰত আত্মসমৰ্পণ কৰা বিদ্ৰোহী নগাসকলক লৈ।

নগালেণ্ড আৰু লগতে সমগ্ৰ উত্তৰ পূব অঞ্চলৰ অৰ্থনৈতিক বিকাশৰ কাৰণে চৰকাৰে উত্তৰ পূব পৰিষদ গঠন কৰিছিল। সমগ্ৰভাৱে প্ৰায় ৯৮,০০০ বৰ্গমাইল আয়তনৰ আৰু প্ৰায় ১৯·৫২ নিযুত জনসংখ্যাৰ অঞ্চলৰ অসম, নগালেণ্ড, মণিপুৰ,

ত্ৰিপুৰা, মেঘালয়, অৰুণাচল প্ৰদেশ আৰু মিজোৰাম, এই সকলো ৰাজ্য আৰু কেন্দ্ৰ শাসিত অঞ্চল উত্তৰ পূব পৰিষদৰ অধীনলৈ অনা হৈছিল। ১৯৪২ চনৰ ৮ নভেম্বৰ তাৰিখে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে এই পৰিষদ উদ্বোধন কৰিছিল।

ভাৰত চৰকাৰৰ এই সকলোবোৰ ব্যৱস্থা নগা জনসাধাৰণে সমাদৰে গ্ৰহণ কৰিছিল। কিন্তু বিদ্ৰোহীসকলে তেওঁলোকৰ হিংস্ৰ কাম কাজ পৰিহাৰ কৰা নাছিল। গতিকে নগালেণ্ডত ৰক্তপাত চলিয়েই আছিল। শ শ নগা নিহত হৈছিল আৰু লগতে নিহত হৈছিল ভাৰতীয় নিৰাপত্তা বাহিনীৰ ভালেসংখ্যক জোৱান। বিদ্ৰোহীসকলৰ নিজৰ ভিতৰতে ৰক্তাক্ত কন্দল হৈছিল, উপদলীয় যুঁজত কেবাজনো গুৰুত্বপূৰ্ণ বিদ্ৰোহীলোকে প্ৰাণ হেৰুৱাইছিল। অধিকাংশ নগা হিংসা আৰু ৰক্তপাতত ক্লান্ত হৈ পৰিছিল আৰু তেওঁলোকে এই অৱস্থাৰ দ্ৰুত অৱসান বিচাৰিছিল। অধিক ৰক্তপাতৰ পৰা হাত সৰাৰ কাৰণে ভাৰত চৰকাৰো ব্যগ্ৰ হৈ উঠিছিল।

শান্তি পৰ্যবেক্ষকসকলৰ দলৰ উদ্যোগত আৰু ভাৰত চৰকাৰ আৰু দায়িত্বশীল নগা নেতাসকলৰ আগ্ৰহপূৰ্ণ সমৰ্থনত ১৯৭৫ চনৰ ১১ নভেম্বৰ তাৰিখে ছিলঙত এক চুক্তিত (ছিলং চুক্তি নামে জনাজাত) উপনীত হৈছিল। ইয়াৰ ফলস্বৰূপে, আত্মগোপনকাৰী নগাসকলৰ এক সংখ্যাগৰিষ্ঠ অংশই গোপন অৱস্থান এৰি ওলাই আহিছিল। "তেওঁলোকক পুনৰবাসন দিয়া হৈছিল, নগা ৰেজিমেণ্টৰ উপৰিও সীমান্ত নিৰাপত্তা বাহিনী আৰু নগালেণ্ড সশস্ত্ৰ পুলিচ বাহিনীত। এজন গুৰুত্বপূৰ্ণ আত্মগোপনকাৰী নগা জেনেৰেল জেহেটো হ'ল এটা বি-এছ্-এফ্ ইউনিটৰ কমাণ্ডাৰ। পিছত বিদ্ৰোহী সেনাবাহিনীৰ চাৰিজন 'মেজৰে' জেনেৰেল জেহেটোৰ ওচৰত আত্মসমৰ্পণ কৰিছিল।

বিদ্ৰোহীসকলৰ একাংশই অৱশ্যে ছিলং চুক্তি প্ৰত্যাখান কৰিছিল। চীন-ফেৰত অংশই চুক্তিখন গৰিহণা দিছিল। ১৯৮০ চনত খাচ নগালেণ্ড নেচনেল কাউন্সিলেই দুটা আত্মগোপনকাৰী উপদলত বিভক্ত হৈ পৰিছিল। এতিয়া এই দুটা উপদল হ'ল টি মুইভা আৰু আইজাক খু্ৰ যুটীয়া নেতৃত্বত নেচনেল ছ'চিয়েলিষ্ট কাউন্সিল অৱ্ নগালেণ্ড, আৰু ছিংগিয়ান খেমুনগানৰ নেতৃত্বত নগা ফেডাৰেল চৰকাৰ।

চৰকাৰী হিচাপ মতে, ১৯৬৭ আৰু ১৯৬৮ চনৰ ভিতৰত ১৩৫০ জন আত্মগোপনকাৰী নগা চীনলৈ গৈছিল, ১৯৬৯ চনতো আৰু ৭০০ জন চীনলৈ গৈছিল। ইয়াৰ ভিতৰত ২৭৫ জনক ভাৰতীয় নিৰাপত্তাবাহিনীয়ে গ্ৰেপ্তাৰ কৰিছিল, ১৯৭০ চনত ইয়াৰ ১৫০ জনক মুক্তি দিয়া হৈছিল। এই সমস্ত বিদ্ৰোহীক চীনত অতি উন্নত অস্ত্ৰ-শস্ত্ৰ আৰু পুংখানুপুংখ প্ৰশিক্ষণ দিয়া হৈছিল।

তথাপি তেওঁলোকে বিদ্ৰোহীসকলৰ ব্যাপক আত্মসমৰ্পণ বাধা দি ৰাখিব পৰা

নাছিল। এটা হিচাপ মতে, আত্মসমৰ্পনকাৰীৰ সংখ্যা হ'ল ১০০০বো অধিক। এই কথাও দেখা গৈছিল যে অধিকাংশ নগা লোকে নগালেণ্ডৰ অৰ্থনৈতিক বিকাশৰ কামত চৰকাৰৰ লগত আৰু শান্তি-শৃংখলা ৰক্ষাৰ কামত নিৰাপত্তা বাহিনীৰ লগত সক্ৰিয়ভাৱে সহযোগিতা কৰিছে।

এনেকৈ এন্ এছ্ চি এন্ আৰু এন্ এফ্ জি—উভয়েই দেখিবলৈ পাইছিল যে ৰাজ্যখনৰ ভিতৰত তেওঁলোক বাচি থকাৰ সুবিধা নিচেই কম হৈ পৰিছিল অথবা একেবাৰে নাছিল। সেই কাৰণে, তেওঁলোকে সীমান্তৰ সিপাৰে, সুবিধাজনক ভূখণ্ড থকা উত্তৰ বাৰ্মাত নিজ নিজ শিবিৰ পাতিছিল।

এন্ এছ্ চি এনে এক ধৰণৰ মাওবাদী সমাজতন্ত্ৰৰ প্ৰচাৰ কৰে আৰু ফিজোবাদৰ নিন্দা কৰে। তেওঁলোকৰ শক্তি হ'ল প্ৰায় ২০০০। এন এছ্ চি এনৰ প্ৰধান শক্তিটো আহিছে কন্যাক, টাংখুল আৰু ছেমা আদি ভাৰতীয় নগা জনজাতিবিলাকৰ পৰা।

এন এফ্ জিয়ে ৰাষ্ট্ৰপতি ফিজোৰ চৰকাৰৰ পক্ষে প্ৰচাৰ কৰে আৰু তেওঁলোক হ'ল ফিজোপন্থী। তেওঁলোকৰ শক্তি হ'ল প্ৰায় ৪০০ জন।

এন্ এছ চি এনে উত্তৰ বাৰ্মাৰ কাচিন স্বাধীন সেনাবাহিনীৰ (কে: আই এ) লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক ৰাখে। এই সেনাবাহিনীৰ সহায়ৰ যোগেদি এন্ এছ্ চি এনে বিদ্ৰোহীসকল চীনৰ য়ুনানলৈ যায়। কে আই এ নামৰ এই সেনাবাহিনী চীনৰ এক বন্ধু শক্তি, ইয়াৰ বিৰাট পৰিমাণৰ অস্ত্ৰ-শস্ত্ৰ আছে, এন্ এছ্ চি এনে সময়ে সময়ে ইয়াৰপৰা অস্ত্ৰ-শস্ত্ৰৰ সহায়ো পায়।

এন্ এছ চি এন আৰু এন্ এফ জি—উভয়েই বিদ্ৰোহী আৰু ভাৰতৰ বিৰোধী, কিন্তু সিহঁতৰ মাজতো বৈৰীভাব আছে। সিহঁতৰ মাজত হোৱা সাম্প্ৰতিক সংঘৰ্ষত, এন এফ জিয়ে স্পষ্টৰূপে প্ৰাধান্য লাভ কৰিছিল। কিন্তু পিছত এবছৰ বা ততোধিক কালত পৰিস্থিতি ওলোটা হৈছিল আৰু এতিয়া এন্ এছ্ চি এনে প্ৰাধান্যতা লাভ কৰিছে। ইয়াৰ ফলত, এন্ এফ্ জি কিছু পৰিমাণে হতাশ হৈছে। এন্ এফ্ জিৰ এটা অংশই চীনৰপৰা সহায় বিচাৰি দূত পঠাইছে।

সকলোবিলাক বিদ্ৰোহী গ্ৰুপ এক উমৈহতীয়া মঞ্চত ঐক্যবদ্ধ হবলৈ চীনে পৰামৰ্শ দিছে। এই কথা স্পষ্টৰূপে কৈ দিয়া হৈছে যে চীনৰ সহায় হব চৰ্ত-সাপেক্ষ—চৰ্তটো হ'ল যে সকলোবিলাক গ্ৰুপ ঐক্যবদ্ধ হব লাগিব।

বিদ্ৰোহীসকলৰ টকা-পইচাৰো অভাব হোৱা নাই। বাৰ্মাত তেওঁলোকৰ ঘাটি-বিলাক অৱস্থিত হ'ল বিখ্যাত 'সোণালী ত্ৰিভুজ'ৰ থাইলেণ্ড, বাৰ্মা আৰু চীন—কাষৰ অঞ্চলবিলাকত। এই অঞ্চলটোত সোণ, জেইড পাথৰ, হাতী দাঁত, আগৰ কাঠ—এই

কাঠ চন্দন কাঠতকৈয়ো বেছি মূল্যবান—প্রচুৰ পৰিমাণে পোৱা যায়। এই বিশেষ অঞ্চলটো বন্দুক চোৰাংবেপাৰীৰ কাৰণেও কুখ্যাত।

আনকি এই সমস্ত সত্ত্বেও, এন্ এছ্ চি এন্ এতিয়া এক বিভক্ত অৱস্থাত পৰিছে। মুইভা হ'ল নিজে এজন টাংখুল, তেওঁ সংগঠনৰ ভিতৰত টাংখুলসকলক এক সুবিধা ভোগী শ্ৰেণী কৰিবলৈ বিচাৰে। বন্দী কৰা বিদ্ৰোহীসকলৰ লগত পোৱা দলিল আৰু অন্যান্য টুকুৰা-টুকুৰি সাক্ষ্য অনুসৰি, মুইভাৰ এঘাৰজন ব্যক্তিগত শৰীৰ ৰক্ষী আছে, এওঁলোকৰ আটাইকেজনেই হ'ল টাংখুল।

এন্ এছ্ চি এন্ গাঁথনিত কন্যাকসকলেই আটাইতকৈ বেছি ৰণুৱাৰ যোগান ধৰে, তথাপি ছেমা, আও আৰু বাৰ্মাৰ হেমিছসকলৰ লগতে কন্যাকসকলকো দ্বিতীয় শ্ৰেণীৰ নাগৰিক হিচাপে ব্যৱহাৰ কৰা হয়।

সম্ভৱতঃ এন্ এছ্ চি এন্ নেতৃত্বৰ দুৰ্ব্যৱহাৰৰ কাৰণেই নগালেণ্ডৰ ভিতৰৰ কন্যাক জনজাতিৰ লোকসকল সম্প্ৰতি ক্ষুব্ধ হৈ পৰিছে। বাৰ্মাৰ ভিতৰতো নগা বিদ্ৰোহীসকলৰ প্ৰতি মানুহ বিৰক্ত হৈ পৰিছে। এন্ এছ্ চি এন্‌ৰ সাধাৰণ কৰ্মীসকলৰ মাজত ব্যাপক ক্ষোভ আছে, কাৰণ বিদ্ৰোহী সেনাবাহিনীত মুইভা আৰু অন্যান্যসকল ৰজাৰ দৰে থাকে আৰু সাধাৰণ বিদ্ৰোহীসকলক কাৰ্যতঃ দাসৰ দৰে ব্যৱহাৰ কৰা হয় বুলি খবৰ পোৱা যায়।

অন্যান্য বিদ্ৰোহী শিবিৰৰ ছবিও বৰ বেছি উজ্জ্বল নহয়। ফিজো নিজে লণ্ডনত আৰামত থাকে আৰু এন্ এফ্ জি নিজেই এক বিভক্ত শিবিৰ। মুঠতে, অন্যান্য বিদ্ৰোহী গ্ৰুপৰ সংঘৰ্ষৰ যোগেদি আৰু সৰ্বসাধাৰণ বিদ্ৰোহীসকলৰ মাজত সাধাৰণ মোহভঙ্গৰ যোগেদি এন্ এফ্ জিৰ শক্তি ক্ৰমে হ্ৰাস পাই আহিছে, আৰু মুঠতে, ক্ৰমে বেছি সংখ্যক নগালোক অৰ্থনৈতিক বিকাশৰ পথলৈ আহিছে। ইয়াৰ কাৰণে, তেওঁলোকে উপলব্ধি কৰে, শান্তি আৰু শৃংখলা ৰক্ষা আৰু শক্তিশালী কৰিব লাগে।

নগালেণ্ডৰ ভিতৰত বিদ্ৰোহ এতিয়া কেৱল ধাৰণাৰ ৰাজ্যতহে আছে, যিৰূপ বিদ্ৰোহী কাম-কাজ হৈ আছে, সেইখিনি হ'ল বাহিৰৰ ঘটনা : বিদ্ৰোহীসকলে কেৱল বাৰ্মাৰপৰাহে কাম-কাজ চলাব পাৰে।

উত্তৰ-পূবত বিদ্ৰোহ আৰম্ভ কৰাত প্ৰথম বুলি নগালেণ্ডে যদি সন্দেহজনক খ্যাতি অৰ্জন কৰিছে, তেনেহলে শান্তিপূৰ্ণ বিকাশৰ পথ লোৱাটোতো তেওঁলোক প্ৰথম বুলি সুখ্যাতি লাভ কৰা উচিত ( মেঘালয় আৰু অৰুণাচলক পৃথক প্ৰকাৰৰ বুলি ধৰিব লাগিব, কাৰণ সেইবিলাক অঞ্চলত তেনে ধৰণৰ বিদ্ৰোহ দেখা দিয়া নাই )।

মিজোৰামে নগালেণ্ডক ঘনিষ্ঠভাৱে অনুসৰণ কৰিছিল। নগালেণ্ডৰ দৰেই, মিজোৰামতো বিদ্ৰোহ আছিল বৃটিছ ষড়যন্ত্ৰৰ, ( ভাৰতক খণ্ড-বিখণ্ড কৰি ৰখা ), লুছাই

( মিজো ) পাহাৰৰ জনজাতিসকলৰ সম্পৰ্কত অসম চৰকাৰৰ উদাসীন ভাবৰ আৰু অন্ধ বিশ্বাসৰ কুফল।

কোনো কোনো সংসদসদস্যৰ অভিমতবিলাকো মন কৰিব লগীয়া। পি. চি. বৰুৱাৰ মতে অশান্তিৰ মূলতে হ'ল বৃটিছ, তেওঁলোকে বিচ্ছিন্নতাবাদী ভাবধাৰাত চিন্তা কৰিবলৈ মানুহক শিক্ষা দিছিল। অসম চৰকাৰৰ ভুল নীতিবিলাকেই, বিশেষকৈ ৰাজ্যখনৰ চৰকাৰী ভাষা হিচাপে অসমীয়া ভাষা প্ৰৱৰ্তনৰ নীতিকেই অশান্তিৰ কাৰণ বুলি জি জি স্বেলে কয়। লালডেঙ্গাৰপৰা ইন্দোনেছীয়াৰ ডঃ সুকাৰ্ণোলৈ লিখা এখন চিঠিৰ খচৰা ডঃ ৰাম মনোহৰ লোহিয়াই পঢ়ি শুনায়। এই চিঠিত তেওঁ ( লাল ডেঙ্গাই ) ভাৰতৰপৰা পাহাৰী জনগণৰ বিচ্ছিন্নতাৰ ওপৰত জোৰ দিছিল। এই কথাত সাধাৰণভাবে সকলো একমত যে দেশৰ বাকী অংশৰপৰা এই অঞ্চলবিলাক পৃথককৈ ৰখাৰ কাৰণে বৃটিছৰ ইচ্ছাকৃত আৰু সফল প্ৰচেষ্টাতেই অশান্তিৰ মূল বিচাৰি উলিয়াব পাৰি।

অসন্তুষ্টিৰ এক সাধাৰণ বাতাবৰণ চলি আছিল আৰু সেই বাতাবৰণতে আহিছিল ১৯৫৯ চনত আৰম্ভ হোৱা অৰ্থনৈতিক সংকট। ই এক মিজো কিংবদন্তিৰ অন্ধ বিশ্বাসক দৃঢ় কৰিছিল। সমগ্ৰ মিজো পাহাৰত হঠাতেই বাঁহবিলাক ফুলি বছৰটোক এটা স্বতন্ত্ৰ ৰূপ দিছিল। কিংবদন্তি মতে, এনে ঘটনা প্ৰতি পঞ্চাশ বছৰৰ মূৰে মূৰে ঘটে আৰু সদায়েই অমঙ্গল লগত লৈ আহে। এন্দুৰৰ সংখ্যা ভয়ানকৰূপে বৃদ্ধি পাইছিল আৰু এইবিলাকে শস্য খাই শেষ কৰি দিছিল আৰু ফলত বিৰাট দুৰ্ভিক্ষই, 'মউটম' দেখা দিছিল। ই মিজোসকলৰ প্ৰতি অসম চৰকাৰৰ উদাসীনতাৰ স্বৰূপ খুলি ধৰিছিল।

এই সময়টোৱেই আছিল জিলা-পৰিষদৰ কাৰ্যালয়ৰ কেৰাণী, লালডেঙ্গাৰ বাগাড়ম্বৰৰ অত্যন্ত উপযুক্ত সময়। তেওঁ মিজো নেচনেল ফেমিন ফ্ৰন্ট গঠন কৰিছিল আৰু বুভুক্ষু মানুহক সাহায্য দিবলৈ উত্তমৰ লৈতে কাম কৰিছিল। তেওঁ চকুত পৰিছিল, প্ৰশংসা পাইছিল আৰু সুখ্যাতি লাভ কৰিছিল। তেওঁৰ পৰৱৰ্তী পদক্ষেপ আছিল এম্ এন্ এফ্ একক বিচ্ছিন্নতাবাদৰ ধ্বনিৰে সৈতে এক জঙ্গী মিজো নেচনেল ফ্ৰন্টলৈ ৰূপান্তৰ কৰা। মোহমুক্ত প্ৰাক্তন সৈনিক ( প্ৰায় ৫০০০ ), মিজো গাঁওবোৰৰ অসন্তুষ্ট বৰমূৰীয়া-সকল ( তেওঁলোকৰ বিশেষ সুবিধা হেৰুৱাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ প্ৰতি ঘৃণাৰ কাৰণে ) আৰু চীনৰদ্বাৰা পূব-পাকিস্তানত প্ৰশিক্ষণ দিয়া অসংখ্য নগা আৰু কুকী কুটাঘাতীসকলৰ এক বৃহৎ অনুগামীক তেওঁ আকৃষ্ট কৰিছিল।

১৯৭০ চনৰ আগষ্ট মাহত গ্ৰেপ্তাৰ কৰা বিদ্ৰোহীসকলৰপৰা দলিল জব্দ কৰাৰ লগে লগে পৰিস্থিতিৰ গভীৰত্ব প্ৰকাশ পাইছিল। পাকিস্তান কৰ্তৃপক্ষৰপৰা অহা

নির্দেশবোৰ আছিল স্পষ্ট: "পথ যোগাযোগ ধ্বংস কৰা, দলংবিলাক উৰাই দিয়া, কনভয়বিলাক আগুৰি ধৰা আৰু সকলো উপায়েৰে বিচ্ছিন্নতাবাদী আন্দোলনক উৎসাহিত কৰা।"

১৯৬৬ চনৰ ২৮ ফেব্ৰুৱাৰীৰ পুৱা ১০-৩০ আৰু ১ মাৰ্চৰ পুৱা ৩ বজাৰ ভিতৰত মিজো পাহাৰৰ বিভিন্ন ঠাইত বৃহৎ পৰিসৰৰ অশান্তি ঘটিছিল। যোগাযোগ ছেদেলি-ভেদেলি কৰা আৰু চৰকাৰী কৰ্মচাৰীসকলক ভীতিগ্ৰস্ত কৰাৰ নিমিত্তে মিজো নেচনেল ফ্ৰন্টৰ নেতৃত্বত ভালে সংখ্যক সশস্ত্ৰ মিজো দলে আইজাল, লুংলে, বিৰেংটি, চাৱাংটি, চিহিমলুৱাং আৰু অন্যান্য ঠাইত হিংসাৰ আশ্ৰয় লৈছিল। প্ৰথম আক্ৰমণ আৰম্ভ হৈছিল লুংলেৰ উপ-খাজাঞ্চীথানাৰ (চাব-ট্ৰেজাৰী) ওপৰত, প্ৰায় ১০০০ সশস্ত্ৰ মিজোৰ দলে লুংলেত অসম ৰাইফলছৰ চকিৰ ওপৰত আক্ৰমণ কৰিছিল। ৰাতি ২ বজাত দলটোৱে আইজালত টেলিফোন এক্সচেঞ্জৰ ওপৰত আক্ৰমণ কৰিছিল। প্ৰায় ১৫০ জন মানুহে আইজাল ট্ৰেজাৰীৰ ওপৰত আক্ৰমণ কৰি তাৰপৰা সকলো ধন কাঢ়ি নিছিল আৰু ৰখীয়াৰ কোঠালীৰপৰা ১০টা ৰাইফল আৰু খাৰ বাৰুদ লৈ গৈছিল।

ছিলচৰ-আইজাল পথত প্ৰথম মিজো গাঁও, বিৰেংটিত প্ৰায় ১৫০ জন সশস্ত্ৰ মিজোৱে অনা-মিজো বাস কৰা ঘৰবোৰলৈ গৈছিল আৰু তেওঁলোকক ততালিকেই মিজো জিলা এৰি যাবলৈ নিৰ্দেশ দিছিল। তেওঁলোকে জীপখন আৰু পি ডব্লিউ দি গুদাম লুট কৰিছিল, ইয়াৰ ভিতৰত বিদ্ৰোহীৰ কাৰণে লাগতিয়াল বিস্ফোৰক পদাৰ্থ, পেট্ৰল আৰু অন্যান্য বস্তু আছিল। দলংবোৰ ভাঙি পেলোৱা হৈছিল, ডাঙৰ ডাঙৰ গছবিলাক কাটি ৰাস্তাৰ ওপৰত পেলাই থৈছিল আৰু ছিলচৰৰপৰা আইজাললৈ পথ যোগাযোগ সম্পূৰ্ণৰূপে বন্ধ কৰা হৈছিল।

মাৰ্চৰ ১ তাৰিখেও জিলাখনৰ আটাইবোৰ গুৰুত্বপূৰ্ণ কেন্দ্ৰত অশান্তি চলি আছিল। লুংলেত উভয় পক্ষৰপৰা তুমুল গুলিয়া-গুলি চলি আছিল। সীমান্ত নিৰাপত্তা বাহিনীৰ চকিটো বিদ্ৰোহীসকলে দখল কৰিছিল, লুংলেৰ মহকুমা বিষয়া আৰু অন্যান্য বিষয়াক অপহৰণ কৰি নিয়া হৈছিল। দক্ষিণত মাজভাগলৈ বি এছ এফ চকি আৰু বিদ্ৰোহী সকলৰ মাজত গুলিয়া-গুলি গোটেই দিন চলিছিল। বাৰ্মা সীমান্তৰ চামফাইত, ছুই প্লেটুন বাহিনীৰ সৈতে অসম ৰাইফেলছৰ পালি সদৰটো বিদ্ৰোহীৰ হাতত পৰিছিল আৰু চকিটো ধ্বংস কৰা হৈছিল।

মাৰ্চ মাহৰ ১ তাৰিখে জনা গৈছিল যে এম্ এন্ এফ্এ স্বাধীনতা ঘোষণা কৰিছিল। লালডেঙা আৰু অন্যান্য ষাঠিজনৰদ্বাৰা স্বাক্ষৰিত 'স্বাধীনতাৰ ঘোষণাপত্ৰ'ৰ প্ৰতি-লিপিবিলাক প্ৰচাৰ কৰা হৈছিল। তাৰত চৰকাৰৰপৰা মিজোৰামক মুক্ত কৰিবলৈ তথাকথিত মিজো জাতীয় বাহিনীৰ স্বেচ্ছাসেৱকসকলক কামত লগোৱা হৈছিল।

মার্চ মাহৰ ৩ তাৰিখে মিজো পাহাৰত পৰিস্থিতি চম্ভালাৰ কাৰণে ভাৰত চৰকাৰে সেনাবাহিনী নিয়োগ কৰিছিল। এম্ এন্ এফ্ক অবৈধ সংগঠন বুলি ঘোষণা কৰা হৈছিল। অৱশ্যে, প্ৰশাসনৰ প্ৰধান কেন্দ্ৰবোৰৰ নিয়ন্ত্ৰণ লাভ কৰিবলৈ সেনাবাহিনীৰ কাৰণে এমাহতকৈ অধিক কালৰ প্ৰয়োজন হৈছিল। ২৫ মাৰ্চ তাৰিখে গৃহমন্ত্ৰীয়ে লোকসভাত কৈছিল :

মিজো দলবিলাকৰ প্ৰভাৱৰপৰা সকলোবোৰ গুৰুত্বপূৰ্ণ চকি আৰু নগৰ মুক্ত কৰা হৈছে আৰু মিজো নেচনেল ফ্ৰণ্টৰ স্বেচ্ছাসেৱকসকল হয় হাবিত লুকাইছে, নহয় পাকিস্তান কিম্বা বাৰ্মালৈ পলাই যাবলৈ চেষ্টা কৰিছে। সম্পূৰ্ণ পৰিষ্কাৰ কৰাৰ অভিযান এতিয়া অব্যাহত আছে।

অৱশ্যে, বিক্ষিপ্ত ঘটনা সকলো ঠাইতে চলি আছিল। এম্ এন্ এফ্-এ লুটপাত আৰু নৰহত্যাৰ কাম চলায়েই আছিল। কিন্তু মিজো পাহাৰত প্ৰবল সামৰিক কাৰ্যকলাপৰ কাৰণে ভিতৰৰপৰা তেওঁলোকৰ কাৰ্যকলাপ চলাই থকাটো তেওঁলোকৰ কাৰণে কঠিন হৈ পৰিছিল। সেই কাৰণে এম্ এন্ এফ্ কৰ্মীসকলে তেতিয়াৰ পূব পাকিস্তানৰ চুবুৰীয়া চট্টগ্ৰামৰ পাহাৰী অঞ্চলত আশ্ৰয় লৈছিলগৈ। ১৯৬৬ চনৰ ৯ নৱেম্বৰ তাৰিখে গৃহ মন্ত্ৰণালয়ৰ উপ-মন্ত্ৰীয়ে লোকসভাত কৈছিল :

"মিজো নেচনেল ফ্ৰণ্টৰদ্বাৰা গঠিত এটা অস্থায়ী চৰকাৰে পূব পাকিস্তানৰপৰা কাম-কাজ চলাই আছে আৰু মিজো আৰু কাছাৰ জিলাত নাশকতামূলক কাম-কাজবোৰ পৰিচালনা কৰিছে।" ভাৰত চৰকাৰে পাকিস্তানলৈকো প্ৰতিবাদ টোকা পঠাইছিল, কিন্তু এই প্ৰতিবাদ টোকা সম্পৰ্কে পাকিস্তান নীৰৱ হৈ আছিল।

মিজো বিদ্ৰোহৰ কাৰণসমূহৰ বিষয়ে দেশত বিতৰ্ক আৰু আলোচনা হৈছিল। কিছুমান সমালোচনা অসম চৰকাৰৰ বিৰুদ্ধে পৰিচালিত হৈছিল, কিছুমান হৈছিল ইয়াৰ মুখ্যমন্ত্ৰী বি, পি চলিহাৰ বিৰুদ্ধে। কোৱা হৈছিল যে এম্ এন্ এফ্ৰ প্ৰতি চলিহা অতিশয় নৰম আছিল। আনকি যেতিয়া তেওঁ জানিছিল যে তেওঁলোকে নাশকতামূলক কাৰ্যকলাপ পৰিকল্পনা কৰিছিল, তেতিয়াও চলিহাই লালডেঙ্গা আৰু লাল থনমাৱিয়াৰ মুক্তিৰ কাৰণে আদেশ দিছিল। তেওঁলোক আছিল এম্ এন্ এফ্ৰ যথাক্ৰমে সভাপতি আৰু উপ-সভাপতি আৰু তেওঁলোকক গ্ৰেপ্তাৰ কৰা হৈছিল পূব পকিস্তানৰপৰা উভতি আহোঁতে। সংসদ সদস্য পি চি বৰুৱাই অশান্তিৰ মূলতে বৃটিছ আছিল বুলি কৈছিল। ভাৰতৰ স্বাধীনতাৰ আগতে কুপলেণ্ডে এটা প্ৰস্তাৱ দিছিল যে অসমৰ পাহাৰী অঞ্চলবিলাক ভাৰতৰপৰা পৃথক কৰিব লাগে আৰু এই বিলাককলৈ এখন বৃটিছ উপনিবেশলৈ ৰূপান্তৰ কৰিব লাগে। তেওঁ আকৌ কৈছিল, ৰাজ্য মৰ্যাদাৰ ৰূপত নগাসকলক দিয়া ব্যৱহাৰে

অধিক দাবী কৰিবলৈ অন্যান্য জনজাতিবোৰক উৎসাহিত কৰিছিল। মিজোসকলে বিচাৰিছিল এক পৃথক মিজোৰাম য'ত বাৰ্মা পাকিস্তানৰ চুবুৰীয়া অঞ্চলবোৰো অন্তৰ্ভুক্ত হব।

প্ৰকৃতপক্ষে, নগা পাহাৰত দেখা দিয়া ধৰণেই মিজো পাহাৰতো ঘটনাৰ গতি চলিছিল। এই সীমান্ত অঞ্চলবিলাকত নগালেও আৰু মিজোৰাম—অশান্তিৰ মূল পোৱা যাব ভাৰতীয় জাতীয় ঘাইসুঁতিৰপৰা পাহাৰী জনসাধাৰণক বিচ্ছিন্ন কৰি ৰখাৰ কাৰণে বৃটিছে অনুসৰণ কৰা সুচতুৰ নীতিত। তদুপৰি, খৃষ্টান মিছনাৰীবিলাকৰ কাম-কাজৰ যোগেদি এটা বিদেশী সাংস্কৃতিক পাৰিপাৰ্শ্বিকতা সৃষ্টি কৰা হৈছিল আৰু ই ডেকাচামক নিজৰ আদিমূল হেৰুৱাবলৈ উৎসাহিত কৰিছিল। ডেকাসকলেও দেখিবলৈ পাইছিল যে সমগ্ৰ বৃটিছ শাসনৰ কালছোৱাত অৰ্থনৈতিক বিকাশৰ অভাৱৰ কাৰণেই তেওঁলোকৰ ভৱিষ্যত অনিশ্চিত হৈ আছিল।

মিজো পাহাৰত পাঁচ হাজাৰ প্ৰাক্তন সৈনিক আছিল। এই মানুহবিলাক অসন্তুষ্ট হৈছিল, কাৰণ যুদ্ধৰ পিছত তেওঁলোক আকৌ পুৰণিকলীয়া হাড় ভগা পৰিশ্ৰম আৰু অলাভজনক ঝুম খেতিত লাগিব লগা হৈছিল, কাৰণ তেওঁলোকৰ বাবে আন একো পথ খোলা নাছিল। এই প্ৰাক্তন সৈনিকসকলে অস্ত্ৰৰ ব্যৱহাৰ জানিছিল আৰু তেওঁলোকক বিদ্ৰোহী শিবিৰৰ ভিতৰলৈ অনাৰ বাবে তেওঁলোকৰ অসন্তুষ্টিক অতি সুকৌশলেৰে ব্যৱহাৰ কৰা হৈছিল।

মিজো বিদ্ৰোহীসকলক বিদেশীসকলে সহায় কৰিছিল। প্ৰকৃতপক্ষে, এম্ এন্ এফ-এ অন্যদেশৰ, বিশেষকৈ পাকিস্তানৰ সহায়ৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰিছিল। ঘটনাৱলীৰ বিকাশ বিশ্লেষণ কৰি বি কে ৰয়বৰ্মণে লিখিছিল:

> মিজো পাহাৰৰ অভ্যুত্থান জুকলা পৰি আহিছিল আৰু বিদেশী সাহায্যৰ সৈতে তেওঁলোকৰ শক্তিপুনৰ দলবদ্ধ কৰাৰ কাৰণে বিদ্ৰোহীসকলে জোৰ চেষ্টা চলাইছিল। পাকিস্তানৰ লগত্ তেওঁলোকৰ যোগাযোগ আছিল দীৰ্ঘদিনীয়া, কিন্তু নতুন ঘটনা হৈছিল চীনৰ সাহায্য বিচৰাৰ কাৰণে এক প্ৰচেষ্টা।
>
> মিজো বিদ্ৰোহীসকলে ঢাকাত থকা চীনা কনচুলেটৰ যোগেদি পিকিঙৰ লগত সংস্পৰ্শ ৰাখিছে। ১৯৬৬ চনৰ ফেব্ৰুৱাৰীত অভ্যুত্থানৰ আৰম্ভণীৰপৰাই চীনে এই বিষয়ত আগ্ৰহ দেখুৱায়। মিজো নেচনেল ফ্ৰণ্টৰ সভাপতি, লালডেঙ্গাই নিজৰ পৰিয়ালৰ সৈতে ঢাকাত থকা সময় ছোৱাতেই এই কনচুলেটৰ লগত যোগাযোগ ৰাখিছিল বুলি জনা যায়। এই কথাও জনা যায় যে চীনা নেতাসকলৰ লগত প্ৰত্যক্ষ আলোচনাৰ কাৰণে বিদ্ৰোহী নেতাসকলক চীনত ভ্ৰমণ কৰিবলৈ আমন্ত্ৰণ জনোৱা হৈছিল।

নগালেণ্ড আৰু বাৰ্মাৰ মাজেদি চীনৰ ভূখণ্ডলৈ যোৱাৰ কাৰণে মিজোসকলে আত্মগোপনকাৰী নগাসকলৰো সাহায্য বিচাৰিব পাৰে। এই গোপন মিতিৰালি অধিক তাৎপৰ্যপূৰ্ণ হৈছিল যে আত্মগোপনকাৰীসকলৰ চৰমপন্থী অংশই নগালেণ্ড আৰু চীনৰ মাজত ইতিমধ্যেই যোগাযোগ স্থাপন কৰিছিল।

মিজোসকলে পাকিস্তানৰপৰা অস্ত্ৰ-শস্ত্ৰ আৰু প্ৰশিক্ষণ সুযোগৰ ৰূপত সাহায্য পাইছিল। শ্ৰীহট্ট আৰু চট্টগ্ৰাম পাহাৰী অঞ্চল জিলাৰ ভিতৰত মিজো পাহাৰ জিলাৰ কাষৰীয়া অঞ্চলত চলাই থকা শিবিৰবিলাকত গেৰিলা যুদ্ধৰ কৌশলৰ শিক্ষা দিয়া হৈছিল। পাকিস্তান পৰিচালিত শিবিৰবিলাকৰ বাহিৰেও, ভাৰতীয় বাহিনীয়ে গম নোপোৱা পাকিস্তানৰ ভিতৰত তেওঁলোকৰ কৰ্ম-চালনাৰ ঘাটি পতাৰ কাৰণে মিজোসকলক অনুমতি দিয়া হৈছিল।[৩]

এই দেশবিলাকৰদ্বাৰা প্ৰধানতঃ অনুপ্ৰাণিত আৰু পৰিচালিত হৈ এম্ এন্ এফ্-এ পাহাৰত তেওঁলোকৰ ধ্বংসাত্মক কাৰ্য অব্যাহত ৰাখিছিল যদিও, ১৯৬৮ চনৰ গোটেই বছৰটোত আৰু ১৯৬৯ চনৰ অধিকাংশ কালছোৱাত শান্ত অৱস্থা চলি আছিল। ১৯৬৯ চনৰ শেষৰ ফালে, প্ৰায় ২০০ সশস্ত্ৰ মিজো চট্টগ্ৰাম পাহাৰী অঞ্চলৰপৰা মিজো জিলাত প্ৰবেশ কৰিছিল। তেওঁলোকে তিনি বা পাঁচজনীয়া একোটা দল গঠন কৰি হাতত লঘু অস্ত্ৰ আৰু কান্ধত শোৱা টোপোলা লৈ গভীৰ অভ্যন্তৰত অনুপ্ৰবেশ কৰিছিল।

১৯৭০ চনৰ ১৬ ফেব্ৰুৱাৰীৰ দিনা ৰাতি এজন অফিচাৰ সহ সাতজন ভাৰতীয় সেনাক বিদ্ৰোহীসকলে আগুৰি ধৰি হত্যা কৰিছিল।

খবৰ পোৱা গৈছে যে উত্তৰ-পূৰ ভাৰতত চৰমপন্থীসকলক সহায় কৰাৰ কাৰণে চীনে পূৰ পাকিস্তানত শিবিৰ পাতি থকা মিজো, নগা আৰু কুকী বিদ্ৰোহীসকলক এক যুটীয়া সামৰিক কমাণ্ড হিচাপে লালন-পালন কৰিছিল। তেওঁলোকৰ সংখ্যা প্ৰায় ১১০০ হব। বিদ্ৰোহীসকলে তীব্ৰগেৰিলা কাৰ্যকলাপৰ এক কাৰ্যসূচী গ্ৰহণ কৰিছিল। ১৯৭০ চনৰ জুলাই মাহত এক বৃহৎ সংখ্যক সশস্ত্ৰ মিজোৱে পূৰ পাকিস্তানৰ সীমান্ত পাৰ হৈ ত্ৰিপুৰাৰ সীমাৰ ভিতৰত থকা তিনিখন গাঁৱত সোমাইছিলহি, গধুৰ মৰ্টাৰ আৰু মেছিনগানেৰে গুলি চলাইছিল, কেন্দ্ৰীয় সংৰক্ষিত পুলিচৰ শিবিৰটোৰ ক্ষতি সাধন কৰিছিল আৰু কেবাজনো মানুহ নিহত আৰু আহত হৈছিল। এই মিজোসকল ছাজিক পাহাৰমালাইদি সীমা পাৰ হৈছিল। ইয়াত তেওঁলোকৰ কাৰণে পাকিস্তানে ভালেমান প্ৰশিক্ষণ শিবিৰ চলাই আছিল।

বাংলাদেশৰ মুক্তিৰ পিছত, এম্ এন্ এফ্ অনুগামীসকলে আগৰ পূব পাকিস্তানত থকা তেওঁলোকৰ আশ্ৰয় সাময়িকভাৱে ত্যাগ কৰিবলগীয়া হৈছিল আৰু আৰাকাণৰ গভীৰ জংঘলত নিজে নিজেই থাকিব লগা হৈছিল। কিন্তু ১৯৭৫ চনৰ ক্ষমতা দখলত শেখ মুজিবুৰ ৰহমানক হত্যা কৰাৰ পিছত, বাংলাদেশৰ চৰকাৰ ভাৰতৰ প্ৰতি সিমান বন্ধু-সুলভ নোহোৱাৰ কাৰণে এম্ এন্ এফ্ বিদ্ৰোহীসকলে ভাৰতৰ বিৰুদ্ধে পৰিচালিত তেওঁলোকৰ বিদ্ৰোহী কাম-কাজত বাংলাদেশৰ ভূখণ্ড আকৌ ব্যৱহাৰ কৰিছে। তথাপি আনকি মিজো ভূখণ্ডৰ ভিতৰত ঘাটি পতাটো মিজো বিদ্ৰোহীসকলৰ কাৰণে বেছি কঠিন হৈ পৰিছিল। ইয়াৰ ফলত ১০০০ বো অধিক বিদ্ৰোহীয়ে কৰ্তৃপক্ষৰ ওচৰত আত্মসমৰ্পণ কৰিছিল। আত্মসমৰ্পনৰ এই প্ৰক্ৰিয়াটো বহুদিন ধৰি অব্যাহত আছিল আৰু ই বিদ্ৰোহীসকলৰ ভিত্তি দুৰ্বল হৈ যোৱাটো সূচিত কৰিছে।

কিন্তু বিদ্ৰোহীসকলে নিজে আত্মসমৰ্পণ কৰিলেও, তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰবিলাক সমৰ্পণ কৰা নাছিল। চৰকাৰী নথী অনুসৰি, ১৯৬৬ চনত মিজো জিলাত ৫০০০ লাইচেন্সপ্ৰাপ্ত বন্দুক আছিল। লাইচেন্স নোহোৱা বন্দুকো হিচাপত ধৰিলে জিলাখনত বন্দুকৰ প্ৰকৃত সংখ্যা ৭০০০ হব বুলি ধৰা হৈছিল। তদুপৰি, মিজোসকলে ঘৰুৱা-ভাৱেও বন্দুক তৈয়াৰ কৰিব পাৰে, তাৰ উপৰি বাৰ্মা আৰু পূব-পাকিস্তানৰপৰা গোপনে বন্দুক-আমদানি কৰাৰ খবৰ পোৱা যায়। মুঠতে, বিদ্ৰোহীসকলৰ হাতত ৬০০০ বো অধিক বন্দুক থাকিব পাৰে।

প্ৰধান প্ৰধান কেন্দ্ৰবিলাক আৰু ডাঙৰ গাঁৱবিলাকত বিদ্ৰোহ দমন কৰাৰ পিছত বিদ্ৰোহীসকল সুন্দৰ লুকোৱা ঠাই থকা জংঘললৈ পলাই গৈছিল। তেওঁলোকৰ বয়-বস্তুৰ চাহিদা, কানি-কাপোৰ, ঔষধ আৰু অন্যান্য ভোগ্যবস্তুৰ প্ৰয়োজনীয় চাহিদা পূৰণৰ কাৰণে তেওঁলোকে আওহতীয়া গাঁওবিলাক হঠাতে আক্ৰমণ কৰিছিল আৰু বাইজৰপৰা তেওঁলোকৰ প্ৰয়োজনীয় বস্তু আৰু ধন কাঢ়ি নিছিল। তেওঁলোকে শক্তি প্ৰদৰ্শন কৰা আৰু হত্যা, অপহৰণ আৰু ডকাইতি কৰাৰদ্বাৰা মানুহক আতঙ্কিত কৰিছিল। গাঁৱবাসী কাৰ্যত. তেওঁলোকৰ দয়াৰ ওপৰত থাকিব লগা হৈছিল।

এই পৰিস্থিতিৰ সন্মুখীন হোৱাৰ বাবে আৰু মানুহক হাৰাশাস্তি কৰাটো বন্ধ কৰাৰ বাবে সমস্ত আওহতীয়া গাঁওবিলাকত সশস্ত্ৰ বাহিনীৰ পহৰা ৰখাটো প্ৰয়োজন হৈ পৰিছিল। কিন্তু এনে প্ৰায় ১০০০ খন গাঁৱত তুলনামূলকভাৱে এক বৃহৎ সংখ্যাৰ সশস্ত্ৰ সেনা-নিয়োগ কৰিব লগা হয়। সেই কাৰণে, মানুহক সৰু সৰু আওহতীয়া গাঁওবিলাকৰপৰা প্ৰধান পথৰ কাষৰ কিছুমান গাঁৱলৈ স্থানান্তৰ কৰাটো উচিত হব বুলি বিবেচনা কৰা হৈছিল। এই পদক্ষেপক বোলা হৈছিল গাঁওবিলাকৰ পুনৰ দলবদ্ধ কৰা।

আগতেও এই কথাটো লক্ষ্য কৰা হৈছিল যে দূৰদূৰণিত থকা ক্ষুদ্ৰ গাঁওবিলাকত বাস কৰা মানুহবিলাকক অৰ্থনৈতিক বিকাশৰ সুযোগ-সুবিধাবোৰে স্পৰ্শ কৰিবকৈ নোৱাৰে। ভবা হৈছিল, গাঁওবিলাকৰ পুনৰ দলবদ্ধ কৰণে এই কথা নিশ্চিত কৰিব যে অৰ্থনৈতিক সুযোগবোৰ সকলো গাঁৱেই পাব পাৰিব।

এনেকৈ ক্ষুদ্ৰ গাঁওবিলাকক পুনৰ দলবদ্ধ কৰা হৈছিল আৰু এইবিলাকক নাম দিয়া হৈছিল 'সংৰক্ষিত আৰু প্ৰগতিশীল' (পি পি ভি) গাঁও। এই গাঁওবিলাকত স্থানান্তৰ আৰু পুনৰবাসনৰ প্ৰকৃত কামটো কৰা হৈছিল নিৰাপত্তা বাহিনীৰ তত্ত্বাৱধানত। অতি যত্নেৰে জনসাধাৰণৰ স্থানান্তৰ আৰু পুনৰবাসনৰ এক সুচিন্তিত আঁচনি অতি দ্ৰুতভাৱে ৰূপায়ণ কৰা গৈছিল। নিৰাপত্তা বাহিনীৰ সহায়ত মানুহে তেওঁলোকৰ নিজৰ বস্তুবাহানি লৈ নতুন ঠাইলৈ আহিছিল। ইয়াত তেওঁলোকক টিনপাত, অন্যান্য ঘৰ সজা সামগ্ৰী, বিনামূলীয়া চিকিৎসা সেৱা আৰু নতুন খেতি চপাব নোৱাৰালৈকে বিনামূলীয়া খাদ্য সামগ্ৰী দিয়া হৈছিল। স্থানান্তৰ কাৰ্য আৰম্ভ হোৱাৰ প্ৰায় এবছৰ পিছতে নিৰাপত্তা বাহিনীয়ে গাঁওবিলাকক অসামৰিক প্ৰশাসনৰ হাতত তুলি দিছিল।

ডঃ অনিমেষ ৰয়ে কৈছে, "সংৰক্ষিত আৰু প্ৰগতিশীল গাঁৱৰ সংগঠনে জিলাখনৰ প্ৰশাসনিক ধৰণত এক নতুন অধ্যায় ৰচনা কৰিছিল। আগৰ দিনত, গাঁওবিলাকৰ দৈনন্দিন জীৱন কম বেছি পৰিমাণে কোনো বাধা-বিঘিনি নোহোৱাকৈ চলি আছিল। প্ৰশাসনে গাঁৱলীয়া জীৱনত মাত্ৰ সামান্য স্পৰ্শহে কৰিছিল। নতুন গাঁখনিয়ে গাঁওবিলাকক চৰকাৰৰ প্ৰধান কামৰ যেনে, নিৰাপত্তা, কল্যাণ আৰু উন্নয়নৰ লগত যথাসম্ভৱ ঘনিষ্ঠতম স্পৰ্শলৈ আনিছিল।"[৪]

সংৰক্ষিত আৰু প্ৰগতিশীল গাঁওবিলাকৰ সাফল্যত উৎসাহিত হৈ কৰ্তৃপক্ষই আন কিছুমান গাঁওকো পুনৰ দলবদ্ধ কৰাত ব্যৱস্থা গ্ৰহণ কৰিছিল। দলবদ্ধ কৰা দ্বিতীয় প্ৰকাৰৰ গাঁওবিলাকৰ নাম দিয়া হৈছিল নতুন গ্ৰুপ কেন্দ্ৰ (এন্ জি চি)। পিছত, পি পি ভি আৰু এন্. জি. চি. গাঁওবিলাকৰ লোকসকলক সিবিলাকৰ মাজত পাৰস্পৰিক স্থান সলনা-সলনি কৰাৰ সুযোগ দিয়া হৈছিল। এনেভাৱে, তৃতীয় প্ৰকাৰৰ গাঁওবিলাক সৃষ্টি কৰা হৈছিল: এই তৃতীয় প্ৰকাৰৰ গাঁওবিলাকক নাম দিয়া হৈছিল স্বেচ্ছামূলক গাঁও কেন্দ্ৰ (ভি জি চি)।

গাঁওবিলাকৰ দলবদ্ধকৰণত গ্ৰাম্য জনসংখ্যাৰ প্ৰায় ৮০ শতাংশ আৰু জিলাখনৰ মুঠ জনসংখ্যাৰ ৬৫ শতাংশ সামৰি লোৱা হৈছিল। এইটো আছিল জিলাখনৰ ইতিহাসত প্ৰকৃতপক্ষে এক প্ৰধান ঘটনা।

গাঁওবিলাকৰ এই পুনৰ দলবদ্ধকৰণে সেই বিশেষ সময়ত প্ৰাপ্ত পৰিস্থিতিৰ

চাহিদা পূৰণ কৰিছিল। কিন্তু দীৰ্ঘম্যাদী ফলৰ কথা বিবেচনা কৰিলে ই কিছুমান সমস্যাও সৃষ্টি কৰিছিল। মিজোসকল আছিল এক যাযাবৰ জনজাতি, কিন্তু সম্প্ৰতি, তেওঁলোক স্থায়ী বসবাসী জীৱনত অভ্যস্ত হৈ পৰিছে। গতিকে যেতিয়া তেওঁলোকক তেওঁলোকৰ ক্ষুদ্ৰ গাঁওবিলাকৰপৰা উলিয়াই অনা হৈছিল, তেওঁলোকৰ মনত গভীৰ আঘাত পৰিছিল, তেওঁলোকে তেওঁলোকক মূলোচ্ছেদ কৰা যেন অনুভৱ কৰিছিল।

দ্বিতীয়তে, পুনৰ দলবদ্ধকৰণ ব্যৱস্থাই গাঁওবাসীসকলৰ অৰ্থনীতিতো আঘাত পৰিছিল। তেওঁলোকৰ খেতিৰ অঞ্চলবিলাকৰপৰা তেওঁলোকক আঁতৰোৱা হৈছিল। পুনৰ দলবদ্ধ গাঁওবাসীসকলে বহু পৰিমাণে তেওঁলোকৰ অৰ্থনৈতিক স্বাধীনতা হেৰুৱাইছিল আৰু চৰকাৰী দানৰ ওপৰত নিৰ্ভৰ কৰিবলৈ বাধ্য হৈছিল। ইয়াত জটিলতাহে বাঢ়িছিল। অভিজ্ঞতা আৰু পৰিস্থিতিৰ সামগ্ৰিক উন্নয়নৰ কাৰণে সমগ্ৰ বিষয়টো পিছত পুনৰবিন্যাস কৰা হৈছিল।

## টীকা আৰু প্ৰসঙ্গ

1 Marcus F Franda Economic Weekly Annual New Delhi, Feb 4, 1961 p. 155

2 Facts about Gradual development of Political Situation in Nagaland have been taken from ASOSO Yonero The Rising Nagas, Delhi, 1974

3 B K Roy Burman Demographic and Socio-Economic Profiles of the Hill Areas of North-East India, Delhi, 1974

4. (a) Dr Animesh Ray, I A S Mizoram Dynamics of Change, Calcutta, 1982— pp 152—179

(b) Based on the author's discussion with A H. Scott, a former chief Secretary of M zoram

---